# বিহু বিনন্দীয়া



ড° প্ৰদীপ নেওগ





জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**BIHU BINANDIYA** : A research book on bihu dance, bihu song, bihu festival and bihu sanmilan with customs of bihu, compiled by Dr. Pradip Neog, Assam Agricultural University, Jorhat, Assam and published by Nagen Sarmah on behalf of M/s Jyoti Prakashan, Jaswanta Road, Panbazar, Guwahati -1
Second Edition : December, 2009 Price : Rs. 100.00 only

প্ৰকাশক ঃ
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
যশোৱন্ত পথ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

দ্বিতীয় সংস্কৰণ ঃ ডিচেম্বৰ, ২০০৯

মূল্য ঃ ১০০.০০ টকা

বেটুপাত ঃ মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস ঃ
ইউনিকা ডেস্কটপ
মহাত্মা গান্ধী পথ
যোৰহাট - ১

মুদ্ৰক ঃ
ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

# দ্বিতীয় সংস্কৰণ

'বিহু বিনন্দীয়া' পুথিখনিয়ে বেচ্ সমাদৰ লাভ কৰাত আমি অত্যন্ত উৎসাহিত হৈছোঁ, আৰু সহৃদয় পাঠকসকললৈ জ্ঞাপন কৰিছোঁ আন্তৰিক ধন্যবাদ। এখন নিৰ্ভৰযোগ্য হাতপুথি হিচাপে বহুতো বিহুৱা, বিহুৱতী আৰু বিহু-বিচাৰকৰ কামত অহাৰ উপৰি অনেক বিদ্যাৰ্থীক এখন তথ্যসমৃদ্ধ গ্ৰন্থ হিচাপে সহায় কৰা বুলি জানিব পাৰি স্বাভাৱিকতেই সুখী হৈছোঁ। প্ৰথম সংস্কৰণৰ কপিসমূহ দুবছৰৰ ভিতৰতে বিক্ৰী হোৱাত, আৰু বহুতেই কিতাপখন বিচাৰি থকা বুলি শুভাকাংক্ষীসকলে সময়ে সময়ে তাগিদা দি থকা বাবে এই দ্বিতীয় সংস্কৰণটি প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰা হৈছে। প্ৰথম সংস্কৰণত ৰৈ যোৱা ভুল-ত্ৰুটি কিছুমান এই সংস্কৰণটিত শুধৰোৱা হৈছে। যৎসামান্য নতুন তথ্যৰ সংযোজনো কৰা হৈছে। প্ৰথম সংস্কৰণৰ দৰে এই সংস্কৰণটিও পাঠক সমাজে সাদৰেৰে গ্ৰহণ কৰিব বুলি আশা কৰিলোঁ।

ইতি,

আপোনালোকৰ সেৱক
ড° প্ৰদীপ নেওগ
সম্প্ৰসাৰণ শিক্ষা প্ৰতিষ্ঠান
অসম কৃষি বিশ্ববিদ্যালয়
যোৰহাট

# কৃতজ্ঞতা

বহুগৰাকী সহৃদয় ব্যক্তিৰ সক্ৰিয় আৰু অকুণ্ঠ সহায়-সহযোগ অবিহনে সমাজ বিজ্ঞান পদ্ধতিৰ 'ডাক প্ৰেৰিত প্ৰশ্নাৱলী প্ৰণালী'ৰ অৱলম্বনেৰে কৰা এই অধ্যয়ন তথা পুথি প্ৰণয়নৰ প্ৰচেষ্টাটো এক অনুভূতি কিম্বা অনুৰাগ হৈয়ে ৰ'লহেঁতেন। ভালেসংখ্যক বিশিষ্ট লেখক-লেখিকাৰ তথ্যসম্বলিত উদ্ধৃতি সংযোজনেৰেও পুথিখনৰ সৌষ্ঠৱ আৰু উপযোগিতা বৃদ্ধি কৰিবলৈ যত্ন কৰা হৈছে। এইদৰে প্ৰত্যক্ষ আৰু পৰোক্ষ উভয় প্ৰকাৰে প্ৰচেষ্টাটোত অৰিহণা যোগোৱা সমূহ মহানুভৱ ব্যক্তিক নিম্নলিখিত তিনিটা প্ৰকাৰত ভাগ কৰি কৃতজ্ঞতা জনাইছোঁ।

**(ক) মতদাতাসকললৈ কৃতজ্ঞতা ঃ**

এই অধ্যয়নৰ প্ৰশ্নাৱলীখনত অন্তৰ্ভুক্ত ২২৮ উক্তি আৰু ২২ টা বিশেষ প্ৰশ্নত মতামত প্ৰদান কৰোঁতে প্ৰতিগৰাকী মতদাতাই অনেকখিনি সময় আৰু মানসিক-শাৰীৰিক শক্তি ব্যয় কৰিবলগীয়া হৈছে। নিজৰ কোনো বিশেষ স্বাৰ্থ নথকাকৈ বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত কিবা প্ৰকাৰে অকণমান সহায় হয় যদি হওক ভাবত ইমানখিনি ত্যাগ আৰু কষ্ট স্বীকাৰ কৰা কম কথা নহয়। এয়া বিহু সংস্কৃতিৰ প্ৰতি থকা তেখেতসকলৰ অফুৰন্ত প্ৰেম-শ্ৰদ্ধা-ভক্তি-অনুৰাগৰ নিদৰ্শন। বিহু সংস্কৃতিক জাকত-জিলিকা কৰি উচ্চ আসনত অধিষ্ঠিত কৰোৱাৰ স্পৃহা আৰু অপসংস্কৃতিৰ কবলৰ পৰা মুক্ত কৰাৰ তাড়নাত উদ্বুদ্ধ মনৰ পৰিচয়। এয়া সতীৰ্থলৈ নিস্বাৰ্থ আৰু অকুণ্ঠ সহায়-সহযোগ আগ বঢ়োৱাৰ অনুপম চানেকী। বহুগৰাকী মতদাতাই মতামত সন্নিৱিষ্ট কৰাৰ উপৰি, উদগনি-শুভেচ্ছা-প্ৰশংসা-আশীৰ্বাদ একোশাৰী লিখি পঠিয়াই আমাৰ মনোবল, আত্মবিশ্বাস আৰু কৰ্মশক্তি তৰান্বিত কৰা কাৰ্য তেখেতসকলৰ অপূৰ্ব মহানতা আৰু বদান্যতাৰ পৰিচয়। সেয়েহে মতদাতাসকললৈ কৃতজ্ঞতাৰে পৰিগৰ্ভিত মোৰ মন-প্ৰাণ। তেখেতসকলৰ ওচৰত মই চিৰকৃতজ্ঞ।

*(মতদাতাসকলৰ নাম-ঠিকনা পৰিশিষ্টত পৰম কৃতজ্ঞতাৰে উল্লেখ কৰিছোঁ।)*

**(খ) সহযোগীসকললৈ কৃতজ্ঞতা ঃ**

নিৰ্বাচিত ১৩ খন জিলাৰ বিভিন্ন ঠাইত সদ্যহতে বসবাস কৰি থকা ভালেসংখ্যক বন্ধু আৰু সতীৰ্থৰ কষ্ট স্বীকাৰ আৰু নিঃস্বাৰ্থ অনুগ্ৰহতহে জিলা কেইখনৰ তিনি শতাধিক

বিশিষ্ট মতদাতাৰ নাম-ঠিকনা পাবলৈ সক্ষম হ'লো। প্ৰতিগৰাকীয়েই ভালেখিনি সময়, শক্তি আৰু অৰ্থ ব্যয় কৰিহে আমালৈ নাম-ঠিকনা পঠিয়াব পাৰিছে। অন্যহাতে মতদাতাসকললৈ ডাকযোগে আৰু অন্যভাৱে প্ৰশ্নাৱলী প্ৰেৰণ, পুস্তিকা আকাৰত প্ৰশ্নাৱলী ছপাকৰণ আদি বিভিন্ন কামত অনেক বন্ধু-বান্ধৱ আৰু শুভাকাংক্ষীয়ে সহৃদয়তাৰে সহায় কৰাৰ উপৰি সমগ্ৰ প্ৰচেষ্টাটোত সততে উৎসাহ প্ৰদান কৰিলে। এই সকলো সহযোগী-শুভাকাংক্ষীৰ অকুণ্ঠ সহায়-সহযোগ নোপোৱা হ'লে প্ৰচেষ্টাটো আৰম্ভ কৰি আমি অথাই সাগৰত পৰিলোহেঁতেন। সেয়েহে এখেতসকললৈ জনাইছোঁ অপৰিসীম কৃতজ্ঞতা। প্ৰতিগৰাকীৰ প্ৰতি মোৰ হিয়া-মন কৃতজ্ঞতা আৰু ধন্যবাদেৰে পৰিপূৰ্ণ।

*(সহযোগীসকলৰ নাম পৰিশিষ্টত কৃতজ্ঞতাৰে উল্লেখ কৰিছোঁ।)*

**(গ) নিচেই আপোনসকললৈ কৃতজ্ঞতা ঃ**

পৰম পূজনীয় শহুৰ দেউতা স্বনামধন্য সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড' লক্ষ্মীনন্দন বৰাদেৱ আৰু পূজনীয়া শাহু আই শ্ৰীযুতা মাধুৰী বৰা ডাঙৰীয়ানীয়ে সততে অনুপ্ৰেৰণা দিয়াৰ উপৰি প্ৰচেষ্টাটো পৰিসমাপ্তি ঘটোৱাত বিভিন্ন ধৰণেৰে বৰঙণি যোগালে। পূজনীয় বৰ ককাইদেউ শ্ৰীযুত যোগেশ নেওগ, ডাঙৰ নবৌ শ্ৰীযুতা গুলচ নেওগ, সৰু ককাইদেউ শ্ৰীযুত কেশৱ নেওগ, সৰু নবৌ শ্ৰীযুতা দীপালী নেওগ, ভনী জোঁৱাই শ্ৰীপ্ৰশান্তজ্যোতি বৰুৱা, মৰমৰ ভনী শ্ৰীমতী বন্তি নেওগ বৰুৱা, ভাই বোৱাৰী শ্ৰীমতী ৰ'দালি বৰা আৰু ভ্ৰাতৃ শ্ৰীৰজিত দত্তই অনেকখিনি কষ্টস্বীকাৰ কৰি সহায়ৰ হাত আগবঢ়াই আমাক কামত আগবাঢ়ি যোৱাত বিশেষ অৰিহণা যোগালে। পূজনীয় শিক্ষাগুৰু ড° দিলীপ কুমাৰ গগৈদেৱৰ সময়োচিত পৰামৰ্শ, আৰু কৰ্মক্ষেত্ৰৰ সহযোগী শ্ৰীসজীৱ বৰুৱাৰ সহায়-সহযোগ আৰু উদগণি প্ৰচেষ্টাটোত বিশেষ সহায়ক হ'ল। দুয়োলৈকে মোৰ আন্তৰৰ নিভৃত কোণৰ পৰা শলাগ ল'লো। আমাৰ প্ৰতিষ্ঠানৰ কৰ্মচাৰীদ্বয় শ্ৰীমহেন্দ্ৰ বৰা আৰু শ্ৰীভগৱান শৰ্মাই সততে সহায়ৰ হাত আগবঢ়াই প্ৰভূত সহায় কৰিলে। শ্ৰীমতী নিবেদিতা বৰুৱা চৰকাৰে অশেষ ধৈৰ্যসহকাৰে মতামত বিশ্লেষণত সহায়ৰ হাত আগবঢ়ালে। সদৌটিলৈকে এইখিনিতে আন্তৰিক ধন্যবাদ জনালো।

মৰমী পত্নী ড° সেউজী বৰা নেওগৰ অশেষ সহায়-সহযোগ, অনুপ্ৰেৰণা আৰু ত্যাগ স্বীকাৰৰ অবিহনে ইমান কম সময়ৰ ভিতৰতে এই অধ্যয়ন আৰু পুথি প্ৰণয়ন সম্ভৱ নহ'লহেঁতেন। অপাৰ মৰম-চেনেহ-পৰিচৰ্যা-সহযোগিতাৰ বাবে এইখিনিতে তেওঁলৈ হিয়াৰ একাঁজলি মৰম যাচিলো। মৰমৰ জী নীলা আৰু পুত্ৰ নীলিমে সহযোগ নকৰাহেঁতেন প্ৰচেষ্টাটোত নেৰানেপেৰাকৈ লাগিবলৈ অসুবিধা পালোহেঁতেন; দুয়োলৈ মোৰ মৰমসনা ধন্যবাদ থাকিল।

**(ঘ) প্ৰকাশক আৰু ছপাশালৰ বিষয়া-কৰ্মচাৰীলৈ কৃতজ্ঞতা ঃ**

পুথিখনৰ এই সংস্কৰণটি প্ৰকাশৰ গধুৰ দায়িত্ব সহৃদয়তাৰে কান্ধ পাতি লোৱা অসমৰ অন্যতম সুপ্ৰতিষ্ঠিত প্ৰকাশন গোষ্ঠী 'জ্যোতি প্ৰকাশন'ৰ স্বত্বাধিকাৰ শ্ৰীযুত নগেন শৰ্মাদেৱ আৰু কৰ্মচাৰীবৃন্দলৈ হিয়াভৰা ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। প্ৰথম সংস্কৰণটিৰ উপৰি এই সংস্কৰণটিৰো কম্পিউটাৰ টাইপিং কৰাৰ বাবে যোৰহাটৰ 'ইউনিকা' ছপাশালৰ অন্যতম ৰফিক আহমেদ আৰু কম্পিউটাৰ বিশেষজ্ঞ দেৱজ্যোতি বৰাৰ লগতে সমূহ কৰ্মচাৰীলৈ আন্তৰিক ধন্যবাদ জনালো।

# সূচীপত্ৰ

**পৰিশিষ্ট :**

## প্ৰথম অধ্যায়

# অৱতৰণিকা

ভালেমান উপলব্ধি-অনুভূতিয়ে জাগৃত কৰা তাড়নাই এই অধ্যয়নটিত লাগিবলৈ তথা পুথিখন প্ৰণয়নত আত্মনিয়োগ কৰিবলৈ উদ্বুদ্ধ কৰিলে। এই উপলব্ধি-অনুভূতিখিনিৰ কিছুমান মন ভাল লগোৱা, কিছুমান মন গধুৰ কৰা, আৰু কিছুমান তিতা-কেঁহা-জ্বলা লগা। এনে উপলব্ধি-অনুভূতি প্ৰতিগৰাকী অসমীয়া সংস্কৃতিপ্ৰেমীৰ কম-বেছি পৰিমাণে হৈ আহিছে বুলি আমাৰ বিশ্বাস। এই বিশ্বাসৰ আধাৰতে তেখেতসকলৰ পৰা সঁহাৰি পাম বুলি প্ৰত্যয়ো জন্মিল আৰু সেইবাবেই সমাজবিজ্ঞান পদ্ধতিৰ বিশেষ এক প্ৰণালীৰ আলমত অধ্যয়নটিৰ পাতনি মেলিবলৈকো সাহস পালো। পুথিখনত সন্নিবিষ্ট কিছুমান আলোচনা নিয়াৰিকৈ বুজাত সহায় কৰিব বুলি হোৱা ভাববোধত এই অধ্যায়ত উপলব্ধি-অনুভূতিখিনি দাঙি ধৰা হৈছে।

**১) বিহুনাচৰ কিছুমান বিজতৰীয়া ভংগী লোপ পালে**

বিহুৱতীৰ বিহুনাচত সত্তৰৰ আৰু আশীৰ দশকৰ প্ৰথমাৰ্ধত গা কৰি উঠা কিছুসংখ্যক বিজতৰীয়া নাচোন ভংগী ক্ৰমশঃ লোপ পালে বুলি বোধ হয়। কাষৰীয়াকৈ কঁকাল ভঙা, বিভিন্ন মুদ্ৰা দেখুউৱা, শাস্ত্ৰীয়, সত্ৰীয়া আদি নৃত্যৰ অনুকৰণ কৰি নচা ভংগী প্ৰায় লোপ পালে। বিহু মঞ্চবোৰত হুঁচৰি প্ৰদৰ্শনো অধিক মৰ্যাদাপূৰ্ণ হ'ল।

**২) বিহুনাচ-নাম-বাদ্যৰ শিক্ষণ প্ৰক্ৰিয়া গা কৰি উঠিল**

যোৱা তিনি দশকত প্ৰতিযোগিতাত অংশগ্ৰহণকাৰী বিহুৱা, বিহুৱতী আৰু বিহুদলসমূহে আগৰ তুলনাত অধিক নিষ্ঠাৰে বিহুনাচ, বিহুনামআৰু বিহুবাদ্য শিকিবলৈ তথা চৰ্চা কৰিবলৈ ল'লে। অধিক পৰিকল্পিতভাৱে বিহুঅনুষ্ঠান পৰিৱেশন কৰাত যত্নপৰ হ'বলৈ ল'লে। সিবিলাকৰ সৌষ্ঠৱ বঢ়াবলৈ যত্নপৰ হ'ল। কাকত-আলোচনীৰ পাতত বিহু-সংস্কৃতি বিষয়ক তথ্য সম্বলিত প্ৰবন্ধ-পাতিৰ প্ৰকাশ তুলনামূলকভাৱে অধিক হ'বলৈ ল'লে। বিহুৱা-বিহুৱতীৰ উপৰি অসমীয়া সংস্কৃতিপ্ৰেমী বহুতৰে কিতাপ-আলোচনী আদিৰ পাতৰ পৰা আৰু অন্যভাৱেও বিহুবিষয়ক জ্ঞান লাভৰ মানসিকতা বৃদ্ধি পালে। বিহুনাচ, বিহুবাদ্যৰ প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হ'বলৈ ল'লে আৰু সিবিলাকৰ যোগেদি জাতিটোৰ অন্ততঃ কিছুসংখ্যক শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুৱে বিহুনাচ-নাম-বাদ্য শিকিবলৈ প্ৰয়াস কৰিছে।

### ৩) বিহুতলীৰ সংখ্যা বৃদ্ধি

বিহুতলীৰ সংখ্যা প্ৰতি বছৰে বাঢ়িছে। জীৱন যাপনৰ পৰিৱৰ্তিত পৰিস্থিতিত তাহানিৰ দৰে বিহু নচা-গোৱা-মৰাৰ পৰিৱেশ নোহোৱাৰ পৰিপ্ৰেক্ষিতত বিকল্প হিচাবে বিহুতলীৰ আয়োজনেৰে সিবিলাক উজ্জীৱিত কৰি ৰাখি চৰ্চা আৰু ৰস আচ্ছাদনৰ ব্যৱস্থাকৰণৰ প্ৰসাৰ হোৱাটো ভাল কথা হৈছে বুলিয়েই বোধ হয়। উল্লেখনীয় যে বিহুতলীবোৰ সম্যকভাৱে আয়োজিত নোহোৱাটোও এটা কথা আৰু ইবিলাকৰ সংখ্যা বঢ়াটোও অন্য এটা কথা। সম্যকভাৱে অনুষ্ঠিত নহ'লে বিহুতলীৰ সংখ্যা যিমানেই নাবাঢ়ক বিহু সংস্কৃতিৰ উত্তৰণত সিবিলাকে সমুচিত অৰিহণা যোগাব নোৱাৰে। সেয়ে হ'লেও বিহুতলীৰ সংখ্যা বৃদ্ধি হোৱাটোৱে মন ভাল লগায় এই বাবেই যে, সকলোবোৰ নহ'লেও ভালেসংখ্যক বিহুতলীৰ অধিকাংশ উদ্যোক্তা সংস্কৃতিৱান আৰু নিষ্ঠাৰে সংস্কৃতি চৰ্চা কৰা লোক। আমাৰ দৃঢ় বিশ্বাস যে সংস্কৃতিৱান ব্যক্তিসকল বিহুতলী আয়োজনৰ কিছুমান বিষয়ত সজাগ হ'লেই বিহুতলী একোখনে বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত যথাযোগ্য অৰিহণা যোগাব পাৰিব। নগৰ আৰু গাঁও উভয় পৰিৱেশৰ গোটাচেৰেক বিহুতলীৰ আয়োজনৰ ধৰণে এই দিশত কিঞ্চিত হ'লেও আশাৰ সঞ্চাৰ কৰিছে। অন্যহাতে কাজিয়া, ধন-ক্ষমতাৰ লোভ, অন্য প্ৰকাৰৰ স্বাৰ্থ সিদ্ধি, ভেম আদিৰ বাবে এখন বিহুতলী দুখন হোৱা ঘটনাই বিতৃষ্ণা নজগাই মন ভাল লগাব নে?

### ৪) বিহুতলীয়ে কিমানক নাচিব গাবলৈ সুযোগ দিছে?

বৰ্তমান অসমত কিমান সংখ্যক শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুৱে বিহু চৰ্চা কৰে? সংখ্যাটো ভয়লগাকৈ কম নহয় নে? প্ৰতিবছৰে হাজাৰৰো অধিক বিহুতলী আয়োজিত হৈ আছে যদিও সিবিলাকে কিমান সংখ্যক শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুক বিহু নাচিব-গাবলৈ সুবিধা দিয়ে? বিহুতলী একোখনে এই ক্ষেত্ৰত যিমানখিনি অৰিহণা যোগোৱাটো সম্ভৱ তাতকৈ বহুত কম হৈ থকা নাই জানো? এই দিশটোৱে যথাযোগ্য মনোযোগ লাভ কৰিছে জানো? যদি নাই কৰা কিয় কৰা নাই? নে কৰাৰ প্ৰয়োজনেই নাই বুলি ধৰি লোৱা হৈছে?

### ৫) বিহুৱা ভাড়া কৰিবলগীয়া পৰিস্থিতি কিয়?

বিহু নাচিবলৈ অৰ্থাৎ বিহু-অনুষ্ঠানৰ প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিবলৈ অথবা প্ৰদৰ্শনমূলকভাৱে বিহুতলীত বিহুনাচ পৰিৱেশন কৰিবলৈ বিহুৱতী এগৰাকীয়ে বিহুৱা ভাড়া কৰিবলগীয়া পৰিস্থিতিৰ সৃষ্টি হৈছে কিয়? বিহু নচাটো বা বিহু মৰাটো দিনক দিনে অধিক ব্যক্তিকেন্দ্ৰিক হৈ উঠা নাইনে? এয়া জানো বিহু সংস্কৃতিৰ পৰম্পৰা, লোকসংস্কৃতিৰ বৈশিষ্ট্য? এনে হৈ থাকিবলৈ হ'লে বিহুসংস্কৃতিয়ে লোকসংস্কৃতিৰ মূল বৈশিষ্ট্য হেৰুৱাই কেনে সংস্কৃতি হৈ পৰিব বাৰু? এই দিশত একো কৰিব নোৱৰা পৰিস্থিতি-পৰিৱেশ সৃষ্টি হৈ পৰিল নেকি? নে কিবা কৰাৰ অলপ হ'লেও স্থল আছে?

**৬) বিহু দেখি-শুনি উপভোগ কৰা বস্তু হৈ পৰা নাইনে?**

বৰ্তমান অধিকাংশ অসমীয়াৰ বাবেই বিহুনাচ, বিহুনাম আৰু বিহু-অনুষ্ঠানবোৰ কেৱল দেখি-শুনি উপভোগ কৰা বস্তু হৈ পৰা নাই নে? বিহু বুলি কোনোবাই প্ৰতিযোগিতাৰ উৎকণ্ঠা-উদ্বিগ্নতাৰ বলি নোহোৱাকৈ লগৰীয়া-সমনীয়াৰ লগত একেলগে এপাক নাচিবলৈ-গাবলৈ সুযোগ নোহোৱা হৈ পৰাটো জানো চিন্তনীয় বিষয় নহয়? যদি হয়েই তেনেহ'লে এনে ব্যৱস্থাপনাই গা কৰি উঠা নাই কিয়? এনে উদ্দেশ্য মুখ্য কৰি দুই-এঠাইত এদিনীয়াকৈ কম খৰচত বিহুতলীও আয়োজিত কৰা হৈছে, য'ত যেয়ে মন যায় সেয়ে এপাক বিহু নাচিব পাৰে, বিহুনাম গাব পাৰে। পিছে নগৰত পতা এনে বিহুতলীলৈকো বিহুদল গোটাচেৰেকক নিমন্ত্ৰণ নকৰিলেই নোহোৱা পৰিস্থিতিও দেখা গৈছে; ঢোল বজাব কোনে? বিহু নাচিব কোনে? হুঁচৰি মাৰিব কোনে? অতি শুদ্ধকৈ বিহু নানাচিলে কোনোবাই সমালোচনা কৰিব বুলিও এনে বিহুত বহুতে নানাচে। আমাৰ বোধেৰে এনে পৰিৱেশত অতি সুন্দৰকৈ নানাচিলেও হয়। বিজতৰীয়া নাচ নানাচি বিহু নাচৰ বৈশিষ্ট্য অটুট ৰাখিবৰ চেষ্টা কৰিলেই যথেষ্ট নহ'ব জানো? দুবাৰমান মন দি নাচিলেই বিহুনাচ চলাই দিব পৰাকৈ আয়ত্ত কৰিব পৰা নাযায় জানো? যিকোনো কেইজনমান অসমীয়া লগ হৈ বিহুনাম দুফাকিমান গাব নোৱৰা অৱস্থা এতিয়াও হোৱাগৈ নাই বুলিয়েই ভাবোঁ। আচল কথা 'মন কৰিলেই চন'; 'ধান বুলিলেই ধান, পতান বুলিলেই পতান'। আকৌ এনেধৰণৰ বিহুতলীৰ প্ৰয়োজন কিমান? যদি প্ৰয়োজন, তেনেহ'লে কিয় গা কৰি উঠা নাই? গা-কৰিবলৈ কিছুমান বিশেষ অন্তৰ্ভুক্তি, পৰিকল্পনা, পদক্ষেপ আৰু পৰিৱৰ্তনৰ প্ৰয়োজন আছে নেকি?

অন্যহাতে প্ৰতিযোগিতা আৰু সাংস্কৃতিক সন্ধিয়া অনুষ্ঠিত কৰি থকা বিহুতলী একোখনে প্ৰতিযোগিতাৰ যোগেদি প্ৰতিযোগীক বিহু নাচিব-গাবলৈ সুবিধা দিয়াৰ উপৰি অন্যভাৱে কোনো গোটক বিহু নাচিব-গাবলৈ সুবিধা দিয়াৰ ব্যৱস্থা কৰাটো এই ক্ষেত্ৰত এক ইতিবাচক পদক্ষেপ হ'ব পাৰে নেকি? এনে ব্যৱস্থাপনায়ো গা কৰি উঠা নাইচোন!

**৭) বিহুতলী আয়োজন বিষয়ক বৌদ্ধিক চৰ্চা যৎসামান্য**

জাতীয় সংস্কৃতিৰ উৎকৰ্ষ সাধনাৰ্থে বিহুতলী আয়োজন প্ৰক্ৰিয়াই যোগাব পৰা সম্ভাব্য বৰঙণিৰ দিশত যিমান বিশ্লেষণ, গৱেষণা আৰু আলোচনা-বিলোচনা হ'ব লাগিছিল সিমান নাই হোৱা বুলিয়েই বোধ হয়। কাকত, আলোচনী, বিহুতলীৰ স্মৰণিকা আদিত আগৰ তুলনাত বিহু সংস্কৃতি বিষয়ক প্ৰবন্ধৰ সংখ্যা বাঢ়িলেও কিছুমান প্ৰয়োজনীয় বিষয়ত বহুল জনমত গঠন হোৱাকৈ আলোচনা, কৰ্মশালা আদি অনুষ্ঠিত হোৱা নাই। আকৌ বিহুতলী আয়োজনৰ দিক্ নিৰ্ণায়ক বিশেষ প্ৰবন্ধ-পাতি আৰু আলোচনাদিও যথাপৰিমাণৰ নহয় বুলিয়েই বোধ হয়। সংস্কৃতিৱানসকল কিছু কথাত সজাগ হৈ সংঘবদ্ধভাৱে সবল সাংগঠনিক পদক্ষেপ ল'ব পাৰিলে বিহুতলী আয়োজন প্ৰক্ৰিয়াই বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত বৰ্তমানতকৈ অনেক গুণে অধিক বৰঙণি আগবঢ়াব বুলি আশা কৰিব নোৱাৰি নে? কিছুমান বিহুতলীৰ

আয়োজনলৈ লক্ষ্য কৰিলে বোধ হয় যে বিহুতলী আয়োজনৰ মুখ্য উদ্দেশ্য হ'ল, জাক-জমকতাৰে সাংস্কৃতিক সন্ধিয়া পাতি নিজৰ লগতে বাইজক এৰাতি বা দুৰাতি বিভিন্ন প্ৰকাৰৰ গীত-নৃত্যৰ বন্যাৰে আপ্লুত কৰা। বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা পাতি বিহুনাচ উপভোগ কৰিবৰ ব্যৱস্থা কৰাটো যেন এক গৌণ উদ্দেশ্য। বিহুতলী একোখন আয়োজনৰ দ্বাৰা অন্য বিশেষ উদ্দেশ্য সাধন কৰিব নোৱাৰে বুলি যেন ধৰি লোৱা হৈছে। অথবা বিহু সংস্কৃতিৰ উত্তৰণত প্ৰভূত বৰঙণি দিব পৰা উদ্দেশ্য সাধন সম্ভৱ বুলি জানি-বুজিও যেন সেই বিহুতলীবিলাকৰ উদ্যোক্তাসকলে বিভিন্ন কাৰণত তেনে উদ্দেশ্যবোৰ এৰাই চলিছে।

### ৮) বিহু-বিচাৰকৰ মতানৈক্য অদ্যাপি বিদ্যমান

বছৰ বছৰ ধৰি হাজাৰখন বিহুতলীত সদৌ অসমভিত্তিক বিহু প্ৰতিযোগিতাবোৰ অনুষ্ঠিত হৈ থকা সত্ত্বেও অদ্যাপি কিছুমান বিচাৰ্য বিষয়ত বিচাৰকসকলৰ মাজত মতানৈক্য বিদ্যমান। এখন জিলাৰ বিহুৱা, বিহুৱতী আৰু বিচাৰকে গ্ৰহণযোগ্য বুলি ভবা কিছুমান বিহুনাচ অন্য এখন জিলাৰ বিহুৱা-বিহুৱতী আৰু বিচাৰকে অগ্ৰহণযোগ্য বুলি গণ্য কৰি আছে। এনে মতানৈক্য আনকি একে ঠাইৰে বিচাৰকৰ মাজতো কিছু পৰিমাণে বিদ্যমান। এনে হৈ থকাটো কম গুৰুতৰ কথা বুলি এৰাই চলিলে হ'ব জানো? এনে পৰিস্থিতিত সদৌ অসমভিত্তিক প্ৰতিযোগিতাত অংশগ্ৰহণকাৰী প্ৰতিযোগীয়ে বিভ্ৰান্তিত ভোগিবলগীয়া হৈ থকাটো উলাই কৰি থাকিলে হ'বনে? প্ৰতিযোগীৰ উপৰি অভিভাৱক, বিচাৰক আৰু বিহুতলীৰ উদ্যোক্তাসকলো জানো একে বিভ্ৰান্তিৰে ভুক্তভোগী নহয়? আশীৰ দশকৰ মাজভাগত যোৰহাট আৰু নগাঁৱত অনুষ্ঠিত হোৱা সদৌ অসমভিত্তিক বিহু-অভিবৰ্তনৰ পাছত আজি প্ৰায় কুৰি বছৰেও এখনো তেনে বহল পৰিসৰৰ বিহু-অভিবৰ্তন বা বিহু-কৰ্মশালা অনুষ্ঠিত নোহোৱাটো কেনে কথা হৈছে বাৰু? অথচ বছৰে বছৰে হাজাৰখন বিহুতলী অনুষ্ঠিত হৈয়ে আছে, সিবিলাকত বিভিন্ন বিহু-অনুষ্ঠানৰ প্ৰতিযোগিতা হৈয়ে আছে, শতাধিক বিহুৱতী, বিহুৱা, তেওঁলোকৰ অভিভাৱক, বিচাৰক আৰু উদ্যোক্তাৰ লগতে অন্য বহুতো বিহুপ্ৰেমী ব্যক্তি উপৰিউক্ত বিভ্ৰান্তিত ভুগি আহিছে।

বিচাৰকৰ মতানৈক্যৰ উপৰি আজিৰ উঠি অহাসকলে সততে বিহুনাচ প্ৰত্যক্ষ কৰা মাধ্যমটিয়েই হৈছে কেবোল টি. ভি. আৰু ভি, ছি. ডি.। ইবিলাকত বিভিন্ন পৰিস্থিতি-পৰিবেশৰ আলমত বিভিন্ন ধৰণে বিহুনাচ প্ৰদৰ্শিত হৈছে। তাৰে কিছুমান স্বকীয় বৈশিষ্ট্যমণ্ডিত যদিও কিছুমান তেনে নহয়। উদীয়মানসকলে কোনখিনি গ্ৰহণযোগ্য কোনখিনি অগ্ৰহণযোগ্য সেইটো কেনেকৈ বাছিব? বিহুনাচ, বিহুনাম আৰু বিহু-বাদ্যৰ বিজ্ঞ-অভিজ্ঞসকলেও এইটো নাচ গ্ৰহণযোগ্য, এইটো বিহুনাচ হোৱা নাই বুলি নব-প্ৰজন্মৰ মনঃপূত হোৱাকৈ বুজাই ক'বলৈ ভিত্তি, যুক্তি, উৎসাদি পৰ্যাপ্ত বুলি ভাবিব পাৰি জানো? কিছুমান নাম আৰু নাচ অৱশ্যে অনায়াসে গ্ৰহণযোগ্য আৰু অন্য কিছুমান বিজতৰীয়া হৈছে বুলি ক'বলৈ সমল নথকা নহয়। পিছে কিছুমান ক্ষেত্ৰত শুদ্ধ নে অশুদ্ধ, গ্ৰহণযোগ্য নে অগ্ৰহণযোগ্য,

পৰম্পৰাগত নে অপৰম্পৰাগত ঠাৱৰ কৰাটো বা কোনোবাই ঠাৱৰ কৰিলেও মত সাব্যস্ত কৰিবলৈ কিম্বা পতিয়ন নিয়াবলৈ তথ্য, ভিত্তি, যুক্তি, উৎসাদি পৰ্যাপ্ত নহয় বুলিয়েই বোধ হয়।

**৯) গোটাদিয়েক বিহুদলৰ অন্য পৰিৱেশন আৰু প্ৰতিযোগিতাৰ পৰিৱেশন ভিন্ন কিয়?**

আমি গোটাচেৰেক বিহুদলক প্ৰতিযোগিতাত এক ধৰণৰ আৰু অন্য প্ৰদৰ্শনত এক ধৰণৰ বিহু পৰিৱেশন কৰি অহা দেখিছোঁ। অৰ্থাৎ অন্য প্ৰদৰ্শনত কিছুমান 'বিতৰ্কিত' নাচ, বাজনা পৰিৱেশন কৰি থকা পৰিলক্ষিত হয়। প্ৰতিযোগিতাত নানাচিলেও অন্য প্ৰদৰ্শনত বহুতো দলৰ বিহুৱতীয়ে জাপি লৈ নাচে, কাঁহী ঘুৰাই নাচে, হাতৰ 'বিতৰ্কিত' ভংগী কিছুমান অৱশ্যেই দিয়ে। বিভিন্ন প্ৰকাৰৰ 'কৰিঅ'গ্ৰাফী' কৰে। পৰম্পৰাগত সুৰ-লয়ৰ বিহুনাম গোৱাৰ উপৰি বিহু-সুৰীয়া গীত গায়, আৰু তাৰ আলমত বিহুৱতীয়ে নাচে। এই পৰ্যবেক্ষণে কেইটিমান প্ৰশ্ন জগায়ঃ নিষ্ঠাৰে বিহু চৰ্চা কৰি থকা বহুতেই বিজ্ঞসকলে অগ্ৰহণযোগ্য বুলি কৈ থকা কিছুমান ভংগী আৰু ধৰণক অগ্ৰহণযোগ্য বুলি মানি ল'ব পৰাকৈ যুক্তি বিচাৰি পোৱা নাই নেকি? সমালোচকসকলে সিবিলাক অগ্ৰহণযোগ্য বুলি দিয়া যুক্তি তেওঁলোকে নপঢ়া-নুশুনাকৈ আছে বুলিও ভাবিব নিশ্চয় নোৱাৰি। তেনেহ'লে সেই যুক্তিবোৰ তেওঁলোকে তৰল বা ভিত্তিহীন বুলি ভাবিছে নেকি? নে তেওঁলোক পৰম্পৰাগত বিহুনাচক স্থবিৰ কৰি নাৰাখি তাত নতুনত্ব সংযোগ কৰাৰ পক্ষপাতী? এনে কৰাটো অবাঞ্ছনীয় নেকি? যদি অবাঞ্ছনীয় নহয় তেনেহ'লে নতুনত্ব আনিলেও যাতে বিহুনাচ, বিহুনাম, বিহুবাদ্য বাজনাৰ স্বকীয় বৈশিষ্ট্য অটুট থাকে তাৰ সূত্ৰবোৰ কি কি? এনে মূল সূত্ৰ নিৰ্ধাৰণ কৰিলে সমস্যাটোৰ কিছু সমাধান হ'ব নেকি? নে বিশেষ একো ফল নধৰিব?

**১০) কেছেট-ভি. চি. ডি.-ৰ বিহু**

কেছেট, ভি. চি. ডি.-ৰ বিহুনাচ আৰু বিহুগীতে আজি বহুতো বয়সস্থ তথা অভিজ্ঞ বিহুৱা-বিহুৱতী আৰু বিহু-সংস্কৃতিপ্ৰেমীক অতৃপ্তি দিছে। এনে অতৃপ্তি বাটে-ঘাটে আলোচিত হোৱাৰ উপৰি কাকত-আলোচনীৰ পাততো প্ৰকাশ পাইছে। বিহু -কেছেট বিহু-ভি. চি. ডিত প্ৰচাৰিত কিছুমান গীত প্ৰকৃতাৰ্থত বিহুগীত হোৱা নাই বুলিছে। তেনে গীতত নচা বিহুনাচে স্বকীয়তা হেৰুৱাইছে বুলিছে। এনে পৰিস্থিতিত বিহুগীতৰ বৈশিষ্ট্যখিনি ফঁহিয়াই নুলিয়ালে, কোনোবা এটা গীত বিহুগীত কিয় হোৱা নাই বা কিয় হৈছে সেই কথা বুজাই ক'বলৈ দেখোন অসুবিধা। নৱ-প্ৰজন্মই এনে প্ৰশ্ন কৰিলে বুজাবলৈ সৰ্বজনগ্ৰহণীয় তথ্য-পাতি নাই দেখোন? ইবিলাক ফঁহিয়াই উলিয়াব নোৱাৰিনে?

**১১) বহুতো সংস্কৃতিপ্ৰেমী বিহুতলীৰ নিলগত**

বিহুতলী আয়োজিত হৈ থকা বিভিন্ন ঠাইত ভালেসংখ্যক সংস্কৃতিপ্ৰেমী ব্যক্তি বিহুতলী

আয়োজনৰ পৰা বহু আঁতৰত। এনেদৰে আঁতৰি থাকিবলগীয়া হোৱাৰ গুৰি কেইবাটাও বুলি বোধ হয়ঃ

ক) বৰ্তমানৰ বিহুতলী সম্বন্ধীয় কিছুমান কথাত অতুষ্টি হেতুকে ইচ্ছাকৃতভাৱে বিহুতলীৰ সমস্ত কাৰ্য-কলাপৰ পৰা নিজকে আঁতৰাই ৰাখে।

খ) বিহুতলী আয়োজনত সক্ৰিয়ভাৱে লাগিবলৈ সময়ৰ অভাৱ।

গ) বিহুতলী আয়োজনৰ দায়িত্ব উঠি অহাখিনিৰহে বুলি কৰা ভাববোধ।

ঘ) আলোচনাদিত সকলে ডাঙৰক যথাযোগ্য সন্মান দিয়াৰ পৰম্পৰা বৰ্তমান অতি শিথিল বাবে কোনো কোনোৰ আত্মসন্মান লাঘৱ হোৱাৰ শংকা।

ঙ) বিহুতলী আয়োজনত সক্ৰিয় ভূমিকা লোৱাখিনিয়ে বা লৈ অহাখিনিয়ে সংস্কৃতিৱান, সাধু আৰু নিৰ্ভীক বুলি জনা লোকসকলক ইচ্ছাকৃতভাৱেই বিহুতলী আয়োজনৰ পৰা আঁতৰাই ৰাখিবৰ চেষ্টা কৰা।

উল্লেখনীয় যে গাঁও অঞ্চলত নকৈ আয়োজন কৰিবলৈ লোৱা কিছুমান বিহুতলীৰ আয়োজনৰ ক্ষেত্ৰত বয়সস্থলোকৰ সক্ৰিয় অংশগ্ৰহণ তুলনামূলকভাবে সন্তোষজনক ।

১২) বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহ

ব্যৱসায়ীৰ দুৱাৰে দুৱাৰে ঘূৰি বিহুতলী আয়োজনৰ বাবে ধন তোলা হয়। কোনো কোনোৱে হেনো শকত অংকৰ ধন সৰকাবলৈ প্ৰয়োজনত ডকা-হকাও দিয়ে! ব্যৱসায়ী এজনে তেওঁ বসতি কৰি থকা অঞ্চলৰ বিহুতলী একোখনৰ উপৰি অন্য ঠাইৰ বহুতো বিহুতলী আয়োজনাৰ্থেও দান-বৰঙণি নিদিলে নহয়! অন্যহাতে বিহুতলী একোখনৰ আয়োজনত জড়িত থকা বছা বছা লোকক ধন সংগ্ৰহৰ অৰ্থে চপোৱা ৰচিদ বহী বিলোৱা হয় আৰু তেওঁলোকে চিনাকিসকলৰ পৰা সেই বহীত চান্দা তোলে। তেনে চিনাকিজন সেই বিহুতলীখনৰ লগত জড়িত হওক বা নহওক সেইটো লেখৰ কথা নহয়! ক'ৰবাত ক'ৰবাত ৰাস্তাইদি যোৱা গাড়ীৰ আৰোহী আদিৰ পৰাও ধন সংগ্ৰহ কৰিবলৈ চেষ্টা কৰে বিহুতলী পতাৰ নামত। মুঠতে ধন লাগে, বহুত ধন নহ'লে বিহুতলী আয়োজন কৰিব নোৱাৰি! আজিৰ পৰিৱেশত জাতীয় উৎসৱ বিহু উদযাপন কৰিব লাগিলে বহুত ধন লাগিবই ,আৰু সেই ধন যেন-তেন প্ৰকাৰে সংগ্ৰহ হ'ব লাগিবই। তাতে কাৰোবাৰ নাকত ধৰিলেও ধৰক! সেই বুলিয়েই জাতীয় উৎসৱ বিহুটি ৰমক-জমককৈ নেপাতিম নে?

এইবোৰলৈ দেখি শুনি প্ৰশ্ন কিছুমানে মন-প্ৰাণত খুন্দিয়াই থাকে।

অ) লোকৰ পিঠাৰে বিহু পতাৰ প্ৰয়োজন আছেনে?

আ) বিহুতলী আয়োজনত ইমান শকত অংকৰ ধন নহ'লেই নহয় নেকি? বিকল্প ব্যৱস্থাৰ কথা ভাবিব নোৱাৰি নে? বৰ্তমান চলিত ধৰণতকৈ কিছু ভিন্নভাৱে কম ধন খৰচ কৰি অথচ অধিক সু-উদ্দেশ্যধৰ্মীভাৱে বিহুতলী আয়োজন কৰিব নোৱাৰিনে?

ই) ইমান শকত অংকৰ ধন খৰচ কৰি বছৰে বছৰে বিহুতলী আয়োজন কৰি থকাটো মুখৰ কথানে? এই ব্যৱস্থাপনা কিমানদিন চলিব পাৰিব?

ঈ) কেৱল নিজ অঞ্চলৰ লোকৰ বৰঙণিৰে বিহুতলী পাতিব নোৱাৰিনে? প্ৰতি বছৰেই এনেকৈয়ে পতাটো সম্ভৱ হ'বনে? এইটো সম্ভৱ হ'বলৈ হ'লে বিহুতলীৰ অন্য আনুষংগিক দিশবোৰ কেনে হোৱা প্ৰয়োজন? আমাৰ বহুতো গাঁৱত কেৱল ভাৰৰীয়াসকলৰ বৰঙণিৰেই যুগ যুগ ধৰি প্ৰতিবছৰে গাঁও একোখনত ভাওনা অনুষ্ঠিত হৈ অহা নাইনে? এনেকৈ পাতিব পৰাৰ ৰহস্য ক'ত?

এ) কিছুমান কথা 'দেখাক দেখি উঠিল গা কেঁতুৰিয়ে ক'লে মোকো খা'ৰ দৰে হৈ আছে নেকি? নে 'গাত নাই ছাল বাকলি মদ খাই তিনি টেকেলী'ৰ দৰে হৈছে?

ঐ) কিছুমানৰ স্বাৰ্থপৰ লোকৰ স্বাৰ্থসিদ্ধিৰ বাবেই অবাঞ্ছিত ব্যৱস্থাপনাবোৰে গা কৰিব পাৰিছে নেকি?

## ১৩) বিহুতলীতে এলাগী বিহু, বিহু-শিল্পী, লোক-শিল্পী

বিহুতলীতে বিহু-সংস্কৃতি, বিহু-শিল্পী আৰু লোক-সংস্কৃতিৰ শিল্পী এলাগী হোৱাটো কম মাৰাত্মক কথা হৈছেনে? বহুতো বিহুতলীত বিহু প্ৰতিযোগিতাবোৰ অনুষ্ঠিতকৰণ নিমিত্ত মাত্ৰ হৈ পৰিছে। মুখ্য হৈ পৰিছে সাংস্কৃতিক সন্ধিয়াৰ ব্যয়বহুল আয়োজন। তাতো বিহু আৰু লোক-সংস্কৃতিৰ স্থান একেবাৰে তলত। পাশ্চাত্য বাদ্যযন্ত্ৰৰ সংগতত পৰিবেশিত বিহুসুৰীয়া গীতৰ অনুষ্ঠনে লাভ কৰিবলৈ লৈছে ৰঙা দলিচাৰ আদৰণি; অথচ ঢোল, পেঁপা, গগনা-বাঁহীৰ অবিহনে যে বিহুগীতৰ অমিয়া মাধুৰী ফুটি নুঠে সেই কথাও প্ৰতীয়মান নোহোৱাকৈ থকা নাই। বিহুগীত পৰিৱেশন কৰোঁতে আজি দুবছৰমানৰ পৰা দুই এক প্ৰতিষ্ঠিত শিল্পীয়ে পাশ্চাত্য বাদ্যযন্ত্ৰৰ লগতে ঢোল-পেঁপা-গগনা-বাঁহীৰো ব্যৱহাৰ কৰিবলৈ লোৱাটোৱে তাকেই সূচায়। তেনে প্ৰতিষ্ঠিত শিল্পীসকলে কেৱল বিহুবাদ্যৰ সংগতেৰেও মন পৰশাকৈ বিহুগীত পৰিৱেশন কৰিব নোৱৰাৰ কথা আছেনে? বিহুতলীৰ উদ্যোক্তাসকলেও এনে পৰিৱেশনত সমৰ্থন আৰু উৎসাহ যোগাই বিহু-সংস্কৃতিৰ উৎকৰ্ষ সাধন আৰু অৱক্ষয় ৰোধত প্ৰভূত বৰঙণি আগবঢ়াব পাৰিব বুলিও আশা কৰিব নোৱাৰিনে?

কিছুমান বিহুতলীত বিহুনাচ, বিহুনাম, বিহুসুৰীয়া গীত, ঢুলীয়া হাত, অসমীয়া লোকগীত-মাত আদি সবৰে ওপৰত স্থান পাবলৈ লৈছে হিন্দী গীত-মাতৰ উত্তাল বন্যাই। অনেক বিহুতলী যেন হৈ পৰিছে অপৰম্পৰাগত আৰু জাতীয় স্বকীয়তাহীন নৃত্য-গীত-বাদ্যৰ মহামেলা, যাৰ মাধ্যমত ওৰে ৰাতি এচামে উত্তাল-উন্মাদ হৈ উল্লাসত নিজকে ঢৌৱাই দিব পাৰে। ঢোল-পেঁপা বাজক নাবাজক, বিহুনাচ পৰিৱেশন হওক নহওক, 'কী-বৰ্ড' বাজক, গীতাৰ বাজক, যি বাজে বাজক, ঢোল-পেঁপা-বাঁহী-গগনা-কী-বৰ্ড-গীতাৰ-ড্ৰাম ছেট একেকাৰ হৈ বাজিলেও বাজক, আচল কথা বিহুনাচ, চাম্বা নৃত্য, ভাংৰা নাচ ইত্যাদি ইত্যাদি একাকাৰ

কৰি যিকোনোভাবে হাত, ভৰি, মূৰ জোকাৰি নাচিব পৰা অনুষ্ঠান হ'ব লাগিব। সেয়েহে 'জমনি'; সেইখনহে 'ফালাফালি' বিহুতলী।

এইবোৰ বিহু সংস্কৃতিকে মুখ্য কৰি জাতীয় জীৱন আৰু জাতীয় সংস্কৃতিৰ প্ৰতি চৰম ভাবুকি নহয় নে? এই ভাবুকি উলাই কৰি থাকিবলৈ হ'লে বিহুতলীভিত্তিক বিহু সংস্কৃতি ঘূণে খাই ভিতৰি ফোপোলা হোৱা কাঠৰ খুঁটাৰ ওপৰত প্ৰতিষ্ঠিত ঘৰ এটাৰ দৰে ক্ৰমে উঁৱলি নেযাবনে? বিহুৰ নামতে বিহুতলী পাতি বিহু অনুষ্ঠান আৰু বিহু সংস্কৃতিৰ শিল্পীক অনাদৰ অৱহেলা কৰাটো আশ্চৰ্যজনক নহয়নে? এনেখন হৈ আছে কিয়? ইয়াৰ ৰহস্য ক'ত? এনে কৰি থকা উদ্যোক্তাসকলে কথাটোৰ প্ৰতি সিমান সজাগ নোহোৱাটো এক কাৰণ হ'ব পাৰে নেকি? তেওঁলোকৰে যিসকল সজাগ তথা বিহু অনুষ্ঠান আৰু বিহু শিল্পীক আগস্থান দিয়াৰ পক্ষপাতী, সেইসকলে নিজমত নিৰ্ভীকতাৰে সাব্যস্ত কৰিবৰ প্ৰয়াস নকৰাটো এটা কাৰণ হ'ব পাৰে কিজানি? যদিহে ই এটা কাৰণ তেনেহ'লে তেওঁলোকে স্ব-মত দাঙি ধৰিব নোৱৰাৰ কেৰোণবোৰ ক'ত বা কি কি? আকৌ কিছুসংখ্যক উদ্যোক্তা প্ৰকৃতাৰ্থত বিহুপ্ৰেমী নহয় নেকি? বিহুনাচ, বিহুনাম, বিহু অনুষ্ঠান, লোকগীত-মাতক তুলনামূলকভাৱে হেয় জ্ঞান কৰাৰ মানসিকতা পুহি থকা বিধৰ নেকি? নে বিহুতলী পাতিব লাগে কাৰণেই গতানুগতিকভাৱে পাতি আছে; সোঁতৰ বিপৰীতে যোৱাৰ প্ৰয়োজন বোধ কৰা নাই, প্ৰয়োজন বোধ কৰিলেও সাহস কৰিব পৰা নাই, সাহস কৰিলেও প্ৰয়োজনীয় কষ্টখিনি কৰিবলৈ বা দায়িত্ব ল'বলৈ মন মেলা নাই?

প্ৰসংগক্ৰমে অলপতে হোৱা এক বিশেষ অভিজ্ঞতাৰ বিষয়ে থোৰতে ক'ব খুজিছোঁ - ২০০৫ চনৰ ৬ ডিচেম্বৰ। ২ ডিচেম্বৰৰ পৰা যোৰহাটত অনুষ্ঠিত হোৱা 'চাহ মহোৎসৱ'ৰ শেষ দিন। পুৱাতে ঢোলৰ যাদুকৰ যশস্বী শিল্পী সোমনাথ বৰা (ওজা)ৰ লগত ফোনত কথা হওঁতে গম পালো যে সিদিনা সন্ধিয়া তেখেতে মহোৎসৱত অনুষ্ঠান পৰিবেশন কৰিব। মনটো থৌকিবাথৌ লাগি গ'ল। বহুদিন ধৰি এই মহান শিল্পীজনৰ অনুষ্ঠান চাবলৈ পোৱা নাছিলো। গতিকেই ৰভাথলীত উপস্থিত হৈ আশাৰে বাট চাই ৰৈছিলো সাম্প্ৰতিক কালৰ আটাইতকৈ জনপ্ৰিয় ঢুলীয়া শিল্পীজনাৰ ঢোলৰ যাদু উপভোগ কৰিবলৈ। এটা সময়ত ঘোষকে তেখেতৰ অনুষ্ঠানটি অতি সুন্দৰকৈ ঘোষণা কৰিলে । তেখেতে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত ঢোলৰ মহিমা প্ৰকাশেৰে ঢোল আৰু অসমীয়া সংস্কৃতিৰ গৰিমা প্ৰচাৰৰ কথাবোৰ উনুকিয়ালে। বিভিন্ন বিদেশী ৰাষ্ট্ৰত অনুষ্ঠিত হোৱা আন্তঃৰাষ্ট্ৰীয় মহোৎসৱ আদিত ঢুলীয়া হাত পৰিবেশন কৰি পোৱা বিভিন্ন বঁটাৰ বিষয়ে আৰু দেশে-বিদেশে কেনে উচ্চ প্ৰশংসা বুটলি অসমৰ আৰু ভাৰতবৰ্ষৰ সুনাম আনিবলৈ সক্ষম হৈছে তাৰ আভাস দাঙি ধৰিলে। ঘোষণাখিনিয়ে স্বাভাৱিকতেই ভাল লাগি থকা মনটো আৰু বেছিকৈ প্ৰফুল্লিত কৰি তুলিলে।

ওজাদেৱ মঞ্চলৈ অহাৰ লগে লগে জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। সভাঘৰ ৰজনজনাই গ'ল। পিছে শিল্পীগৰাকীয়ে অনুষ্ঠানৰ আৰম্ভণিতে কোৱা কথা কেইষাৰমানে

মনটো ভাৰাক্ৰান্ত কৰি তুলিলে। ওঁঠত শিল্পীসুলভ হাঁহিটি বিৰিঙাই অনুষ্ঠানটিৰ উপস্থাপন পৰ্বৰ মাজে মাজে তেখেতে কেইবাটাও গুৰুত্বপূৰ্ণ কথা ক'লে। কথা কেইষাৰে যে যিকোনো অসমীয়া সংস্কৃতিপ্ৰেমীৰে বুকুত খোঁচ মাৰিব তাত কোনো সন্দেহ নাই। "মোৰ এইটো অনুষ্ঠান 'গেপ ফিলিঙ'হে, আচল ৰসাল 'প্ৰগ্ৰেম' ইয়াৰ পিছতেই আহি আছে; আপোনালোক চাগে তালৈহে আশা পালি বৈ আছে। ঢোল শুনিবলৈ বৈ থকা নাই নিশ্চয়। আজিকালি আমাক তেনেকৈ নিবিচাৰেই নহয়।" কথাৰ জেৰ টানি তেখেতে আৰু ক'লে যে ৰাজ্যৰ বাহিৰত ঢুলীয়া হাতে মানুহক যিমান আকৰ্ষিত কৰে আমাৰ ৰাইজক আজিকালি তাতকৈ বহুত কম কৰে যেন লাগে। কোনোবা এখন আন্তঃৰাষ্ট্ৰীয় মহোৎসৱত হেনো তেখেতে ঢোল বজোৱাৰ অন্তত অন্য ৰাষ্ট্ৰৰ শিল্পী দল এটাই ঢোলটোৰ বিষয়ে ইমানেই আগ্ৰহ দেখুৱালে যে তেওঁলোকক ঢোল এটা উপহাৰেই দি আহিবলগীয়া হ'ল। অনুষ্ঠানটিৰ উপস্থাপন পৰ্বৰ শেষত তেখেতে সেই চিনাকি কথাফাঁকি টেটুফালি চিঞঁৰিলে -

"ঢোল থাকিলেহে বিহু থাকিব

বিহু থাকিলেহে অসমীয়া জাতি থাকিব..."

কথাষাকিৰ সমৰ্থনত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। মোৰ মনত কেইবাটাও প্ৰশ্নই উকমুকালে।

সোমনাথ বৰা (ওজা)ৰ পৰ্যায়ৰ শিল্পীয়েও হাজাৰখন বিহুতলী অনুষ্ঠিত হৈ থকা অসমখনত পৰ্যাপ্ত পৰিমাণে অনুষ্ঠান পৰিবেশনৰ বাবে নিমন্ত্ৰণ পাই থকা নাই নেকি? তেখেতকো যথাযোগ্য মূল্য আৰু আদৰ-সাদৰ-সম্ভাষণ জনোৱাত কৃপণালি কৰা হৈছে নেকি? এনে এগৰাকী লোক-শিল্পীৰে যদি এই অৱস্থা বাকীসকলৰ কেনে? এনেকুৱা হৈ থাকিবলগীয়া হ'লে নৱপ্ৰজন্মই লোকগীত-মাত-বাদ্যৰ চৰ্চা কৰিবলৈ নিৰুৎসাহ নহৈ উৎসাহী হ'বনে? আজি ভালেমান দশক ধৰি ইমূৰৰ পৰা সিমূৰলৈ বিহুতলীয়ে তোলপাৰ লগাই থকা অসমখনত সোমনাথ বৰাৰ দৰে শিল্পীয়েও যদি 'ঢোল থাকিলেহে বিহু থাকিব' বুলি ৰাইজক ঢোলবাদ্য-বাজনাক আদৰি ল'বলৈ টেটু ফালি চিঞঁৰি ক'বলগীয়া হয়, তেনেহ'লে বিহুতলীৰ আঁচলত ধৰি কোন দিশে গতি কৰিছে বৰ্তমানৰ বিহু সংস্কৃতি তথা অসমীয়া সংস্কৃতি? বিহুতলী আয়োজনেৰে বিহু উদ্‌যাপন কৰিবলৈ লোৱা অসমীয়া জাতিটোৰ সংস্কৃতি ধাৱমান হৈছে কোন দিশে?

সোমনাথ বৰা (ওজা)ৰ দৰে মহেন্দ্ৰ চুতীয়াকো (ওজা) কেইবাখনো মঞ্চত সেই একেফাঁকি কথা দেহ-মনৰ সমস্ত শক্তিৰে চিঞৰা শুনিছোঁ আৰু প্ৰতিবাৰতে প্ৰত্যক্ষ কৰিছোঁ তাৰ সমৰ্থনত জাউৰি জাউৰি হাত চাপৰিৰে ৰভাখলী ৰজনজনাই যোৱা।

বিভিন্ন ঠাইত বহুবাৰ ঢুলীয়া ওজাৰ অনুষ্ঠান চাইছোঁ। প্ৰতিবাৰতে ৰাইজক প্ৰাণ ভৰি উপভোগ কৰা দেখিছোঁ; ৰঙত উতলা হোৱা দেখিছোঁ; তালে তালে নচা দেখিছোঁ। অন্যখিনি অসমীয়া লোকসংস্কৃতিও ৰাইজে কিমান ভাল পায় তাৰ অনেক উদাহৰণ আমাৰ চকুৰ আগতে আছে। সৰুৰে পৰা আজি পৰ্যন্ত এটা কথা লক্ষ্য কৰি আহিছোঁ যে অসমৰ বহুতো

জিলাৰ গাঁও-ভূই, নগৰ-চহৰৰ প্ৰায়বোৰ ঘৰতে পুৰা ৰেডিঅ'ত বজা লোকগীত, টোকাৰী গীত, জিকিৰ, ওজাপালি, ভক্তিগীত আদিৰে ৰজনজনাই থাকে। আজি কেইবছৰমানৰ পৰা অৱশ্যে কিছু পৰিমাণে ৰেডিঅ'ৰ ঠাই কেছেট, চি. ডিয়ে লৈছে। পৰম্পৰাগত লোকগীতসমূহৰ কেছেট, চি. ডি.য়ে ভাল বজাৰ পাইছে। খিলঞ্জীয়া অসমীয়াৰ উপৰি বাকী জনগোষ্ঠীৰ লোকসকলেও সিবিলাক শুনি আপ্লুত হৈছে আৰু সেইবাবেই সিবিলাক বাজিছে ঘুমটিয়ে ঘুমটিয়ে, দোকানে-দোকানে, ঘৰে-ঘৰে ।

ইমান জনপ্ৰিয় হোৱা সত্ত্বেও বিহুতলীত কিয় যথাপৰিমাণে স্থান পোৱা নাই অসমীয়া লোক কলা-কৃষ্টিৰ গীত-মাত অনুষ্ঠানে? কিয় যথাযোগ্য, আদৰ-সাদৰ আৰু মূল্য পোৱা নাই লোক কলা-কৃষ্টিৰ শিল্পীয়ে? কী-বৰ্ড, গীতাৰ, ড্ৰাম ছেট আদিৰ সংগতেৰে বিহুসুৰীয়া গীতকে ধৰি অন্য গীতৰ অনুষ্ঠান পৰিৱেশন কৰা সকলতকৈ বিহু আৰু লোকশিল্পী এজনক বহু পৰিমাণে কম মাননি বা পৰিশ্ৰমিক দি থকাটো কেনে কথা হৈছে? নাম-যশ অনুযায়ী শিল্পী এগৰাকীৰ মাননিৰ তাৰতম্য হ'বই; সেইবুলি আকাশ-পাতাল তাৰতম্য হোৱাটো আৰু হৈ থকাটো ভাল কথা হৈছে জানো?

আকৌ ঢুলীয়া হাত, টোকাৰী গীত, দেহবিচাৰৰ গীত, ওজাপালি, জিকিৰ আদি লোকগীত-মাতৰ অনুষ্ঠানৰ পয়োভৰ হ'লে বিহুতলীত ৰাইজ গোট নেখাব বুলি কোনো কোনোৱে কৰা সন্দেহ কিমান যুক্তিসংগত? এনে ধাৰণা বাস্তৱত সত্য প্ৰমাণিত হোৱাৰ সম্ভাৱনা কিমান?

### ১৪) প্ৰলোভনৰ গৰাহত বিহু বিচাৰক

বিহুতলীৰ বিচাৰকক প্ৰতিযোগী আৰু প্ৰতিযোগীৰ কোনো সম্বন্ধীয়ই ধন ইত্যাদিৰে প্ৰলোভিত কৰি প্ৰতিযোগিতাত পুৰস্কাৰ পাবৰ অপচেষ্টা কৰা কথাটো বিশ্বাস কৰিবলৈকে টান লাগে। তেনে প্ৰতিযোগী আৰু অভিভাৱক আছে বুলি ভাবিবলৈকে মন নাযায়। তেনে প্ৰলোভনত প্ৰলোভিত হোৱা লুভীয়া, আত্মসন্মানবোধ নথকা, নীচ চৰিত্ৰৰ ব্যক্তিয়েও বিহুতলীত বিচাৰকৰ আসন অপৱিত্ৰ কৰিবলৈ লৈছে বুলি মনটোক পতিয়ন নিয়াবলৈকে বৰ কষ্ট হয়। দুৰ্ঘটনাত অকাল বিয়োগ ঘটা আত্মীয়ৰ মৃত্যু সংবাদ সত্য বুলি মানি ল'বলৈ কষ্ট হোৱাৰ দৰেই এই মনোকষ্ট। সেয়েহে 'প্ৰান্তিক'ৰ পাতত বিশিষ্ট উদ্ভিদবিদ, বিহু সংস্কৃতিৰ জ্ঞানৰ ভঁৰাল, অভিজ্ঞ বিহু-বিচাৰক আনন্দ চন্দ্ৰ দত্তদেৱৰ তলৰ কথাখিনি পঢ়াৰ পিছত অথাই সাগৰত বুৰ যোৱা যেন লাগিল।

"১৯৯৬ চনত এখন বিহু সন্মিলনত বিচাৰকৰ আসনত বহোঁতে দেখিলো দুজন আমাৰ পুৰণি বন্ধু বিচাৰক হৈছে। সেই দুজনৰ লগতে হাইস্কুলত পঢ়ি আমি একেলগে মেট্ৰিক পাছ কৰিছিলো। তেতিয়া সেই দুজনৰ মুখত বিহুমৰা, হুঁচৰি গোৱা, ঢোল-পেঁপা বা বিহুনাম গোৱা কাহানিও শুনা নাছিলো। এই বিহু সন্মিলনখনত মই বিচাৰক স্বৰূপে বহি থকা দেখি তেওঁলোকে সেমেনা সেমেনি কৰিছে। মই সুধিলো, 'তোমালোক কেতিয়াৰ পৰা বিহুত

বিচাৰক হ'লা? ই কি কথা?' কেইজনমান মানুহে আমি কথা পতা শুনি আছিল। চল চাই তাৰে এজনে মোক তেওঁৰ এঘাৰ-বাৰ বছৰীয়া ছোৱালীজনীক প্ৰথম কৰি দিবলৈ ক'লে, আৰু তাৰ বাবদ উচিত মাননি দিব বুলি ক'লে। মই অস্বস্তি বোধ কৰিলো। কি কৰা যায় এতিয়া! প্ৰতিযোগিতা আৰম্ভ হ'ল। মোৰ বিচাৰমতে ছোৱালিটি পঞ্চম হ'ল।যেতিয়া আমি তিনিওজনে নম্বৰ যোগ কৰিছিলো, তেতিয়া দেখিলো, আন দুজনে উচ্চ নম্বৰ দি প্ৰথম কৰি থৈছে। মোকো নম্বৰ বঢ়াই ছোৱালিটি যাতে প্ৰথম হয় তাৰ বাবে বুজাইছে। তাই হেনো সদায়েই প্ৰথম হৈ আহিছে। মই যেতিয়া দৃঢ়ভাৱে মত সলনি নকৰোঁ বুলিলো, তেওঁলোকে কাগজ-পত্ৰবিলাক মোকে চমজাই দি ঘোষণাটো মোকে কৰাৰ দায়িত্ব দি বিহুতলী এৰি গুচি গ'ল। মই হোলাৰ ভাই মোলা। গড় উলিয়ালত সেই ছোৱালীটিয়ে তৃতীয় স্থান পালে। মই মঞ্চত উঠি ঘোষণা কৰাৰ লগে লগে গণ্ডগোল লাগিল। এদলে কিৰিলি পাৰি স্ফূৰ্তি কৰিছে আৰু এদলে আমাক অপমান কৰাৰ কথা ভাবিছে। কথাটো ভাল নেদেখি দুজন যুৱকে মোক ঘৰত থৈ গ'লহি। দহ-বাৰদিনমান পাছতে কেইজনমান যুৱকে মোৰ ওচৰলৈ আহি জনালেহি যে সেই ছোৱালিটি য'তে ত'তে প্ৰথম হয়। প্ৰকৃততে প্ৰথম হোৱাৰ যোগ্যতা আছেনে নাই তাক জানিবলৈ মোকো এজন বিচাৰক হিচাপে নিৰ্বাচিত কৰা হৈছিল।" (প্ৰান্তিক, ১ এপ্ৰিল, ২০০৫, পৃঃ ২৪)

ওপৰৰ কথাখিনি পঢ়াৰ পিছত বিষয়টো কেইবাজনো সতীৰ্থ বিহুপ্ৰেমীৰ লগত আলোচনা কৰিছিলো। এসময়ৰ এজন অভিজ্ঞ বিহুৱা আৰু বৰ্তমানৰ বিহু বিচাৰক প্ৰবীণ শইকীয়াই স্ব-অভিজ্ঞতা এটাৰ বৰ্ণনা এনেদৰে দিলে ঃ "ৰাতি প্ৰায় দহমান বজাত ফোনটো বাজিল। মই ফোনটো কাণত লৈ 'কৃষ্ণ' বোলাৰ লগে লগে অতি বিনম্ৰভাৱে সিফালৰ পৰা কথা আৰম্ভ কৰিলে। প্ৰথমেই বিহুৱতী এজনীৰ দেউতাক বুলি কৈ দুটিমান খোকোজা লাগি থকা কথা জানি ল'ব বিচাৰিহে ফোন কৰি আমনি কৰিছে বুলিলে। তাৰ পাছত বিহুনাচ সম্বন্ধীয় দুটামান প্ৰশ্ন সুধিলে। মই চমু উত্তৰ দিলো। তাৰ পাছত মোক বিচাৰক হিচাবে বিহুতলী এখনলৈ নিমন্ত্ৰণ কৰিছে বুলি গম পাই সুখী হৈছে বুলি আৰম্ভ কৰি ভালেখিনি কথা অনৰ্গল কৈ গ'ল। শেষত অকণমান চাব দেই বুলিলে। ছোৱালীজনীৰ নাম পিছে নক'লে। মই এবাৰো মাত মাতিব নোৱাৰিলো, খং আৰু ক্ষোভত। ফোনটো থেকেচা মাৰি থৈ দিলো। অলপ পিছত পুনৰ ফোনটো বাজিল; ফোন উঠাই কাণত লগোৱাৰ লগে লগে 'আকৌ আমনি কৰিছোঁ বেয়া নাপাব দেই' বুলি কৈ নিলৰ্জভাৱে কৈ উঠিল - 'চাওক শইকীয়া, পুৰস্কাৰৰ ধন মোৰ দৰকাৰ নাই, ছোৱালীজনীয়ে বৰ কষ্ট কৰিছে; পুৰস্কাৰ নাপালে তাই বৰ দুখ পাব। তাইক প্ৰথম বা দ্বিতীয় কিবা এটা কৰি দিব পাৰে যদি চাবচোন। পুৰস্কাৰৰ তিনিগুণ দিবলৈ সাজু আছোঁ। আজিকালি এইবিলাক চলিছে বুলি শুনিছোঁ।'

আমাৰ এই অধ্যয়নৰ এজন মতদাতা দিগন্ত শইকীয়ায়ো আমালৈ প্ৰেৰণ কৰা এখন দীঘলীয়া চিঠিত অন্য কথাৰ লগতে এনে অভিজ্ঞতাৰ কথা জনাইছে -"মই এইবাৰ ৩২ খনমান বিহুতলীত বিচাৰ কৰিলো। কিন্তু এটা কথাত বৰ দুখ পাওঁ। আজিকালি 'চাব

দেই', বা 'চাবা দেই'। আমাৰ নিচিনা বিচাৰকেই যদি তেনেধৰণৰ কথা কয় মোৰ বৰ বেয়া লাগে। মই ঘোৰ ভগৱান বিশ্বাসী; মই জনাকণৰ পৰা তেনে কৰিবলৈ বেয়া পাওঁ।"

আজি কেইবছৰমানৰ পৰা হেনো কোনো কোনো বিহুতলীৰ বিচাৰক নিমন্ত্ৰণো প্ৰতিযোগী পক্ষ বা দল গোটাচেৰেকে পৰোক্ষ কিম্বা প্ৰত্যক্ষভাৱে প্ৰভাৱান্বিত কৰি পুৰস্কাৰ লাভ কৰাৰ অপচেষ্টা চলাবলৈ লৈছে।

অতঃএব উপৰিউক্ত দুষ্কৃতিয়ে যে ভালকৈয়ে গা কৰি উঠিছে তাত কোনো সন্দেহ নাই। সন্দেহ নাই যে বিহুতলীৰ মাধ্যমত বিহু সংস্কৃতি চৰম বিপৰ্যয়ৰ সমুখত। এই বিপৰ্যয় ৰোধ কৰিবলৈ প্ৰকৃত সংস্কৃতিবানসকল দূৰত অৱস্থান ল'লে হ'ব জানো? দুষ্কৃতিৰ মোকাবিলা বিহু-সংস্কৃতিপ্ৰেমীসকলেই নকৰিলে কোনে কৰিব? এনে দুষ্কাৰ্য চলি থাকিবলৈ হ'লে নিষ্ঠাৰে বিহুচৰ্চা কৰা প্ৰতিযোগীসকলৰ, বিশেষকৈ খাটি খোৱা পৰিয়ালৰ বিহুৱা-বিহুৱতীসকলৰ অৱস্থা ঘঁৰিয়াল থকা পানীত বসবাস কৰা কম বলৱান প্ৰাণীৰ দৰে নহ'বনে? অন্যহাতে পানীত থাকি ঘঁৰিয়ালৰ সৈতে যুঁজ দি লাভ কি বুলি অন্য বহুতো বিচাৰক দুষ্কৃতিকাৰীহঁতৰ শাৰীত থিয় হ'লৈগে বিহু প্ৰতিযোগিতা তথা প্ৰতিযোগীৰ অৱস্থা কি হ'ব? নিষ্ঠা আৰু একাগ্ৰতাৰে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰাসকলৰ বুকুবোৰ ভাগি নপৰিবনে? প্ৰতিহিংসা, প্ৰতিশোধত অনেকৰ চকু-মুখ-দেহত হিংস্ৰ ভাবৰ সৰ্বনাশী চমকনি নিজিলিকিবনে? এনেয়ে আঁতিছে, তাতে এনেধৰণৰ দুৰ্নীতিয়েও যদি গা কৰিবলৈ হয় তেনেহ'লে পবিত্ৰ বিহু সংস্কৃতিৰ পানীত হাঁহ নচৰা অৱস্থা হ'বলৈ আৰু কেইদিন লাগিছে? পিছে কি কি ব্যৱস্থা গ্ৰহণৰ দ্বাৰানো বাৰু বিহু সংস্কৃতিক দুৰ্নীতিৰূপী অক্টোপাছৰ হাতোৰাৰ পৰা নিলগাই ৰাখিব পৰা যাব?

### ১৫) বিহুতলীৰ ব্যয় বাহুল্যতা

বিহুতলীবোৰত দিনক দিনে চৰি অহা অত্যধিক জাকজমকতা, অৰ্থ ব্যয় আৰু যান্ত্ৰিকতাও চিন্তাৰ বিষয় হৈ পৰিছে। প্ৰযুক্তি কৌশলৰ দ্ৰুত প্ৰসাৰ তথা সহজলভ্যতা আৰু জীৱন-যাপন ব্যৱস্থাপনাৰ লগত খাপ খোৱাকৈ বিহুতলীবোৰত জাকজমকতা; অৰ্থ আৰু যন্ত্ৰাদিৰ প্ৰয়োগ কৰাটো অপ্ৰয়োজনীয় বা অপ্ৰাসংগিক বুলি নিশ্চয় ক'ব নোৱাৰি। কিন্তু সিবিলাকৰ মাপকাঠিৰে বিহুতলী একোখনৰ মানদণ্ড জোখাৰ মানসিকতাই বিহু সংস্কৃতি আৰু জাতীয় মূল্যবোধৰ সৰ্বনাশ মাতি আনিছে। বিহুতলীবোৰৰ মাজত যেন জাকজমকতা, অৰ্থ ব্যয় আৰু প্ৰযুক্তি কৌশল প্ৰয়োগৰ প্ৰতিযোগিতাহে চলিছে! বিহুনাম, বিহুনাচ, বিহুবাদ্য তথা বিহু-অনুষ্ঠানৰ প্ৰতিযোগিতা প্ৰদৰ্শন যেন উপলক্ষ্যহে! এই মানসিকতাৰ কবলত বিহুতলী আয়োজনৰ যথাৰ্থ উদ্দেশ্য যেনে তেনেই উপেক্ষিত হৈছে! এই সৰ্বনাশী মানসিকতা বিস্তাৰ পাই থাকিবলৈ হ'লে বিহু সংস্কৃতিৰ স্বকীয়তা সময়ৰ সোঁতত উটি-ভাঁহি যাব বুলিয়েই ভয় হয়।

**১৬) বিহুৰ ব্যাকৰণ**

অলপতে নাট্যজগতৰ এগৰাকী বিশিষ্ট বন্ধুৱে মোক প্ৰশ্ন কৰিলে — "বিহুৰ ব্যাকৰণ প্ৰস্তুত কৰাটো সম্ভৱ বা সমীচীন জানো?"

ইতিপূৰ্বে এই প্ৰশ্নৰ কেইবাবাৰো সন্মুখীন হৈছোঁ বাবে, মই থতমত নাখালো। তেওঁৰ মনৰ ভাব অধিক পৰিস্ফুটকৈ বুজি ল'বৰ বাবে ওলোটাই প্ৰশ্ন কৰিলো - "কিয়বা সুধিলে?"

তেওঁ এনেধৰণেৰে উত্তৰ দিলে – "আগেয়ে প্ৰকৃতিৰ বুকুত, পথাৰ, গছৰ তল আদিত শস্য উৎপাদন বৃদ্ধিৰ কামনাৰে বিহুনাচ নাচোঁতে কোনো বিশেষ ভংগীত নিশ্চয় নচা নাছিল। যেয়ে যেনেকৈ মন যায় তেনেকৈয়ে নাচিছিল। তাৰোপৰি এঠাইত হয়তো একধৰণেৰে নাচি অন্য এঠাইত অন্যধৰণেৰে নাচিছিল। সকলো ঠাইতে গোৱা বিহুনামৰ সুৰ-তাল, বাদ্য-বাজনা একে বা একেধৰণৰ আছিল জানো?"

বিষয়টো লৈ আমাৰ মাজত বেচ্ কিছুসময় আলোচনা চলিল। আমাৰ এই সন্দৰ্ভৰ ধাৰণা-যুক্তিখিনিৰ লগত শেষত তেওঁ সহমত পোষণ কৰিলেগৈ বুলিয়েই মোৰ বোধ হ'ল। সি যি নহওক, এই সন্দৰ্ভত আমাৰ ধাৰণা, উপলব্ধি কিছুমান এইখিনিতে উত্থাপন কৰা উচিত বুলি ভাব হয় ঃ

আদিতে পথাৰ, গছতলত শস্য উৎপাদন বৃদ্ধিৰ মনোকামনাৰে বিহু নাচোঁতে-গাওঁতে যেয়ে যেনেকৈ মন যায় তেনেকৈ নাচিছিল, গাইছিল আৰু থিতাতে যি পায় তাকে বাদ্য কৰি বজাইছিল বুলি ধৰি ল'লেও প্ৰশ্ন হয় যে এইদৰে চলাটো কিমান দিনলৈ সম্ভৱ? দেখাক দেখি ভালৰ ভালখিনি অনুসৰণ কৰাটো তেনেই স্বাভাৱিক। যুগ যুগ ধৰি চলা এনে অনুকৰণৰ ফলত কিছুমান নিৰ্দিষ্ট ভংগীৰ নাচোন, কিছুমান বিশেষ ধৰণৰ সুৰ-লয়-তালৰ গীত, কিছুমান বাদ্য-বাজনা কালক্ৰমত উদ্ভাৱন বা সৃষ্টি হৈ নিৰ্দিষ্ট হোৱাটোৱেই স্বাভাৱিক নিশ্চয়। কালক্ৰমত বিশেষ ৰীতি-নীতি কিছুমান নিৰ্দিষ্ট হৈ একো একোটা অনুষ্ঠানৰো সৃষ্টি হোৱাটোও তেনেই স্বাভাৱিক কথা। যুগ যুগ ধৰি এনেকৈয়ে চলি আহি বিহুনাচ, বিহুনাম, বিহুবাদ্যই কেতিয়াবাই স্বকীয় বৈশিষ্ট্য লাভ কৰিলে। স্বকীয় বৈশিষ্ট্য লাভ কৰি এক বিশেষ ধাৰা হিচাপে জিলিকি উঠিল বাবেই আমি বিহুনাম গালে বিহুনাম গোৱা বুলি বুজোঁ, বিহু নাচিলেই বিহুনচা বুলিহে বুজোঁ, বিহুৰ নিৰ্দিষ্ট বাদ্য-বাজনা নিৰ্ণয় কৰিব পাৰোঁ। বিহুনাম গালে অন্য কোনো ধৰণৰ গীত গোৱা বুলি মনলৈ নাহে, বিহু নাচিলে পৃথিৱীৰ যিকোনো ঠাইৰ মানুহেই সেয়া এক বিশিষ্ট নাচ বুলি নাভাবি থাকিব নোৱাৰে। সাধাৰণ আৰু সূক্ষ্মদৃষ্টিত যিখিনি কলা, কৌশল, সুৰ, লয়, তাল, ভংগী, ৰীতি-নীতি, কাৰ্যকলাপ আদিৰ বাবে বিহুনাচ, বিহুনাম, বিহুবাদ্য, বিহু অনুষ্ঠান অন্য নাচ, গীত, বাদ্য, বাজনা আৰু অনুষ্ঠানতকৈ বিশিষ্ট সেইখিনিকেই জানো সিবিলাকৰ মূল স্বকীয় বৈশিষ্ট্য বুলি গণ্য কৰিব নোৱাৰি? আৰু সিবিলাকৰ আধাৰতে বিহুনাচ, বিহুনাম, বিহুবাদ্য, বিহু অনুষ্ঠানৰ পৰিবেশন একোটা স্বকীয় বৈশিষ্ট্যমণ্ডিত হৈছে নে কোনোবাখিনি বা কোনোবা প্ৰকাৰে বিজতৰীয়া হৈছে সেইটো নিৰ্ণয় কৰিবৰ ভিত্তি কৰিব নোৱাৰি? আকৌ সেইখিনিক মূল ভেটি হিচাপে লৈ আৰু

সিবিলাকৰ আঞ্চলিক ভিন্নতাখিনিলৈ লক্ষ্য ৰাখি বিহু প্ৰতিযোগিতাবোৰৰ নিয়মাৱলী প্ৰস্তুত কৰা প্ৰচেষ্টাক অসম্ভৱ, অবাস্তৱ বা অসংগত বুলি কৈ আজিৰ বিহু প্ৰতিযোগিতাবোৰৰ বিচাৰ কাৰ্য যেয়ে যেনেকৈ যিহৰ ভিত্তিত কৰে কৰি থাকিবলৈ দিয়াৰ পোষকতা কৰাটো বাস্তৱসম্মত হ'ব জানো?

**ব্যক্তিগত অভিজ্ঞতা-অনুভূতিৰ ৰেঙণি**

এইখিনিতে একান্ত ব্যক্তিগত অভিজ্ঞতা-অনুভূতিৰ ৰেঙণি দাঙি ধৰিবৰ প্ৰয়াস কৰিছোঁ। কাৰণ অনেক বিহুপ্ৰেমী এনে অভিজ্ঞতা-অনুভূতিৰ দ্বাৰা পৰিচালিত বুলিয়েই আমাৰ বিশ্বাস। সেয়েহে এইখিনিতে সিবিলাকৰ যৎকিঞ্চিৎ উত্থাপন অপ্ৰাসংগিক নহ'ব বুলিয়েই বোধ হয়।

**ক) মন-প্ৰাণত বিহুৰ অনুৰাগ-অনুৰণন**

কথমপি দৌৰি ফুৰিব পৰা হোৱাৰে পৰা আৰম্ভ কৰি কৈশোৰ কাল পৰ্যন্ত সৰু- হুঁচৰি দলৰ আৰু পিছত গাঁৱৰ বৰ-হুঁচৰি (ডেকা-আদহীয়াৰ হুঁচৰি দল)ৰ এটি হৈ হুঁচৰি মাৰি পোৱা মাদকতাৰ মিঠা সোঁৱৰণীয়ে মন পুলকিত কৰে। বিশেষকৈ বিহুৰ বতৰত। ডেকা কালছোৱাত নিজ গাঁৱৰ পৰা আঁতৰি থাকিবলগীয়া হোৱা হেতুকে বছৰেকত দুই-চাৰিদিনহে বৰ-হুঁচৰি মাৰিব পাৰিছিলো। তথাপি সেই মাদকতাৰ সোঁৱৰণীয়ে হিয়া নচুৱাই থাকে। সৰুৰে পৰাই বিহুনাম, বিহুনাচ, হুঁচৰি, কণীযুঁজ, ম'হযুঁজ আৰু বিহুৰ লোকাচাৰবোৰে মন-প্ৰাণত অনাবিল আনন্দ আৰু পুলক জগাই আহিছে।

ঢোল, পেঁপা, বাঁহীৰ সুৰে হৰি আহিছে মন। শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰত গোপীগণ উন্মনা হোৱাৰ দৰেই উন্মনা হৈ পৰোঁ বিহুনাম এফাঁকি শুনিলেই, বিহু নচা দেখিলেই, ঢোলত ধিন দাওঁ দাওঁ বাজিলেই, টোকাৰী গীত, লোকগীত বাজিলেই, অথবা ইবিলাক গীতৰ বাঁহীৰ সুৰ কাণত পৰিলেই। যাদুকৰৰ বীণাৰ মাতত সৰ্প অভিভূত হোৱাৰ দৰেই অভিভূত হৈ উঠোঁ যেতিয়াই শুনিবলৈ পাওঁ পেঁপাৰ বিনন্দীয়া মাত। 'টক্ টক্ টক্' টকাৰ মাতে মন প্ৰাণত এক লাজুকী শিহৰণ বোৱাই দিয়ে। অনেকটা স্মৃতিয়ে মন নচুৱায়। মনৰ কোণত সঞ্চিত হৈ থকা উত্তম বিহুৱা, নাচনি (সজোৱা নাচনী), নামতি, ঢুলীয়া, তালোৱা, পেঁপুৱাৰ বিশেষ একো একোটা ভংগীমা, বিশেষ একো একোটা পাৰদৰ্শিতাৰ দৃশ্য মানস পটত ভাঁহি উঠেহি। আওঁৰাবলৈ মন যায় তেতিয়াই শুনা আৰু গোৱা বিহুনাম একোফাকি। সিবিলাকৰ লগতে মলয়া বতাহ একোচাটিৰ দৰে মন-প্ৰাণত কোমল পৰশ দি যায় হুঁচৰি গোৱাৰ স্ব-অভিজ্ঞতাৰ স্মৃতি একো একোটিয়ে। এই সুখানুভূতিৰ বন্যা যেন জন্ম-জন্মান্তৰৰ পৰা আত্মাত নিৰবধি বৈ আহিছে; এটি পাহাৰী জুৰিৰ দৰে।

আকৌ মাজে সময়ে মানস পটত ভাঁহি উঠে তাহানি লাজ, ভয়, উৎসুকতা আৰু প্ৰেমভাবৰ সংমিশ্ৰিত উকমুকনিৰ দলদোপ হেন্দোলদোপ হিয়া-মনেৰে গছতলৰ বিহু উপভোগ কৰিবলৈ

যোৱাৰ স্মৃতি। প্ৰথমবাৰ গছতলৰ বিহু চাবলৈ যোৱাৰ অভিজ্ঞতা মনত পৰিলে আজিও লাজে খুন্দা মাৰি ধৰে। তেতিয়া মই ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। ব'হাগৰ দ্বিতীয় দিন। পুৱা ৯ মান বজাত আমি সমনীয়া কেইটামানে আগৰ দুদিনত নভঙাকৈ বৈ যোৱা কণী কেইটামান যুঁজাই আছিলো। তেনেতে আমাৰ চুবুৰীৰ কাষৰ হাবিখনৰ পৰা ভাঁহি আহিছিল "টক্ টক্ টক্" টকাৰ মাত । শুনিয়েই আমি পাং পাতিলো গছতলৰ বিহু চাবলৈ যোৱাৰ। আমাৰ গাঁৱৰ ছোৱালীহঁতে সাধাৰণতে হাবিত বিহু নামাৰি পথাৰৰ মাজৰ হিন্দল গছ এজোপাৰ তলত দিনৰ ভাগত বিহু মাৰিছিল। গৰু-বিহুৰ দিনাই আৰম্ভ কৰি সাতদিনমানলৈ মাৰিছিল এই বিহু। সেই বিহু চোৱাৰ আমাৰ উপায় নাছিল । কাৰণ পথাৰৰ মাজত হোৱা বাবে তালৈ গ'লেই সকলোৱে দেখা পায়। সেয়েহে হাবিৰ পৰা টকাৰ মাত আহিছে বুলি ধৰিব পৰাৰ লগে লগেই গাভৰুহঁতৰ বিহু চোৱাৰ সুবৰ্ণ সুযোগ ল'বলৈ বিয়াকুল হৈ পৰিছিলো আটাইকেইটা। আলোচনা-বিলোচনা কৰি হাবিখনৰ পশ্চিম দিশলৈ গ'লোঁগৈ। কাৰণ সেইফালৰ পৰা সোমালে কেৰে গম নাপায়। সন্তৰ্পণে আগ বাঢ়ি গৈ বিহুখোলাৰ কেইনলমান আঁতৰতে বৈ দিবলগীয়া হ'ল। সেইফালৰ পৰাই আমাতকৈ বয়সত ডাঙৰ চামৰ এজাকে বিহু চাই আছিল। ভাগ্যে আমাৰ অৱস্থান তেওঁলোকৰ পিছফালে হোৱা হেতুকে আমাক দেখা পোৱা নাছিল। মই পিছে স্পষ্ট দেখিছিলো মোৰ মাজু ককাইদেউক। লাজ আৰু ভয়ত লগে লগে দুখোজমান পিছুৱাই গৈছিলো। সিদিনা আৰু গাভৰু বিহু চোৱা ক'ত হয়! অৱশ্যে পিছৰ বছৰবোৰত কেইবাঠাইতো গছতলৰ বিহু চোৱাৰ সৌভাগ্য নঘটাকৈ নাথাকিল।

## খ) বিহু সংস্কৃতি অধ্যয়নৰ প্ৰথম পৰ্যায়ৰ তাড়না

উপৰিউক্ত অনুভৱ উপলব্ধিৰ বাবেই ১৯৮৪ চনৰ ব'হাগৰ এটি আবেলি বুকুৰ কোণত এক প্ৰচণ্ড খোঁচ অনুভূত হ'ল। সেয়া ঈশ্বৰৰে মহিমা বুলিয়েই মই বিশ্বাস কৰি আহিছোঁ। বিহুতলী এখনৰ এদাঁতিত বৈ বিহু চাই আছিলো। বিহুৱতী আৰু হুঁচৰি প্ৰতিযোগিতা হৈছিল। তাৰপাছত অনুষ্ঠিত হৈছিল বঁটা বিতৰণী সভা। পুৰস্কাৰ ঘোষণাৰ পিছতে লক্ষ্য কৰিলো অংশগ্ৰহণকাৰী দল গোটাচেৰেকৰ প্ৰতিনিধিয়ে জুম একোটা হৈ অতিশয় খং-ৰাগেৰে অতুষ্টি প্ৰকাশ কৰিছে। 'কি ভিত্তিত বিচাৰ কৰিছে!', 'আমি কেনেকৈ নাপালোঁ!' আদিৰ উপৰি 'বিচাৰক চেলাবলৈ আহিছে!' ধৰণৰ মন্তব্যও কাণত পৰিল। পুৰস্কাৰ ঘোষণাৰ সময়ত বৰ বেছি হাত চাপৰিও নুশুনিলো। বিচাৰকৰ তৰফৰ পৰা আগবঢ়োৱা মন্তব্য দুটামানো মোৰ মনঃপূত নহ'ল। এই বিষয়ত কিবা কৰিব নোৱাৰিনে বুলি মনত ঘপহকৈ প্ৰশ্ন উদয় হ'ল। তাৰ পাছত সেই বছৰতে আৰু কেইবাখনো বিহুতলীত প্ৰতিযোগিতা আৰু বঁটা বিতৰণী সভাৰ দৰ্শক-শ্ৰোতা হ'লো। মনৰ সেই তাড়না বৃদ্ধি পালে, আৰু সেই তাড়নাতে দুমাহমানৰ ভিতৰত এক অনুসন্ধানমূলক অধ্যয়নৰ আঁচনি প্ৰস্তুত কৰি পেলালো।

করুণাময় ঈশ্বৰৰ কৃপাত অনুসন্ধানৰ আৰম্ভণিতে লগ পালো বিহু অনুষ্ঠান, বিহুনাচ, বিহুনাম আৰু বিহুবাদ্যৰ গভীৰ জ্ঞান, অভিজ্ঞতা আৰু দক্ষতা থকা ব্যক্তি শ্ৰীযুত মাঘিৰাম

বৰাদেৱক। আমাৰ অধ্যয়নটিৰ উদ্দেশ্য আৰু পৰিকল্পনা মনঃপূত হোৱাত তেখেতে সক্ৰিয়ভাৱে সহায়-সহযোগ আগ বঢ়াবলৈ সম্মত হ'ল। গতিকেই পিছৰ সময়খিনিত তেখেত আৰু মই দুয়ো তথ্য সংগ্ৰহৰ সহযোগী হৈ পৰিলো। দুয়ো লগলাগি কেইবাখনো জিলাৰ ভালেসংখ্যক অভিজ্ঞ বিহুৱা আৰু বিহুৱতীক সাক্ষাত কৰি তেখেতসকলৰ পৰা বিহুবাদ্য, বিহুনাচ, হুঁচৰি, ৰাতি বিহু আৰু গাভৰু বিহু সম্বন্ধীয় অনেক তথ্য সংগ্ৰহ কৰিলো। আমি লগ ধৰা বিহুৱা-বিহুৱতীসকলৰ বিহুৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তি, প্ৰেম আৰু একাগ্ৰতাই আমাক মোহিত কৰিলে। দুয়োৰে মনত এক প্ৰবল কৰ্মপ্ৰেৰণা জাগৃত হ'ল। দুয়ো বিহু সংস্কৃতি চৰ্চাক জীৱনৰ এক ব্ৰত হিচাপে লোৱাৰ সংকল্প ল'লো।

উপৰিউক্তভাৱে আহৰিত তথ্যাদিৰ আধাৰত কিছুসংখ্যক প্ৰবন্ধপাতি আৰু পুথি এখন প্ৰকাশ কৰাৰ উপৰি এক শিক্ষামূলক শ্ৰব্য কেছেটো পৰিচালনা কৰিলো। সেই সুবাদতে পিছৰ বছৰবোৰত বিহু সংস্কৃতিৰ লগত বিভিন্নভাৱে জড়িত হৈ থকাৰ সুবিধা হ'ল। বিহু সংস্কৃতি চৰ্চা কৰি থকা ভালেসংখ্যক বিশিষ্ট ব্যক্তিৰ লগত আলোচনা-বিলোচনা কৰিবৰ সুযোগ পালো। ভালেসংখ্যক বিহুৱা, বিহুৱতী, তেওঁলোকৰ অভিভাৱক, হুঁচৰি দল আৰু বিহুদলৰ মনৰ বেথাৰ উমান পাই থাকিবৰ সুযোগ ঘটিল। ইয়াৰোপৰি অধ্যয়ন, পৰ্যবেক্ষণৰ দ্বাৰাও বিহু সংস্কৃতিৰ পৰিস্থিতি আৰু বিৱৰ্তন আদিৰ বিশ্লেষণ কৰি থাকিলো। এই অভিজ্ঞতা আৰু বিশ্লেষণে বিহুতলীবিলাকত অনুষ্ঠিত হৈ থকা বিহুনাচ, বিহুনাম, বিহু অনুষ্ঠান আৰু বিহুতলী আয়োজন সন্দৰ্ভত ইতিপূৰ্বে উল্লিখিত উপলব্ধি-অনুভূতিবিলাক সময়ে সময়ে জাগৃত কৰি থাকিল।

এইখিনিতে উনুকিয়াই থওঁ যে এই অধ্যয়নত শ্ৰীযুত মাঘিৰাম বৰাদেৱৰ সক্ৰিয় সহযোগ তেখেতৰ স্বাস্থ্যজনিত কাৰণত পাবলৈ সক্ষম নহ'লো। এইটো মোৰ বাবে অতি দুৰ্ভাগ্যজনক আৰু দুখৰ কথা।

## দ্বিতীয় অধ্যায়

# অধ্যয়ন পদ্ধতি

এই অধ্যয়ন সমাজ বিজ্ঞানৰ গৱেষণা প্ৰণালীৰ আধাৰত কৰা হৈছে। অৱশ্যে তেনে গৱেষণাৰ জটিল বিশ্লেষণ এৰাই চলা হৈছে যাতে কথাবোৰৰ প্ৰকাশ সহজ-সৰল হয়। গৱেষণা পদ্ধতিটোৱে প্ৰধানতঃ আঠটা কাৰ্য সামৰিছে।

ক) অধ্যয়নৰ বিষয়বস্তুৰ পৰ্যালোচনা

খ) উদ্দেশ্য অৱলোকন

গ) প্ৰশ্নাৱলী প্ৰস্তুতকৰণ

ঘ) মতদাতা নিৰ্বাচন

ঙ) মতদাতাৰ নাম-ঠিকনা সংগ্ৰহ

চ) মতামত আহৰণ

ছ) মতামত বিশ্লেষণ

জ) পুথি প্ৰণয়ন

তলত উপৰিউক্ত প্ৰতিটো কাৰ্যৰ চমু আভাস দাঙি ধৰা হ'ল।

**ক) অধ্যয়নৰ বিষয়বস্তুৰ পৰ্যালোচনা**

অধ্যয়ন কৰিব খোজা বিষয়বস্তুৰ পুংখানুপুংখ পৰ্যালোচনা কৰাটো যিকোনো সমাজ বিজ্ঞান গৱেষণাৰ সৰ্বপ্ৰথম পদক্ষেপ। ইয়াৰ বাবে পৰ্যাপ্ত অধ্যয়ন আৰু বিভিন্ন প্ৰকাৰৰ বিশ্লেষণৰ প্ৰয়োজন। গৱেষকৰ অভিজ্ঞতায়ো এই ক্ষেত্ৰত প্ৰভূত অৰিহণা যোগায়। আমাৰ এই অধ্যয়নৰ বিষয়বস্তু বিহু সংস্কৃতি যদিও ই জনগোষ্ঠীয় বিশিষ্ট ধাৰাকেইটিক সামৰি লোৱা নাই; সাধাৰণ অৰ্থত অসমীয়া বিহু সংস্কৃতি বুলি বুজা সমন্বিত ধাৰাটোহে সামৰি লৈছে।

আমাৰ বৰ্তমানৰ অসমীয়া সংস্কৃতি বিভিন্ন জনগোষ্ঠীয় সংস্কৃতিৰ সুদীৰ্ঘদিনৰ আদান-প্ৰদান তথা সানমিহলিৰ ফলত সৃষ্টি হোৱা সমন্বয়ৰ সংস্কৃতি। অতীজৰে পৰা ভিন ভিন কালত অসম তথা ভাৰতবৰ্ষৰ উত্তৰ-পূব ভূখণ্ডলৈ অনেক জনগোষ্ঠী-জাতি-উপজাতিৰ আগমন ঘটিছে। ইয়াৰে নিগাজীকৈ থাকিবলৈ লোৱাখিনিৰ সংস্কৃতিবোৰ সংমিশ্ৰিত হোৱাৰ উপৰি কিছুকাল থিতাপি লৈ গুচি যোৱাসকলৰ সংস্কৃতিৰ চাপো বৈ গৈছে। ব্ৰিটিছসকলৰ ইউৰোপীয় সংস্কৃতিৰ চাপো আমাৰ সংস্কৃতিত থাকি গৈছে। আধুনিক কালত এই সংস্কৃতিত আধুনিক সভ্যতা আৰু দেশ-বিদেশৰ বিভিন্ন সংস্কৃতিৰ প্ৰভাৱো নপৰাকৈ থকা নাই।

অসমীয়া সংস্কৃতি তথা বিহু সংস্কৃতিৰ আজিৰ ৰূপটোও উপৰিউক্ত জনগোষ্ঠীবোৰৰ সমন্বয়ৰ সংস্কৃতি। ইয়াত আধুনিক সভ্যতাৰ প্ৰভাৱো পৰিছে। অৱশ্যে বিহু সংস্কৃতিৰ

লোকাচাৰ, গীত-মাত আদিত ইউৰোপীয় সংস্কৃতিৰ প্ৰভাৱ পৰা নাই। ভাৰতবৰ্ষৰ অন্য প্ৰদেশৰ সংস্কৃতিৰ প্ৰভাৱো বিশেষ পৰা নাই বুলিবই পাৰি। অন্যহাতে সাম্প্ৰতিক কালৰ বিহু উদ্‌যাপনত আৰু বিহুৰ বিভিন্ন উপকৰণত আধুনিক প্ৰযুক্তি কৌশলৰ প্ৰভাৱ স্বাভাৱিকতেই স্পষ্ট।

বৃহত্তৰ অসমীয়া জাতিৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহে যুগ যুগ ধৰি বিহু উৎসৱ উদ্‌যাপন কৰি আহিছে আৰু ইবিলাকৰ মাজত সুদীৰ্ঘদিন ধৰি বিহুৰ লোকাচাৰ, ৰীতি-নীতি, গীত-মাত, বাদ্য-বাজনা আদিৰ সমন্বয় ঘটিছে। সেয়ে হ'লেও বড়ো, ৰাভা, দেউৰী, মিচিং, ডিমাচা, গাৰো আদি জনগোষ্ঠীৰ বিহুৰ লোকাচাৰ, গীত-মাত আদি স্বকীয় বৈশিষ্ট্য আৰু ঐতিহ্যৰে বিশিষ্ট হৈ আছে। নিজ নিজ জনগোষ্ঠীয় ভাষা, সাজ-পোছাক, লোকবিশ্বাস আদিৰ প্ৰয়োগৰ ফলত ইবিলাকৰ কিছুমান বৈশিষ্ট্য সহজে অনুমেয় হৈ আছে। অন্যহাতে কথিত আৰু লিখিত দুয়োধৰণেৰে অসমীয়া ভাষা ব্যৱহাৰ কৰা আহোম, চুতীয়া, কোঁচ, কছাৰী, কলিতা, কৈৱৰ্ত, ব্ৰাহ্মণ, গোসাঁই আদি সম্প্ৰদায়বোৰৰ মাজত প্ৰচলিত বিহু সংস্কৃতি এক বিশিষ্ট সমন্বিত ধাৰা হিচাপে নিৰ্দিষ্ট হৈ পৰিছে। আমাৰ এই অধ্যয়নে এই সমন্বিত ধাৰাটোহে সামৰিছে আৰু সেয়ে পুথিখনতো এই ধাৰাটোৰ বিষয়বস্তুৰ আলোচনাতে সন্নিবিষ্ট হৈছে।

আশীৰ দশকৰ পৰা নিৰৱচ্ছিন্নভাৱে বিহু সংস্কৃতিৰ যৎকিঞ্চিৎ চৰ্চা কৰি আহিছোঁ বাবে,আৰু সাম্প্ৰতিক কালৰ বিহু সংস্কৃতিৰ সন্দৰ্ভত অনেক অনুভৱ-উপলব্ধি মন-প্ৰাণত উকমুকাই থকা বাবে বিষয়বস্তুৰ পৰ্যালোচনাত আমি বৰ বিশেষ সময় খৰচ কৰিবলগীয়া নহ'ল। তথাপি পূৰ্বতে অধ্যয়ন কৰা আৰু সময়ে সময়ে লিখি থোৱা টোকা কিছুমানত চকু ফুৰাই বিষয়বস্তুৰ বিভিন্ন দিশ হৃদয়ংগম কৰিবলৈ যত্ন কৰা হৈছিল।

### খ) উদ্দেশ্য অৱলোকন

যিকোনো কৰ্ম নিয়াৰিকৈ, উৎসাহেৰে আৰু আত্মবিশ্বাসেৰে কৰিবলৈ হ'লে পহিলাতে সুনিৰ্দিষ্টভাৱে তথা স্পষ্টকৈ উদ্দেশ্য অৱলোকন কৰি লোৱাটো অপৰিহাৰ্য। সমুচিত আৰু সুনিৰ্দিষ্ট উদ্দেশ্যই কৰ্ম একোটাত সফলকাম হ'বলৈ তথা কৰ্ম কাৰ্যকৰণৰ যোগেদি যথাপৰিমাণৰ তৃপ্তি লাভ কৰিবলৈ প্ৰভূত অৰিহণা যোগায় । অন্যথাই পাল-ব'ঠা নোহোৱা নাৱত উঠি সাগৰত গতি কৰাৰ দৰে অৱস্থা হোৱাৰ পূৰামাত্ৰাই ভয় থাকে। গৱেষণা তথা অনুসন্ধানমূলক অধ্যয়নৰ ক্ষেত্ৰত সঠিক আৰু সমুচিত উদ্দেশ্য নিৰ্ধাৰণৰ প্ৰয়োজনীয়তা তুলনামূলকভাৱে অধিক। কাৰণ এনে অধ্যয়ন একোটাৰ পৰিসৰ সাধাৰণ কাম একোটাতকৈ অধিক। তাৰোপৰি এনে প্ৰচেষ্টাত কিছুমান নিৰ্বাচিত অনুসিদ্ধান্ত প্ৰমাণিত কৰা অথবা সিবিলাকৰ সন্দৰ্ভত বিভিন্ন প্ৰকাৰৰ প্ৰয়োজনীয় তথ্য সংগ্ৰহ কৰি বিশ্লেষণ আৰু পৰ্যালোচনা কৰা কাৰ্যবিলাক জড়িত থাকে। সুস্পষ্ট উদ্দেশ্যৰ অবিহনে আনকি অনুসিদ্ধান্তৰ সুনিৰ্বাচনো সম্ভৱ নহয়। সেয়েহে সাৱধানতাৰে উদ্দেশ্য নিৰ্ধাৰণ নকৰিলে এনে গৱেষণা সুফলপ্ৰদ হোৱাটোতো কঠিনেই বৰং গৱেষকৰ লগতে অন্যভাৱে জড়িতসকলকো অসন্তুষ্টি দিয়াৰ পূৰ্ণ সম্ভাৱনা থাকে। এনে অধ্যয়নৰ ফলাফল হৃদয়ংগম কৰিবলৈকো আৰু ফলাফল তথা

প্ৰচেষ্টাৰ মানদণ্ড জুখিবলৈকো নিৰ্ধাৰিত উদ্দেশ্য অনুধাৱন কৰা প্ৰয়োজন। এই সকলোখিনি কথালৈ লক্ষ্য ৰাখি এই অধ্যয়নৰ পাঁচটা মুখ্য উদ্দেশ্য নিৰ্দিষ্টভাৱে অৱলোকন কৰা হ'ল। এই পাঁচটা মুখ্য উদ্দেশ্য আগত ৰাখিয়েই এই পুথিখনো যুগুতোৱা হৈছে।

**উদ্দেশ্য ১ ঃ বিহু উৎসৱৰ তাৎপৰ্য আৰু উৎপত্তিৰ পৰ্যালোচনা**

উৎসৱ একোটা সম্যকভাৱে পালন তথা উদ্‌যাপন কৰিবলৈ তাৰ তাৎপৰ্য, উৎপত্তি আৰু বিৱৰ্তনৰ বিষয়ে অৱগত হোৱাটো নিতান্তই প্ৰয়োজন। উৎসৱৰ লগত জড়িত যিকোনো চিন্তা-চৰ্চা, আলোচনা-সমালোচনাৰ বাবেও সিবিলাকৰ অধ্যয়নে ভেটি গঢ়াৰ দৰে কাম কৰে। কাৰণ যিকোনো উৎসৱৰ লগত সাঙোৰ খাই থকা লোকাচাৰ, ৰীতি-নীতি, গীত-নৃত্য আৰু অন্যান্য ৰং-ধেমালিবোৰ বুজা আৰু আহৰণ কৰাৰ ক্ষেত্ৰত উৎসৱটোৰ তাৎপৰ্য, উৎপত্তি আৰু সাম্প্ৰতিক পৰিস্থিতি অধ্যয়নে প্ৰভূত অৰিহণা যোগায়। ইবিলাকৰ অধ্যয়ন চেৰাই গৈ উৎসৱটোৰ বিষয়বস্তুবোৰৰ অধ্যয়ন, চৰ্চা-আলোচনাদি কৰিবলৈ হ'লে কেতিয়াবা কেতিয়াবা উজুতি খাবলগীয়া হয়। সেয়েহে বিভিন্ন উৎসৱ তথ্যাদিৰ ভিত্তিত আমাৰ বিহু উৎসৱৰ তাৎপৰ্য আৰু উৎপত্তিৰ পৰ্যালোচনা কৰাটো সৰ্বপ্ৰথম উদ্দেশ্য হিচাপে নিৰ্দিষ্ট কৰা হৈছে।

মনকৰিবলগীয়া যে বহু শতিকা ধৰি প্ৰচলিত হৈ অহা, বহু জনগোষ্ঠীৰ অৱদানেৰে পুষ্ট, অনেক জনগোষ্ঠী জড়িত হৈ থকা আৰু গোটাচেৰেক বিষয়ত কিছু পৰিমাণে আঞ্চলিক আৰু গোষ্ঠীগত ভিন্নতা বিদ্যমান হোৱা সত্ত্বেও অসমৰ জাতীয় উৎসৱৰ মৰ্যাদা লাভ কৰা বিশাল বিহু সংস্কৃতিৰ যিকোনো বিষয়ৰ অধ্যয়নৰ সন্দৰ্ভত উপৰিউক্ত প্ৰয়োজন নিশ্চয় অধিক।

**উদ্দেশ্য ২ ঃ তিনিওটা বিহুৰ লোকাচাৰ-ৰীতি-নীতি, খেল-ধেমালিৰ চমু আভাস দাঙি ধৰা**

উৎসৱ একোটাৰ তাৎপৰ্যৰ লগত কিছুমান বিশেষ লোকাচাৰ, খেল-ধেমালিৰ অনুষ্ঠান আৰু নৃত্য-গীতৰ অনুষ্ঠান ওতপ্ৰোতভাৱে সাঙোৰ খাই থাকে। উৎসৱ এটা উদ্‌যাপন কৰা মানেই এই লোকাচাৰবোৰ সুচাৰুৰূপে পালন কৰা আৰু অনুষ্ঠানবোৰ অনুষ্ঠিতকৰণত সক্ৰিয়ভাৱে অংশ লোৱা। এইবিলাকৰ যথাযথ পালন তথা অনুষ্ঠিতকৰণৰ অবিহনে উৎসৱ একোটাৰ উদ্‌যাপন বহু পৰিমাণে তাৎপৰ্যহীন আৰু নিৰস হৈ পৰে । উৎসৱ একোটি বিজতৰীয়া আৰু বিস্বাদময় হৈ পৰাৰো ভয় থাকে। আকৌ লোকাচাৰাদি যথাযথভাৱে পালন.তথা অনুষ্ঠিত কৰিবলৈ প্ৰথমতেই সিবিলাক জানিব লাগিব আৰু সিবিলাকৰ বিষয়ে যথোচিত জ্ঞান আহৰণ কৰিব লাগিব। কোনো কোনো ক্ষেত্ৰত সময়ৰ সোঁতত হোৱা বিৱৰ্তনৰ সন্দৰ্ভতো তথ্য, ধাৰণাদিৰ প্ৰয়োজন।

আমাৰ সুবিশাল, সুপ্ৰাচীন, ঐতিহ্যমণ্ডিত আৰু অনেক জনগোষ্ঠীৰ সাংস্কৃতিক অৱদানেৰে অতি চহকী বিহু কেইটিৰ বহুতো লোকাচাৰ, খেল-ধেমালি, নৃত্য-গীতমূলক অনুষ্ঠান আছে। যুগ যুগ ধৰি এই সমলখিনি ইপুৰুষৰ পৰা সিপুৰুষলৈ মুখ বাগৰি আৰু চাক্ষুস পৰ্যৱেক্ষণৰ যোগেদি চলি আহিছে। তাৰোপৰি কিছুমান অঞ্চলত প্ৰচলিত গোটাচেৰেক

লোকাচাৰ, খেল-ধেমালি আৰু নৃত্য-গীতৰ অনুষ্ঠান অন্য কিছুমান অঞ্চলত প্ৰচলিত নহয়। ইয়াৰোপৰি কিছুমান লোকাচাৰৰ দুই-এক ৰীতি-নীতি অঞ্চল ভেদে কিছু পৰিমাণে ভিন্ন। আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে এই যে বৰ্তমান কিছুমান লোকাচাৰ আৰু খেল-ধেমালিৰ ক্ষেত্ৰত অতি লাগতীয়াল ৰীতি-নীতি কিছুমান নজনাকৈয়ে কিংবা জানিও গুৰুত্ব নিদিয়াকৈ পালন কৰি অহা পৰিলক্ষিত হয়। আকৌ আজিৰ পৰিবেশ-পৰিস্থিতিত বিহুকেইটাৰ গোটাচেৰেক লোকাচাৰ আৰু ৰীতি-নীতি পালন কৰা অপ্ৰাসংগিক যেন হৈ পৰিছে। অন্য গোটাচেৰেক পালন কৰিবৰ সুযোগ নোহোৱা হৈছে। অন্যহাতে পালন কৰিব পৰা আৰু অৱশ্যে পালনীয়খিনিলৈকো অনেকে পিঠি দিয়া পৰিলক্ষিত হৈছে। ইয়াৰোপৰি বিহুৰ গোটাচেৰেক লোকাচাৰৰ গইনাত কিছুমান তাৎপৰ্যহীন আৰু অবাঞ্ছনীয় কাৰ্যকলাপে গা কৰি উঠিছে। বিহু উদ্‌যাপনৰ মূল তাৎপৰ্যৰ পৰাই ভালেমান লোক আজি আঁতৰি যোৱা যেন লাগে। ইয়াৰোপৰি নৱ-প্ৰজন্মৰ বহুতৰেই বিহুকেইটাৰ ভালেমান লোকাচাৰৰ বিষয়ে চাক্ষুস তথা অভিজ্ঞতালব্ধ জ্ঞান নাই বুলিয়েই সন্দেহ হয়। বিহুকেইটাৰ কিছুমান লোকাচাৰৰ বিষয়ে সম্প্ৰতি কাকত-আলোচনী আদিত কিছুসংখ্যক তথ্য সম্বলিত প্ৰবন্ধ প্ৰকাশ পাইছে যদিও পুথি আকাৰত ইবিলাকৰ সংকলন প্ৰকাশ পোৱা চকুত পৰা নাই।

সেয়েহে আলোচিত উদ্দেশ্যটি এই অধ্যয়নৰ দ্বিতীয় উদ্দেশ্য হিচাপে নিৰ্দিষ্ট কৰা হৈছে। এই উদ্দেশ্য আগত ৰাখি স্ব-অভিজ্ঞতাৰ লগতে অভিজ্ঞসকলৰ পৰা সংগৃহীত তথ্য আৰু গ্ৰন্থ, কাকত-আলোচনীৰ পাতৰ পৰা সংগ্ৰহ কৰা তথ্যাদিৰে তিনিওটা বিহুৰে সন্দৰ্ভত যিমানখিনি পাৰি সিমানখিনি লোকাচাৰ, ৰীতি-নীতিৰ চমু আভাস দাঙি ধৰিবৰ প্ৰয়াস কৰা হৈছে।

**উদ্দেশ্য ৩ ঃ ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ ঐতিহ্য আৰু বিৱৰ্তন অৱলোকন**

ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠান অনুষ্ঠিতকৰণৰ সাম্প্ৰতিক কালৰ ৰেহ-ৰূপ তাহানিৰ তুলনাত প্ৰভূত পৰিমাণে ভিন্ন। তাহানিৰ গছতল, পথাৰ আৰু গঞা-গৃহস্থৰ চোতালৰ অনুষ্ঠানবোৰ আহি আধুনিক মঞ্চকেন্দ্ৰিক বিহুতলীত উঠিলেহি। এই অনুষ্ঠানবিলাকৰ প্ৰতিযোগিতা অনুষ্ঠিত হ'বলৈ ল'লে। এনে পৰিস্থিতিত সেই নৃত্য-গীতৰ অনুষ্ঠানকেইটাৰ যিকোনো অধ্যয়ন-আলোচনা কৰিবলৈ লওঁতে সিবিলাকৰ ঐতিহ্য আৰু বিৱৰ্তনৰ অধ্যয়ন সামৰি লোৱাটো যে অত্যাৱশ্যকীয় সেই কথা নিশ্চয় বহলাই আলোচনা কৰা নিস্প্ৰয়োজন। ৰঙালী বিহুৰ নৃত্য-গীতৰ ঐতিহ্য আৰু বিৱৰ্তন আলোচনা কৰোঁতে বিভিন্ন গ্ৰন্থ, কাকত-আলোচনীৰ প্ৰবন্ধাদিত প্ৰকাশিত তথ্য প্ৰয়োগ কৰা হৈছে। বিশেষকৈ অনুসন্ধানলব্ধ তথ্যৰ আধাৰত আমাৰ দ্বাৰা আশীৰ দশকত লিখিত পুথি ''ৰঙালী বিহুৰ নৃত্য-গীত''ত সন্নিবিষ্ট তথ্যক ভিত্তি কৰা হৈছে।

**উদ্দেশ্য ৪ ঃ বিহুনাচ, বিহুগীত আৰু বিহু বাদ্য-বাজনাৰ স্বকীয় বৈশিষ্ট্যবোৰ ফঁহিয়াই সিবিলাকৰ নিৰ্দিষ্টকৰণ প্ৰক্ৰিয়া সবলকৰণ**

আধুনিক মঞ্চত ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনমূলক পৰিৱেশন হ'বলৈ লোৱাৰ পৰিপ্ৰেক্ষিতত সেই অনুষ্ঠানবোৰ আৰু সিবিলাকৰ বিহুনাচ, বিহুনাম আৰু বিহুবাদ্য-বাজনাৰ স্বকীয় বৈশিষ্ট্য বিষয়ক বিশেষ অধ্যয়ন অৱশ্যম্ভাৱী হৈ পৰিল। এই অনুষ্ঠানবোৰ মঞ্চলৈ অহাৰ আগেয়ে বিহুৱা-বিহুৱতীসকলে পৰম্পৰা হিচাপে ইজনে সিজনক দেখি আৰু প্ৰয়োজন সাপেক্ষে অনুজে অগ্ৰজৰ পৰা শিকি-বুজি মুকলিমূৰীয়াকৈ অনুষ্ঠিত কৰিছিল। গৃহস্থৰ চোতালত মৰা হুঁচৰি অনুষ্ঠানটিৰ ক্ষেত্ৰত আনক ৰস-আনন্দ দিয়া আৰু স্ব-প্ৰতিভাদি পৰিৱেশন কৰাৰ উদ্দেশ্য জড়িত আছিল। গছৰ তল, পথাৰ আদিত অনুষ্ঠিত হোৱা ডেকা-গাভৰুৱে একেলগে মৰা 'ৰাতি বিহু' আৰু গাভৰুৱে দিনৰ ভাগত মৰা 'গাভৰু বিহু' অনুষ্ঠিত হৈছিল মূলতঃ স্ব-আনন্দ লাভৰ বাবেহে। ৰাজ্যখনৰ কেইবাখনো জিলাৰ বিভিন্ন অঞ্চলত পৰম্পৰাগতভাৱে অনুষ্ঠিত হৈছিল যদিও কেউটি অনুষ্ঠানৰ সামগ্ৰিক তথা মূল ৰেহ-ৰূপ অঞ্চল অনুসৰি ভিন্ন নাছিল। সিবিলাকৰ নাচ, নাম, বাদ্য-বাজনাবোৰো মূলতঃ একে আছিল। একেধৰণৰ বিহুনাম, একে সুৰ-তাল-লয়ত সকলোতে গাইছিল; একেবোৰ বিহুনাম অনেক অঞ্চলত প্ৰচলিত আছিল; বাদ্য-বাজনা বেছিভাগেই একে আছিল, নাচোনৰো মূল বৈশিষ্ট্য একে আছিল; ভালেসংখ্যক নাচোন ভংগীৰ প্ৰচলন প্ৰায় সকলোতে চলিছিল। অনুষ্ঠানৰ অনেকখিনি ৰীতি-নীতি তথা কাৰ্যকলাপৰ মূল ধৰণ একে আছিল। এইখিনি একে হোৱাৰ কাৰণেই বিভিন্ন অঞ্চলৰ বিহুৱা-বিহুৱতীৰ অংশগ্ৰহণেৰে সেই অনুষ্ঠানকেইটাৰ প্ৰতিযোগিতা অনুষ্ঠিতকৰণো সম্ভৱ হ'ল। পিছে মূল বৈশিষ্ট্যৰ মিল থাকিলেও সূক্ষ্ম দৃষ্টিত কিছুমান কথাত আঞ্চলিক ভিন্নতা অৱশ্যেই বিদ্যমান আছিল। কোনোবা অঞ্চলৰ একো একোটা ৰীতি, বাদ্য-বাজনা অথবা নাচোন ভংগী অন্য একোটা অঞ্চলত প্ৰচলিত নাছিল। এনে ভিন্নতাই প্ৰতিযোগিতা একোখনত প্ৰতিযোগী তথা প্ৰতিযোগী দলসমূহৰ মানদণ্ড বিচাৰ কৰাত কিছু বেমেজালিৰ সৃষ্টি কৰিবলৈ ল'লে। বিভিন্ন অঞ্চলৰ প্ৰতিযোগীয়ে মূলতঃ একে ধৰণৰ অনুষ্ঠান পৰিৱেশন কৰিলেও দুই-এক ভিন্ন নাচোন ভংগী, বাজনা আৰু ৰীতি পৰিৱেশন কৰা দেখা গ'ল। বিচাৰকৰ আসনত বহা ব্যক্তিসকল ভিন্ন অঞ্চলৰ অভিজ্ঞতাৰে পুষ্ট হোৱা বাবে তেখেতসকলৰ মাজতো কিছুমান বিষয়ত মতানৈক্যই দেখা দিলে। এইখিনিৰ উপৰি বিহু অনুষ্ঠানৰ মঞ্চভিত্তিক প্ৰতিযোগিতা প্ৰদৰ্শনৰ ঢৌ উঠিবৰ কালছোৱাত (সত্তৰ দশকত) কোনো কোনো হুঁচৰি আৰু বিহুদলৰ বিহুৱা-বিহুৱতীয়ে পৰম্পৰাবিহীন কিম্বা মূল বৈশিষ্ট্যহীন নাচ কিছুমান প্ৰদৰ্শন কৰিবলৈ ল'লে; অনুষ্ঠান একোটাৰ ঐতিহ্য ৰক্ষা নপৰা বিহুনাম গোটাচেৰেক গাবলৈ ল'লে।

সেই বেমাজালিবোৰ লক্ষ্য কৰি ভালেসংখ্যক চিন্তাশীল আৰু অভিজ্ঞ ব্যক্তিয়ে বিহু অনুষ্ঠান, বিহুনাচ, বিহুনাম, বিহুবাদ্য-বাজনাৰ স্বকীয় বৈশিষ্ট্যাদিৰ বিষয়ে কাকত, আলোচনী, গ্ৰন্থাদিত লেখা-মেলা প্ৰকাশ কৰিবলৈ ধৰিলে । বিজতৰীয়া প্ৰদৰ্শনবোৰক সমালোচনা কৰিবলৈ ল'লে। আশীৰ দশকত যোৰহাট আৰু নগাঁৱত অনুষ্ঠিত দুখন অভিবৰ্তনৰ কৰ্মশালাত বিহু অনুষ্ঠানৰ কেউটা প্ৰতিযোগিতাৰ এক আৰ্হি নিয়মাৱলীও প্ৰস্তুত হ'ল। এইবিলাকে

উপৰিউক্ত বেমেজালি হ্রাস কৰাত প্ৰভূত বৰঙণি যোগালে। সেয়ে হ'লেও পিছে ভালেখিনি কথাত বেমেজালি অদ্যাপি আঁতৰা নাই। কিছুমান পৰিলক্ষ্যণীয় বিষয়বস্তুত বিভিন্ন জিলাৰ বিচাৰকৰ মতানৈক্য বিদ্যমান, অথচ শতাধিক বিহুতলীত প্ৰতি বছৰে সদৌ অসমভিত্তিক প্ৰতিযোগিতা অনুষ্ঠিত হৈ আছে। আনকি কোনো কোনো বিহুতলীত হুঁচৰি অনুষ্ঠানটিকে ভিন্ন জিল্যাৰ দলে ভিন্ন ধৰণেৰে যোৱাবছৰ পৰ্যন্ত পৰিৱেশন কৰি আছে।

উপৰিউক্ত সকলোখিনি কথা পৰ্যালোচনা কৰি সমাজ বিজ্ঞান গৱেষণা পদ্ধতিৰ এক বিশিষ্ট প্ৰণালী অৱলম্বনেৰে কৰা অধ্যয়নে যুগুতোৱা তথ্য আৰু বিশ্লেষণাদিয়ে ওপৰত কৈ অহা বেমেজালি হ্রাস হোৱাত অৰিহণা যোগাব পাৰে বুলি হোৱা বোধতে অধ্যয়নটিত এই তৃতীয় উদ্দেশ্য সন্নিবিষ্ট কৰা হৈছে। ইয়াৰোপৰি ইতিমধ্যে উল্লেখ কৰি অহা উপলব্ধি-অনুভূতিবোৰেও এই উদ্দেশ্যত আত্মনিয়োগ কৰাৰ বাবে তাড়না জগালে।

মনকৰিবলগীয়া যে আমাৰ এই প্ৰচেষ্টা বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা আৰু বিহুনাচ, বিহুগীত আৰু বিহুবাদ্য-বাজনাৰ সংবিধান নাইবা নিয়মাৱলী প্ৰস্তুত কৰিবৰ প্ৰয়াস নহয়। কেৱল এনে এটা অধ্যয়নৰ দ্বাৰা সেইটো কৰা সম্ভৱো নহয়। বিহুতলীবোৰত বিহু অনুষ্ঠানবোৰৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনমূলক পৰিৱেশন স্বকীয় বৈশিষ্ট্যৰে মহিমামণ্ডিত হৈ থকাত সমল যোগাব পাৰে বুলি হোৱা ধাৰণাৰ বশৱৰ্তী হৈহে এই উদ্দেশ্যৰ অধ্যয়নত আগবাঢ়িছোঁ। অৱশ্যে এই উদ্দেশ্যত অধ্যয়নটিয়ে যুগুতোৱা তথ্যাদিয়ে বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাৰ নিয়মাৱলী প্ৰস্তুতকৰণ অথবা প্ৰস্তুত নিয়মাৱলী সবলকৰণত অৰিহণা যোগাব পাৰে বুলি হোৱা ভাববোধো যোগ নোহোৱাকৈ থকা নাই।

**উদ্দেশ ৫ ঃ বিহুতলী আয়োজন সন্দৰ্ভত কিছুমান ধাৰণাৰ সম্যকতা জুখি চোৱাৰ লগতে সিবিলাকৰ আলোচনা-সমালোচনা সবলকৰণ**

অসমৰ নগৰে-চহৰে, গাঁৱে-ভূঁয়ে আয়োজিত বহুতো বিহুতলীৰ কিছুমান কথাই বহুতৰে মনত উদ্বিগ্নতা জাগৃত কৰা পৰিলক্ষিত হয়। ভালেসংখ্যক চিন্তাশীল লোকে এই বিষয়ত কাকত, আলোচনীৰ পাতত ইতিমধ্যেই সমালোচনা আগবঢ়াইছে । বিষয়টোৰ বিশ্লেষণ তথা পৰ্যালোচনাৰ ফলত বৰ্তমান চলিত ধৰণতকৈ অধিক উদ্দেশ্যধৰ্মী আৰু সুফলদায়কভাৱে বিহুতলী একোখন আয়োজন কৰিব পৰা ধাৰণাই মন-প্ৰাণত উকমুকাবলৈ ল'লে। সেয়েহে সিবিলাকৰ সম্যকতা জুখি চোৱাৰ লগতে এই বিষয়ক আলোচনা-সমালোচনা, পৰীক্ষা-নিৰীক্ষাৰ প্ৰক্ৰিয়া সবলকৰণৰ প্ৰত্যাশা, তাড়না জাগৃত হ'ল। আকৌ ইতিমধ্যে উল্লিখিত উপলব্ধি-অনুভূতিবোৰে আমাৰ এই তাড়নাৰ চোক বঢ়ালে।

**গ) প্ৰশ্নাৱলী প্ৰস্তুতকৰণ**

উল্লিখিত দুই আৰু তিনি নম্বৰ উদ্দেশ্য দুটিৰ অধ্যয়ন সমাজ বিজ্ঞান গৱেষণা পদ্ধতিৰ অন্তৰ্গত "ডাকযোগে প্ৰেৰিত প্ৰশ্নাৱলী" (Mailed Questionnaire) প্ৰণালীৰ আলম লৈ ১৩ খন জিলাৰ বহু সংখ্যক বিহু সংস্কৃতি চৰ্চা কৰি থকা বিশিষ্ট ব্যক্তিৰ মতামতৰ ভিত্তিত কৰাৰ পৰিকল্পনা লোৱা হ'ল। পৰিকল্পনাটো বাস্তৱত পৰিণত কৰাৰ ক্ষেত্ৰত

সুবিধা-অসুবিধা, সময়-শক্তি, আপদ-আহুকাল আৰু সিবিলাকৰ বিকল্প আদিবোৰ গমিপিতি লৈ স্থিৰ সিদ্ধান্তলৈ অহাৰ পিছত সৰ্বপ্ৰথমেই প্ৰশ্নাৱলী প্ৰস্তুত কাৰ্য আৰম্ভ কৰা হ'ল।

অধ্যয়নৰ উদ্দেশ্য আৰু মতদাতা হিচাপে বিবেচিত কৰা ব্যক্তিসকলৰ সময় আৰু সুচলতালৈ লক্ষ্য ৰাখি এনে এক প্ৰশ্নাৱলী প্ৰস্তুত কৰিবলৈ যত্ন কৰা হ'ল যিখনত মতামত গ্ৰহণ কৰিব লগীয়া সকলো দিশৰ সূক্ষ্ম কথাখিনিও সন্নিবিষ্ট হয় আৰু আনহাতে মতদাতা একোজনে সহজে আৰু যথাসম্ভৱ কম সময়ত মতামত ব্যক্ত কৰিব পাৰে।

প্ৰস্তুত প্ৰশ্নাৱলীখনৰ দুটিমান উল্লেখনীয় বৈশিষ্ট্য এনেধৰণৰ ঃ

১) প্ৰশ্নাৱীলখন দুভাগত বিভক্ত। প্ৰথমভাগ বিহুনাচ, বিহুগীত, বিহুবাদ্য আৰু বিহু অনুষ্ঠান সম্বন্ধীয়; অন্যভাৱে ক'বলৈ হ'লে এই ভাগটো অধ্যয়নৰ তৃতীয় উদ্দেশ্যত আধাৰিত। প্ৰশ্নাৱলীখনৰ দ্বিতীয়ভাগ প্ৰধানতঃ বিহুতলী আয়োজন সম্বন্ধীয়; অৰ্থাৎ অধ্যয়নটিৰ চতুৰ্থ উদ্দেশ্যত আধাৰিত। এইভাগতে মতদাতাসকলে বিশেষ বক্তব্য আৰু তেখেতসকলৰ সম্পূৰ্ণ নাম-ঠিকনা লিপিবদ্ধ কৰিবৰ ব্যৱস্থাও ৰখা হ'ল। ইয়াৰ উপৰি মতদাতাসকলক তেখেতসকলৰ পৰিচিত এনে ব্যক্তিৰ নাম-ঠিকনা প্ৰেৰণ কৰিবলৈকো অনুৰোধ কৰা হ'ল যিসকলক তেখেতসকলে এই অধ্যয়নত মতদাতা হিচাপে ভাগ লোৱাৰ যোগ্য ব্যক্তি বুলি বিবেচনা কৰে।

২) প্ৰশ্নাৱলীখনৰ দুয়োটা ভাগতে বিভিন্ন শিতানৰ অধীনত কিছুমান উক্তি এনেকৈ পৰিৱেশন কৰা হ'ল যাতে মতদাতাই (✓) চিন দি সমৰ্থন আৰু (x) চিন দি অসমৰ্থন ব্যক্ত কৰিব পাৰে। তাৰোপৰি দুই ধৰণৰ প্ৰশ্নও উপস্থাপন কৰা হ'ল। এই প্ৰশ্নবোৰৰ কিছুমান এনে যে সিবিলাকৰ উত্তৰ এক বা দুই-চাৰিটামান শব্দ লিখিয়েই দিব পাৰে। অন্য কিছুসংখ্যক প্ৰশ্ন এনে যে সিবিলাকৰ উত্তৰ হিচাবে নিৰ্দিষ্ট মুঠ নম্বৰৰ ভিতৰত সমুচিত নম্বৰ দি মতামত ব্যক্ত কৰিব লাগে । একোটা বিষয়ৰ একোটা মূল প্ৰশ্নৰ অধীনত কেইটাও শাখা প্ৰশ্ন সন্নিৱিষ্ট কৰি বিষয়টোৰ ওপৰত সূক্ষ্মদৃষ্টিসম্পন্ন মতামত আহৰণৰ প্ৰয়াস কৰা হৈছিল। অন্যহাতে প্ৰশ্নাৱলীখন যথাসম্ভৱ চমু কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা হৈছিল। সেয়ে হ'লেও মুঠ ২২৮ টা উক্তি আৰু ২২ টা মূল প্ৰশ্ন সম্বলিত এখন বিস্তৃত প্ৰশ্নাৱলীয়েই প্ৰস্তুত কৰিবলগীয়া হ'ল। কাৰণ অধ্যয়নৰ বিষয়বস্তুৱেই বিশাল; তাৰোপৰি বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানকেইটাৰ নাচ, নাম, বাদ্য-বাজনা, ৰীতি-নীতি আৰু কাৰ্যকলাপ সম্বন্ধীয় অধিকাংশ কথাই ইটোৰ লগত সিটো জড়িত; আৰু বহু ক্ষেত্ৰত এটাক বাদ দি আনটোৰ আলোচনা কৰিবলৈ অসুবিধা। আকৌ বিহুতলী আয়োজনৰো অনেকটা দিশ, অনেকটা প্ৰশ্ন।

৩) প্ৰশ্নাৱলীৰ প্ৰথমভাগত আমাৰ নিজৰ দৃষ্টিত শুদ্ধ বা সমৰ্থনযোগ্য আৰু অশুদ্ধ বা অসমৰ্থনযোগ্য দুয়ো প্ৰকাৰৰ উক্তি সন্নিৱিষ্ট কৰা হৈছিল। অন্যহাতে দ্বিতীয় ভাগত আমাৰ বিবেচনাত সম্যক তথা গ্ৰহণযোগ্য উক্তি আৰু যুক্তি কিছুমান দাঙি ধৰি মতদাতাসকলৰ মতামতৰ ভিত্তিত সিবিলাকৰ সম্যকতা বিচাৰ কৰি চাব খোজা হৈছিল। দুয়োভাগতে মুঠ ১৬ টা প্ৰশ্ন সন্নিবিষ্ট কৰা হৈছিল যদিও দ্বিতীয় ভাগৰ গোটাদিয়েক প্ৰশ্ন এনে আছিল যে

একোখনকৈ তালিকাত সন্নিবিষ্ট ভালেসংখ্যক বিষয়বস্তুৰ সন্দৰ্ভত গুৰুত্বৰ ভিত্তিত নম্বৰ দি মতামত ব্যক্ত কৰিব পাৰে।

৪) প্ৰশ্নাৱলীৰ প্ৰথমভাগত সন্নিবিষ্ট উক্তিসমূহৰ কিছুসংখ্যক উক্তি অন্য কিছুসংখ্যকৰ পৰিপূৰক; অৰ্থাৎ দুটা উক্তিৰ ভিতৰত এটাত মতামত পালে আনটোৰো মতামত অৱশ্যেই বুজিব বা পাই যাব পৰা বিধৰ। এনে পৰিপূৰক উক্তি এইকাৰণেই সন্নিবিষ্ট কৰা হৈছিল যে এটা উক্তি স্পষ্ট নহ'লে আনটো স্পষ্ট হোৱাৰ সম্ভাৱনা থাকে অথবা মতদাতাৰ বাবে এটাত মত দিয়াত কঠিন হ'লে আনটো সহজ হ'ব পাৰে। অন্য অৰ্থত যিকোনো এটাত মতামত দিলেও যাতে বিষয়বস্তুৰ সন্দৰ্ভত মতামত পোৱা যায়।

৫) প্ৰশ্নাৱলীখনৰ লগতে মতদাতাক সম্বোধি এখন পত্ৰ গাঁথি দিয়া হৈছিল। এই পত্ৰৰ জৰিয়তে তেখেতসকলক মতামত দিবলৈ অনুৰোধ জনোৱাৰ লগতে অধ্যয়নটিৰ চমু আভাস আৰু প্ৰশ্নাৱলীখনৰ দুটামান বৈশিষ্ট্যৰ বিষয়ে অৱগত কৰিবৰো প্ৰয়াস কৰা হৈছিল। ইয়াৰ উপৰি কোনোবা মতদাতাই প্ৰশ্নাৱলীখনৰ দুয়োভাগৰ উক্তি আৰু প্ৰশ্নত মতামত দিব নুখুজিলে কেৱল দ্বিতীয়ভাগৰ উক্তি আৰু প্ৰশ্নত মতামত দিবলৈ অনুৰোধ কৰা হৈছিল। কাৰণ প্ৰথমভাগৰ উক্তি আৰু প্ৰশ্নত মতামত দিবলৈ বিহুনাচ, বিহুনাম, বিহুবাদ্যৰ আৰু বিহু অনুষ্ঠানবোৰৰ বৈশিষ্ট্যাদিৰ বিষয়ে পুংখানুপুংখ ব্যৱহাৰিক জ্ঞান আৰু অভিজ্ঞতাৰ প্ৰয়োজন। আমি মতদাতা হিচাপে নিৰ্বাচিত কৰা বিহু সংস্কৃতি চৰ্চা কৰা বিশিষ্ট ব্যক্তিসকলৰ কোনো কোনোৰ এই দিশৰ চৰ্চা তেনে পৰ্যায়ৰ নোহোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি; অথচ প্ৰশ্নাৱলীৰ দ্বিতীয়ভাগৰ উক্তি আৰু প্ৰশ্নত তেখেতসকলে সমুচিত মতামত আগবঢ়াব পাৰিব বুলি নিঃসন্দেহে আশা কৰিব পৰা যায়। আকৌ কোনো একোটা উক্তি অথবা প্ৰশ্নৰ ক্ষেত্ৰত মতামত দিবলৈ খোকোজা লাগিলে সেই উক্তি আৰু প্ৰশ্নত মতামত প্ৰদান কৰাৰ পৰা বিৰত থাকিবলৈকো মতদাতাক অনুৰোধ জনোৱা হৈছিল। কাৰণ তেনে মতামতে অধ্যয়নৰ ফলাফলত কিঞ্চিৎ হ'লেও অবাঞ্ছনীয় প্ৰভাৱ পেলোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

৬) প্ৰশ্নাৱলীৰ শেষত আমাৰ বিহু সংস্কৃতি চৰ্চাৰ এক চমু আভাস দাঙি ধৰা হৈছিল যাতে মতদাতাসকলে সতীৰ্থ বুলি গণ্য কৰি মতামত প্ৰদান কৰিবলৈ উৎসাহিত হয়।

**ঘ) মতদাতা নিৰ্বাচন**

উপৰ্যুক্ত পদ্ধতিৰ আধাৰত অধ্যয়ন একোটাত কেনেধৰণৰ ব্যক্তিক বা অনুষ্ঠানক মতদাতা হিচাপে লোৱা যুগুত সেইটো অধ্যয়নৰ বিষয়বস্তু আৰু উদ্দেশ্যলৈ লক্ষ্য ৰাখি নিৰ্দিষ্ট কৰা হয়। তাৰপাছত কিছুমান এনেধৰণৰ প্ৰশ্নৰ উত্তৰ বিচাৰিব লাগে ঃ প্ৰয়োজনীয় ব্যক্তি ক'ত কিমান পোৱা যাব? নিম্নতম কিমান গৰাকীৰ মতামত আহৰণ হ'লে অধ্যয়নে গুৰুত্ব পাব? অঞ্চল অনুযায়ী মতামতদাতাৰ সংখ্যা নিৰ্দিষ্ট হ'ব লাগিব নেকি? কিমান গৰাকীলৈ প্ৰশ্নাৱলী পঠিয়ালে কিমান গৰাকীৰ মতামত (সঁহাৰি) পোৱাৰ আশা কৰিব পাৰি? সময়-অৰ্থ, জনশক্তি আদিৰ সামৰ্থ্য, প্ৰশ্নাৱলীৰ আকাৰ-প্ৰকাৰ আৰু মতদাতাৰ

সম্ভাৱনীয় সঁহাৰি আদি অনুযায়ী মুঠ কিমানজনলৈ প্ৰশ্নাৱলী প্ৰেৰণ কৰা উচিত হ'ব? ইত্যাদি।

উপৰিউক্ত প্ৰশ্নাদিৰ অনুধাৱন কৰি আমাৰ এই অধ্যয়নত নিম্নলিখিত তিনিপ্ৰকাৰৰ ব্যক্তিৰ যিমান পাৰি সিমান সংখ্যকলৈ প্ৰশ্নাৱলী পঠোৱাৰ পৰিকল্পনা লোৱা হ'ল ঃ

১) বিহু-বিচাৰক ঃ বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত বিচাৰকৰ গধুৰ দায়িত্ব বহন কৰাৰ অভিজ্ঞতাসম্পন্ন ব্যক্তি।

২) বিহু সংস্কৃতিৰ গ্ৰন্থ, প্ৰবন্ধাদি লিখা ব্যক্তি।

৩) সদৌ অসমভিত্তিক প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত বিহুৱা আৰু বিহুৱতী।

উল্লেখনীয় যে বিহুতলীৰ উদ্যোক্তাসকলো এই অধ্যয়নৰ, বিশেষকৈ বিহুতলী আয়োজন সম্পৰ্কীয় কথাবোৰৰ অতি উপযুক্ত মতদাতা হ'লহেঁতেন। পিছে অনেক বিহুতলীৰ ক্ষেত্ৰত আয়োজক সমিতিৰ বিষয়ববীয়া বছৰে বছৰে সলনি হৈ থাকে বাবে এই শ্ৰেণীৰ ব্যক্তিক মতদাতা নিৰ্বাচন কৰিবৰ অসুবিধা অনুভৱ হ'ল।

৬) মতদাতাৰ নাম-ঠিকনা সংগ্ৰহ

এই কাৰ্য সম্পাদনাৰ্থে প্ৰথমেই তুলনামূলকভাৱে অধিক সংখ্যক বিহুতলী অনুষ্ঠিত হৈ থকা মুঠ ১৩ খন জিলা নিৰ্বাচিত কৰা হ'ল ঃ তিনিচুকীয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁও, মৰিগাঁও, শোণিতপুৰ, দৰং, ওদালগুৰি, ধেমাজি, উত্তৰ লখিমপুৰ আৰু গুৱাহাটী। দ্বিতীয়তে প্ৰতিখন জিলাৰ পৰা সাধ্যানুযায়ী যিমান বেছিকৈ পাৰি সিমান সংখ্যক বিহু-বিচাৰক আৰু সদৌ অসম ভিত্তিত প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত বিহুৱা, বিহুৱতীৰ নাম-ঠিকনা সংগ্ৰহৰ চেষ্টা কৰা হ'ল। এইটো কৰোঁতে আমি জিলা কেইখনৰ বিভিন্ন ঠাইত বসবাস কৰি থকা আমাৰ বন্ধুবৰ্গ, সতীৰ্থ আৰু আত্মীয়ৰ সহায় বিচাৰিলো আৰু সকলোৱেই আন্তৰিকতাৰে সহায়ৰ হাত আগবঢ়ালে।

এইদৰে শুভাকাংক্ষীসকলৰ সহযোগত, কেইবালানিও চেষ্টাৰ মূৰত মুঠতে ২২০ গৰাকী বিচাৰক আৰু ১৮ গৰাকী সদৌ অসম ভিত্তিত পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী আৰু বিহুৱাৰ নাম-ঠিকনা সংগ্ৰহ হ'লগৈ।

ইয়াৰ পাছত কাকত, আলোচনী, কিতাপ আদিৰ পাত লুটিয়াই আৰু বিজ্ঞজনৰ পৰামৰ্শ আৰু সহায় লৈ মুঠ ৫০ গৰাকী বিহু বিষয়ক প্ৰবন্ধাদি লিখা ব্যক্তিৰ নাম-ঠিকনা সংগ্ৰহ কৰিবলৈ সক্ষম হ'লো। এই ক্ষেত্ৰত ঠিকনা সংগ্ৰহ আটাইতকৈ জটিল সমস্যা হৈ থিয় দিছিল। এনে বিশিষ্ট ব্যক্তি ভালেসংখ্যকৰ নাম জ্ঞাত যদিও ঠিকনা পোৱাটো সম্ভৱ নহ'ল।

প্ৰথম পৰ্যায়ত উপৰিউক্ত ২২০ গৰাকী বিহু-বিচাৰক আৰু ৫০ গৰাকী লেখকলৈ ২০০৫ চনৰ ছেপ্টেম্বৰ মাহৰ শেষ সপ্তাহত প্ৰশ্নাৱলীবোৰ প্ৰেৰণ কৰা হৈছিল। দ্বিতীয় পৰ্যায়ত, প্ৰথম পৰ্যায়ৰ মতদাতাসকলৰ অনুগ্ৰহত নাম-ঠিকনা পোৱা অন্য ৪৮ গৰাকী বিচাৰক আৰু দুয়োটা পৰ্যায়ত সংগৃহীত ২২ গৰাকী বিহুৱতী আৰু ৮ গৰাকী বিহুৱালৈ প্ৰশ্নাৱলীখন একে চনৰে নৱেম্বৰৰ শেষৰ পৰা পিছৰ বৰ্ষৰ জানুৱাৰীৰ প্ৰথম সপ্তাহৰ ভিতৰত প্ৰেৰণ কৰা হৈছিল।

এইদৰে দুয়োটা পৰ্যায়ত মুঠ ২৬৮ গৰাকী বিচাৰক, ৫০ গৰাকী বিহুসংস্কৃতিৰ লেখক/লেখিকা আৰু ৩০ গৰাকী সদৌ অসম ভিত্তিত পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী-বিহুৱালৈ প্ৰশ্নাৱলী প্ৰেৰণ কৰা হৈছিল। আৰু এইদৰে অধ্যয়নটিৰ নিৰ্বাচিত মতদাতাৰ সংখ্যা মুঠ ৩৪৮ গৰাকী।

এইখিনিতে উল্লেখনীয় যে উপৰিউক্তভাৱে নাম-ঠিকনা সংগ্ৰহ কৰা হেতুকে বহুতো অভিজ্ঞ তথা গুণী বিহু-বিচাৰক, বিহু সংস্কৃতিৰ গ্ৰন্থ, প্ৰবন্ধাদি লেখক আৰু সদৌ অসমভিত্তিক প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত বিহুৱা-বিহুৱতীক যে অধ্যয়নটিৰ মতদাতা হিচাপে নিৰ্বাচিত কৰিব পৰা নগ'ল তাত কোনো সন্দেহ নাই। অৱশ্যে ৰাজ্যখনৰ সকলো ঠাইৰে এনে পৰ্যায়ৰ সকলো ব্যক্তিক মতদাতা নিৰ্বাচন কৰাৰ চেষ্টা আমি সমাজ বিজ্ঞান পদ্ধতিৰ আলম লৈয়ে কৰা নাই। এনে চেষ্টা বলে নোৱৰা বিধৰ হ'ব বুলি হোৱা ভাববোধে তেনে কৰাৰ পৰা বিৰত কৰিলে। ৰাজ্যখনৰ সকলো বিহু-বিচাৰকক মতদাতা হিচাপে লৈ এনে এক অধ্যয়ন কৰাটো অসম্ভৱ নহ'লেও অত্যন্ত কঠিন। মতদাতা হিচাপে বিবেচিত ব্যক্তিসকল অতি সুনিৰ্দিষ্ট হ'লেহে আৰু সংখ্যাত যথাপৰিমাণৰ হ'লেহে , অৰ্থাৎ অধ্যয়নটো হাতত লোৱা ব্যক্তি বা প্ৰতিষ্ঠানৰ সময়, অৰ্থ আৰু শক্তিৰে বলে পৰা হ'লেহে সকলোকে মতদাতা হিচাপে লৈ এনে অধ্যয়ন কৰিবৰ সুচল হয়। আমাৰ এই অধ্যয়নৰ মতদাতা নিৰ্বাচন প্ৰণালীটো সমাজ বিজ্ঞান গৱেষণা পদ্ধতিৰ "Purposive-cum-Random Sampling Teachnique" বুলি ধৰিব পাৰি।

উল্লেখনীয় যে অধ্যয়নটিত বিহু-বিচাৰকসকলক মুখ্য মতদাতা হিচাপে গণ্য কৰিবলৈ বিহুসংস্কৃতিৰ বিশিষ্ট আলোচক-সাহিত্যিক জয়কান্ত গন্ধীয়াদেৱৰ তলৰ উক্তিটিয়ে অনুপ্ৰাণিত কৰিলে ঃ

"এতিয়া ৰঙালী বিহুৰ বিকৃতি ৰোধ আৰু ৰঙালী বিহুৰ পৰম্পৰা আশ্ৰিত মোহনীয় ৰূপটোৰ সংৰক্ষণৰ দায়িত্ব বিহুৰ প্ৰতিযোগিতাৰ এই বিচাৰকসকলৰ হাততে পৰিছেগৈ।" (প্ৰান্তিক, ১ এপ্ৰিল, ২০০৫ চন)

### চ) মতামত আহৰণ

মুঠ ২২৮ টা উক্তি আৰু ২২ টা প্ৰশ্ন সম্বলিত প্ৰশ্নাৱলীখন পুস্তিকা আকাৰত ছপা কৰি উলিওৱা হৈছিল। নাম-ঠিকনা সংগ্ৰহ কৰিব পৰা বিশিষ্ট নিৰ্বাচিত মতদাতাসকললৈ ডাকযোগে আৰু কিছু ক্ষেত্ৰত অন্যভাৱে দুটা পৰ্যায়ত প্ৰেৰণ কৰা হৈছিল। প্ৰশ্নাৱলীখনত মতামত সন্নিৱিষ্ট কৰি মত দাতা একোজনে যাতে আমাৰ খৰচতে সেইখন আমালৈ ডাকত প্ৰেৰণ কৰিব পাৰে তাৰ ব্যৱস্থাও কৰা হৈছিল।

'ডাকযোগে প্ৰেৰিত প্ৰশ্নাৱলী' প্ৰণালীৰ মূল দুৰ্বলতাই হৈছে প্ৰশ্নাৱলী প্ৰেৰণ কৰা মতদাতাৰ অধিকাংশৰ পৰা সঁহাৰি পোৱা নাযায়। সেইবাবেই সাধাৰণতে যিমান পাৰি সিমান সংখ্যকলৈ প্ৰেৰণ কৰি পাঁচ ভাগৰ এভাগ মানৰ মতামত পোৱাৰ আশা কৰা হয়। এনে হোৱাৰ বিভিন্ন কাৰণ হ'ব পাৰে ঃ ঠিকনা সঠিক নোহোৱা আৰু ডাকৰ খেলি-মেলিৰ বাবে কিছুসংখ্যকে প্ৰশ্নাৱলী নেপাব পাৰে অথবা বহুত পলমকৈ পাব পাৰে।

প্ৰশ্নাৱলীৰ কিছুমান প্ৰশ্ন বুজাত অসুবিধা পাই কোনো কোনোৱে মতামত নিদিয়াৰ সিদ্ধান্ত ল'ব পাৰে। প্ৰশ্নাৱলীত মতামত ব্যক্ত কৰিম কৰিম বুলি ভাবি থাকোঁতেই সময় পাৰ হৈ যাব পাৰে। কোনোবাই আধা কৰি পেলাই থ'ব পাৰে। পিছত কৰিম বুলি থওঁতে কাৰোবাৰ প্ৰশ্নাৱলীৰ কপিটোৱেই হেৰাব পাৰে। কোনোৱে আকৌ বিভিন্ন কামৰ হেঁচাত ইচ্ছা কৰিও প্ৰশ্নাৱলীত মতামত সন্নিৱিষ্ট কৰিবৰ বাবে সময় দিবলৈ অপাৰগ হ'ব পাৰে । কোনোৱে প্ৰচেষ্টাটো অৰ্থহীন বা অলাগতীয়াল বুলি ভাবিও সঁহাৰি নিদিব পাৰে। ইত্যাদি ইত্যাদি। অৱশ্যে মতদাতাসকল এনে অধ্যয়ন চলোৱা অনুষ্ঠান একোটাৰ হিতাধিকাৰী, বেতনভোগী, অংশীদাৰ আদি হ'লে কথাটো বেলেগ হয়। এনে পৰিস্থিতিত মতদাতাসকলে মতামত দিয়াটো প্ৰায় বাধ্যতামূলক হৈ পৰে।

অন্যহাতে আমাৰ প্ৰশ্নাৱলীখনত মুঠ ২২৮ টা উক্তি আৰু ২২ টা প্ৰশ্ন অন্তৰ্ভুক্ত হৈছে বাবে সিখনত মতামত ব্যক্ত কৰিবলৈ মতামতদাতা এগৰাকীয়ে কমেও দুঘণ্টা সময় খৰচ নকৰিলেই নহয়। সকলো উক্তি আৰু প্ৰশ্নৰ মতামত নখদৰ্পণত থাকিলেহে ইমান সময়ত হ'ব; অন্যথাই বেছি সময় লাগিব পাৰে। আকৌ মতদাতা হিচাপে নিৰ্বাচিত বিশিষ্ট ব্যক্তিসকলৰ বহুতৰে জীৱন-যাপন অতি ব্যস্ত। এই সকলোখিনি কথা গমি-পিতি আমি দুটা পৰ্যায়ত যিমান পাৰি সিমানলৈ প্ৰশ্নাৱলী প্ৰেৰণ কৰি নিম্নতম ১০০ গৰাকী ব্যক্তিৰ মতামত পাম বুলি আশা কৰিছিলো।

পিছে নৱেম্বৰ মাহৰ শেষ পৰ্যন্ত মুঠ ৫৫ গৰাকী মতদাতাৰ পৰাহে মতামত সন্নিৱিষ্ট প্ৰশ্নাৱলী পোৱাত আমি বেচ্ চিন্তিত হৈ পৰিছিলো। চিন্তিত হ'লেও কিন্তু অলপো নিৰুৎসাহ হোৱা নাছিলো। দিনক দিনে অধ্যয়নটিৰ মনঃপূত পৰিসমাপ্তি ঘটোৱাৰ তাড়না বৃদ্ধি পাইছিল। এই ক্ষেত্ৰত মতদাতাসকলে অতি উদাৰতাৰে আমালৈ পঠোৱা আশীৰ্বাদ, উদগণি, বদান্যতা, শুভেচ্ছা, প্ৰশংসা আদিয়ে সঞ্জীৱনীৰ দৰে কাম কৰিলে। মন-প্ৰাণত ঢালি দিলে অফুৰন্ত উদ্যম, শক্তি, স্পৃহা, তৃপ্তি আদি। দুয়োটা পৰ্যায়ৰ প্ৰায় সকলো মতদাতাই প্ৰচেষ্টাটো বিভিন্ন বিশেষণেৰে বিভূষিত কৰি শলাগ ল'লে (মাত্ৰ কেইগৰাকীমানেহে কোনো মতামত দিয়া নাই)। ভালেসংখ্যকে আকৌ দীঘলীয়া চিঠিৰে প্ৰচেষ্টাটোত গুৰুত্ব দি কিছুমান অতি উপযোগী তথ্য আৰু ধাৰণা আগবঢ়ালে (ইয়াৰে কিছুসংখ্যক আমি প্ৰসংগক্ৰমে স্থানান্তৰত উল্লেখ নাইবা আলোচনা কৰিছোঁ)। দুগৰাকীমান মহানুভৱ ব্যক্তিয়ে স্ব-লিখিত গ্ৰন্থও পঠিয়ালে। কিছুৱে আমাৰ পূৰ্বে প্ৰকাশিত পুথি 'ৰঙালী বিহুৰ নৃত্য-গীত'ৰ পৰা প্ৰভূত উপকাৰ হোৱা বুলি বাতৰি দি এইটো প্ৰচেষ্টাৰ সফলতা কামনা কৰিলে। কেইগৰাকীমানে সময়ত প্ৰশ্নাৱলী পঠিয়াব নোৱাৰি চিঠি আৰু ফোনেৰে জনালে। আকৌ দুগৰাকী মহনুভৱ ব্যক্তি, শ্ৰীবদন চন্দ্ৰ শৰ্মা আৰু শ্ৰীবিপুল কুমাৰ ঠাকুৰে মতামত ব্যক্ত কৰিবলৈ অপাৰগতা প্ৰকাশ কৰি দীঘলীয়া চিঠি একোখনেৰে আশীৰ্বাদ আৰু শুভেচ্ছা পঠিয়ালে। শ্ৰীঠাকুৰে চিঠিৰ লগতে তেখেতৰ ইংৰাজী ভাষাৰ কবিতা পুথি "এনিগ্‌মা"ৰ কপি এটাও প্ৰেৰণ কৰিলে।

এনেদৰে তাড়না, প্ৰেৰণা আৰু আত্মবিশ্বাস উৰ্ধ্বগামী হৈ থকা বাবে মতদাতাৰ সংখ্যা যিমান পাৰি অধিক কৰিবলৈ বিভিন্ন প্ৰকাৰে চেষ্টা চলালো। কাৰোবাক ফোনযোগে,

কাৰোবাক চিঠিযোগে, কাৰোবাক সহযোগী-শুভাকাংক্ষীৰ অনুগ্ৰহত তাগিদা দিলো। এনে তাগিতাই পিছে বিশেষ কামত নিদিলে। যিসকলে পঠিয়ালে নিজগুণেই অনুগ্ৰহ কৰি পঠিয়ালে আৰু মুঠতে ১১৩ গৰাকীৰ মতামত পোৱা গ'ল। ইয়াৰে ৯০ গৰাকী বিহু-বিচাৰক, ১৯ গৰাকী পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী/বিহুৱা আৰু ৪ গৰাকী লেখক। উল্লেখনীয় যে ৯০ গৰাকী বিহু-বিচাৰকৰ অধিকাংশই একেধাৰে লেখক, পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী/বিহুৱা আৰু বিহুগীতৰ কেছেট আদিৰ শিল্পীও।

উনুকিয়াই থওঁ যে অধ্যয়নটি ১৩ খন জিলাৰ মতদাতাৰ মতামতসমৃদ্ধ বুলি কোৱা হৈছে যদিও তিনিখন জিলাৰ মতদাতা তেনেই কম । ধেমাজি আৰু মৰিগাঁৱৰ এগৰাকীকৈ আৰু ওদালগুৰিৰ দুগৰাকী বিহু-বিচাৰকৰহে মতামত সন্নিৱিষ্ট হৈছে। এইখিনিতে সমূহ মতদাতা আৰু সহযোগী-শুভাকাংক্ষীলৈ পুনৰবাৰ সৰ্বান্তকৰণেৰে কৃতজ্ঞতা আৰু হিয়াভৰা ধন্যবাদ জ্ঞাপন কৰিছোঁ। লগতে জনাইছোঁ অভিনন্দন। তেখেতসকলৰ অকুণ্ঠ সহযোগ, কষ্ট স্বীকাৰ, ত্যাগ, অনুপ্ৰেৰণা, শুভেচ্ছা আৰু আশীৰ্বাদ নোপোৱা হ'লে এই প্ৰচেষ্টা কলিতে মৰহি গ'লহেঁতেন।

**ছ) মতামত বিশ্লেষণ**

অধ্যয়নৰ উদ্দেশ্যত লক্ষ্য ৰাখি মতামতসমূহৰ বিশ্লেষণ সহজ-সৰল কৰিবৰ দিহা কৰা হ'ল। পৰিসংখ্যা বিজ্ঞানৰ জটিল বিশ্লেষণবিলাকৰ ব্যৱহাৰ যৎপৰোনাস্তি এৰাই চলা হৈছে। উপলব্ধ তথ্যাদিবোৰ যাতে বিহুৱা-বিহুৱতী, বিহু-বিচাৰক আৰু অন্য যিকোনোভাৱে বিহুসংস্কৃতি চৰ্চা কৰাসকলৰ উপযোগী হয় সেইকথা সততে মনত ৰাখি বিশ্লেষণ কাৰ্যত মনোনিৱেশ কৰা হৈছিল। সিবিলাকৰ পৰ্যালোচনা প্ৰস্তুত কৰোঁতেও এই কথা আৰু লগতে অধ্যয়নৰ উদ্দেশ্য শিৰোগত কৰা হৈছে।

এইখিনিতে মতামত বিশ্লেষণ সম্বন্ধীয় কেইটিমান কথা মনকৰিবলগীয়া ঃ

১) পৰিপূৰক উক্তিবোৰৰ যিকেইটাত অধিক মতদাতাই মত দিলে সেইকেইটাৰ বিশ্লেষিত তথ্যহে পৰিৱেশন কৰা হৈছে। দুই-এক ক্ষেত্ৰত আকৌ প্ৰয়োজন অনুযায়ী প্ৰশ্নাৱলীৰ একাধিক উক্তিৰ বিশ্লেষিত মত সম্পাদিত কৰি একেটা উক্তিতে প্ৰকাশ কৰা হৈছে। উক্তিকেইটা সুনিৰ্দিষ্ট হ'বৰ বাবে আৰু পৰিৱেশন একঘেয়ামী নহ'বৰ বাবেই এইখিনি কৰা হৈছে। এনে কৰোঁতে অৱশ্যে লক্ষ্য ৰখা হৈছে যাতে প্ৰশ্নাৱলীত সন্নিৱিষ্ট মূল বিষয়বস্তুৰ তথ্য আৰু আলোচনা বাদ পৰি নাযায়।

২) প্ৰশ্নাৱলীত সন্নিৱিষ্ট দুটা উক্তি যথাপৰিমাণে স্পষ্ট নহ'ল বুলি কেইগৰাকী মান মতদাতাই আঙুলিয়াই দিলত আৰু সেই মত আমাৰো মনঃপূত হোৱাত সেই দুটা উক্তি অধ্যয়নটিৰ পৰা বাদ দিয়া হৈছে। উক্তি দুটাত ভালেসংখ্যক মতদাতাই মতামতো দিয়া নাই আৰু সেই দুটা বাদ দিয়াত মূল বিষয়বস্তুৰ আলোচনাত বিশেষ প্ৰভাৱ পৰা নাই বুলি বোধ হয়।

৩) ৭৫ শতাংশৰ অধিক মতদাতাই সমৰ্থন কৰা উক্তিক 'প্ৰায় সৰ্বজন সমৰ্থিত' আৰু ৭৫ শতাংশৰ অধিকে অসমৰ্থন কৰাখিনিক 'প্ৰায় সৰ্বজন অসমৰ্থিত' উক্তি হিচাপে ভাগ কৰা হৈছে। বাকীখিনি 'মতানৈক্য বিদ্যমান' উক্তি হিচাপে ভাগ কৰা হৈছে। উল্লেখনীয় যে

প্ৰশ্নাৱলীৰ সকলো উক্তিত সমান সংখ্যক মতদাতাই মতামত প্ৰদান কৰা নাই। সেয়ে প্ৰশ্ন একোটাত মতামত দিয়া সকলো মতদাতাক মুঠ হিচাপে গণ্য কৰি সমৰ্থন আৰু অসমৰ্থনৰ শতাংশ উলিওৱা হৈছে। 'মতানৈক্য বিদ্যমান' উক্তি একোটা পৰিৱেশন কৰোঁতে সমৰ্থন কৰা আৰু নকৰা মতদাতাৰ সংখ্যা উল্লেখ কৰা হৈছে । 'প্ৰায় সৰ্বজন সমৰ্থিত' আৰু 'প্ৰায় সৰ্বজন অসমৰ্থিত' উক্তিৰ ক্ষেত্ৰত অৱশ্যে তেনে কৰা হোৱা নাই। উল্লেখনীয় যে মতানৈক্য বিদ্যমান উক্তিৰ প্ৰায়খিনিতে তুলনামূলকভাৱে কমসংখ্যক মতদাতাই মতামত দিলে।

### জ) পুথি প্ৰণয়ন

এই অধ্যয়নৰ চাৰিওটি উদ্দেশ্য আগত ৰাখি আহৰিত তথা বিশ্লেষিত তথ্য আৰু প্ৰাসংগিক আলোচনাৰে পুথিখন যুগুতাবলৈ যত্ন কৰা হৈছে। অধিকাংশ অধ্যায়তে ভালেসংখ্যক গ্ৰন্থ, প্ৰবন্ধৰ নিৰ্বাচিত অংশ প্ৰাসংগিক উদ্ধৃতি হিচাপে উল্লেখ কৰিও পুথিখনৰ সৌষ্ঠৱ আৰু উপযোগিতা বঢ়াবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছোঁ। সেয়ে এইখিনিতে সেই সকলো গ্ৰন্থ, প্ৰবন্ধৰ লেখক-লেখিকাসকললৈ পুনৰবাৰ অন্তৰৰ নিভৃত কোণৰ পৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। উল্লেখনীয় যে আমাৰ এই অধ্যয়নত উপলব্ধ হোৱা তথ্য, ধাৰণা, বিশ্লেষণ সিদ্ধান্তবোৰেই শেষ কথা নহয়; শেষ কথা হ'ব নোৱাৰে।

মতদাতাসকলৰ মতৰ বিশ্লেষণ কৰোঁতেও অতি সীমিতসংখ্যক প্ৰণালী তথা কৌশলহে প্ৰয়োগ কৰা হৈছে। সিবিলাকৰ বিশ্লেষণ আৰু টোকা প্ৰস্তুতকৰণ সম্পূৰ্ণ শুদ্ধ নাইবা উচ্চমানৰ বুলি ভবাটো ধৃষ্টতাক প্ৰশ্ৰয় দিয়াহে হ'ব। কোনো গৱেষণা বা অনুসন্ধানৰে ফলাফল আৰু সিদ্ধান্তবোৰ শেষ সিদ্ধান্ত নহয়। এনে প্ৰচেষ্টা একোটাই বিষয়বস্তুৰ কিছুমান দিশত সিদ্ধান্তত উপনীত হ'ব পৰাকৈ তথ্য নিদিবও পাৰে। পিছে অনুসন্ধানৰ পথ অনন্ত। একোটি বিষয়ত কৰা এনে একোটি অনুসন্ধানত উপলব্ধ তথ্য, ধাৰণা, ফলাফল আৰু সিদ্ধান্তবোৰ অৱশ্যেই বিষয়বস্তুৰ পৰৱৰ্তী আলোচনা আৰু অধ্যয়নৰ সমল হৈ আহিছে। এনে অনুসন্ধানৰ নিৰ্বাচিত সিদ্ধান্ত একোটা পৰীক্ষামূলকভাৱে ব্যৱহাৰ কৰাৰ স্থল নথকাও নহয়। আমাৰ এই প্ৰচেষ্টাই উপৰিউক্ত দুয়োটা ধৰণৰ যিকোনো এটি ধৰণেৰেও বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত যৎকিঞ্চিৎ অৰিহণা যোগালেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি অনুভৱ কৰিম।

এইখিনিতে 'তাল-প্ৰদীপ' গ্ৰন্থত কেশৱ চন্দ্ৰ চাংকাকতিদেৱে উদ্ধৃত কৰা বিশ্ববিশ্ৰুত লেখক ব্ৰাউনৰ সেই বিখ্যাত উক্তিটো উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰিছোঁ: "যিজনে নিৰ্ভুল আৰু নিখুঁত গ্ৰন্থ ৰচনা কৰিবলৈ অভিলাষ কৰে তেওঁ একো কৰিবলৈ সমৰ্থ নহয়। কোনো গ্ৰন্থৰ পৰা যদি নতুন গৱেষণাৰ সূত্ৰপাত হয় তেনেহ'লে সেই গ্ৰন্থই অতিশয় দোষমুক্ত হ'লেও তাতকৈ ভাল গ্ৰন্থ প্ৰণয়নৰ বাট মুকলি কৰি দিব পাৰে। যদিও এনে অৱস্থাত পূৰ্বৰ গ্ৰন্থৰ অস্তিত্ব পৰ্যন্ত বিলীন হৈ যাব পাৰে।"

তৃতীয় অধ্যায়

# বিহুৰ তাৎপৰ্য, উৎপত্তি আৰু সাম্প্ৰতিক সাৰ্বজনীন ৰূপ

ভালেসংখ্যক লেখকৰ প্ৰকাশিত তথ্য আৰু মতামত আদিৰ ভিত্তিত এই অধ্যায়টি যুগুতোৱা হৈছে। উৎসৱ একোটা সম্যকভাৱে পালন তথা উদ্‌যাপন কৰিবলৈ তাৰ তাৎপৰ্য, উৎপত্তি আৰু বিৱৰ্তনৰ বিষয়ে অৱগত হোৱাটো যে অতি উপাদেয় সেই কথা আগেয়ে উনুকিয়াই অহা হৈছে। সুবিশাল বিহু-সংস্কৃতিৰ ক্ষেত্ৰত ইবিলাকৰ অধ্যয়ন যে অধিক প্ৰয়োজনীয় সেই বিষয়েও আগৰ অধ্যায়ত আলোচনা কৰি অহা হৈছে।

**বিহুৰ তাৎপৰ্য আৰু উৎপত্তি ঃ**

বিহু অসমীয়া জাতিৰ জাতীয় উৎসৱ; প্ৰতি অসমীয়াৰ দেহ-মন-হিয়া নিমিষতে ৰোমাঞ্চিত কৰি তোলা এটা সুমধুৰ শব্দ; প্ৰতি অসমীয়াৰ বুকু ৰং-ৰস-আনন্দ-উলাহেৰে ওপচাই পেলোৱা এক বন্যা; মান-সন্মান, প্ৰেম-প্ৰীতি, স্নেহ-ভালপোৱা, আদান-প্ৰদানৰ এটি পৰ্ব; অসমীয়া জনজীৱনৰ বৰ্ণাঢ্য সংস্কৃতিৰ উৰ্বৰা পথাৰ আৰু মেটমৰা ভঁড়াল। প্ৰধানতঃ বিহুৰ বুকুতে জীপাল হৈ আছে অসমীয়াৰ জাতীয় ঐতিহ্য আৰু বৈশিষ্ট্যৰে বিভূষিত বিভিন্ন বিনন্দীয়া কলা-কৃষ্টিৰ উপাদান।

আমাৰ বিহু তিনিটা ঃ কাতি বিহু বা কঙালী বিহু; মাঘ বিহু বা ভোগালী বিহু আৰু ব'হাগ বিহু বা ৰঙালী বিহু। আহিন-কাতিৰ দোমাহীত অৰ্থাৎ আহিন মাহৰ শেষৰ দিনটোত কাতি বিহু। এই দোমাহী বা সংক্ৰান্তিক 'জলবিষুৱ সংক্ৰান্তি' বোলা হয় আৰু এই সময়তে বৰ্ষা ঋতু শৰত ঋতুলৈ পৰিৱৰ্তিত হ'বলৈ ধৰে। পুহ-মাঘৰ দোমাহী অৰ্থাৎ পুহ মাহৰ শেষ দিনটোত মাঘ বিহু আৰম্ভ হয়, এই দোমাহীক 'মকৰ সংক্ৰান্তি' বোলে; সূৰ্যৰ উত্তৰায়ণৰ সময়; শীত ঋতুৰ ভৰপক। চ'ত-ব'হাগৰ দোমাহীত ব'হাগ বিহুৰ আৰম্ভণি হয় আৰু এই সময়তে হেমন্ত ঋতু বসন্ত ঋতুলৈ পৰিৱৰ্তিত হ'বলৈ ধৰে। এই সংক্ৰান্তি 'মহাবিষুব' আৰু 'বিষু' এই দুই নামেৰে খ্যাত। দোমাহীৰ আগৰ দিনটোক বিহু একোটাৰ উৰুকা বুলি কয়।

আমাৰ বিহুকেইটা কেৱল ৰং-ৰহইচ কৰা উৎসৱেই নহয়। প্ৰত্যেকটো বিহু উদ্‌যাপনৰ লগত সাঙোৰ খাই আছে ভালেসংখ্যক সুনিৰ্দিষ্ট লোকাচাৰ, ভাববোধ, লোকবিশ্বাস, সংকল্প, ৰং-ৰহইচ, খেল-ধেমালি আৰু নৃত্য-গীতৰ অনুষ্ঠান। এইবিলাক অৰ্থনৈতিক, সামাজিক, ধাৰ্মিক আদি বিভিন্ন দিশৰ অনেক প্ৰয়োজনীয় উদ্দেশ্যৰ সম্পূৰক। কৃষি উৎপাদন বৃদ্ধি, পশুধন লালন-পালন, আধ্যাত্মিক আচৰণ, স্বাস্থ্য ৰক্ষা তথা শৰীৰ চৰ্চা, প্ৰেম প্ৰীতি-শ্ৰদ্ধা-

ভক্তিৰ আদান-প্ৰদান, গঞা-জ্ঞাতি আৰু আলহী-অতিথি সেৱা-সৎকাৰ, বল-শক্তি আহৰণৰ কামনা, পৰিয়াল আৰু গঞা-জ্ঞাতিৰ মংগল কামনা, সামাজিক বন্ধন আৰু ঐক্য-সংহতি-সম্প্ৰীতি আদিৰ তাৎপৰ্য নিহিত হৈ আছে বিহু কেইটা উদ্‌যাপনৰ কাৰ্যকলাপ তথা লোকাচাৰবোৰত। আকৌ ইবিলাক কোনো এক বিশেষ জনগোষ্ঠীয় সংস্কৃতিৰ অৱদান নহয়; বহু যুগ ধৰি অতি প্ৰাচীন কালৰে পৰা অনেক জনগোষ্ঠী-জাতি-উপজাতিৰ সাংস্কৃতিক উপাদানৰ সু-সমন্বয় ঘটি সৃষ্টি হোৱা ৰহঘৰাহে। ইবিলাকৰ অধিকাংশই বিভিন্ন ধৰ্ম, জাতি, সম্প্ৰদায়ে স্বকীয় বৈশিষ্ট্যতা অটুত ৰাখিও সাৰ্বজনীনভাৱে পালন কৰিব পৰা বিধৰ। সেয়ে অতীজৰে পৰা আজি পৰ্যন্ত অসমৰ ভৌগোলিক খণ্ডত বসবাস কৰা সকলো জনগোষ্ঠী-জাতি-উপজাতিয়ে বিহু উৎসৱক আপোন কৰি লৈছে। সেয়েহে আমাৰ বিহু অতিকে আনন্দীয়া, অতিকে বিনন্দীয়া। সংস্কৃতি হিচাবে ই অতিশয় বিশাল, অতি মনোৰম, অতিকে উদাৰ, সাগৰৰ দৰে মহান, হীৰাৰ দৰে অত্যুগ্ৰ, উত্তমৰো উত্তম।

সকলো লেখক-গৱেষক এই কথাত একমত যে অন্য বহুতো লোক-উৎসৱৰ দৰে বিহুও মূলতঃ কৃষিভিত্তিক উৎসৱ। অসমৰ প্ৰধান শস্য শালিধানৰ খেতিৰ লগত জড়িত তিনিটা বিশেষ পৰিৱেশত অনুষ্ঠিত হৈ আহিছে অসমীয়া জনগণৰ তিনিটা বিহু উৎসৱ। সেয়েহে বিহুকেইটাৰ ভালেসংখ্যক কাৰ্যকলাপ আৰু লোকাচাৰ শালিধানৰ খেতিৰ বিশেষ পৰ্যায়কেইটাৰ দ্বাৰা সৃষ্টপৰিৱেশ-পৰিস্থিতিৰ লগত সাঙোৰখোৱা। অন্যহাতে ঋতু পৰিৱৰ্তনৰ বিশেষ সময়ৰ লগত জড়িত বাবে আমাৰ বিহু একোটাৰ ভালেমান কাৰ্যকলাপ স্বাভাৱিকতেই সেই ঋতু পৰিৱৰ্তনৰ পৰিস্থিতিসাপেক্ষও।

ভাষাতাত্ত্বিক দিশৰ কিছু কথাত, বিশেষকৈ বিহু শব্দৰ উৎসৰ সন্দৰ্ভত পণ্ডিতসকলৰ মত পাৰ্থক্য বিদ্যমান। বিভিন্ন লেখক-গৱেষকে বিহু শব্দৰ অৰ্থ আৰু উৎস কেইবাটাও দৃষ্টিকোণেৰে বিশ্লেষণ কৰা পৰিলক্ষিত হয়।

ড° মহেশ্বৰ নেওগদেৱে লিখিছে ঃ "ভাষাবিদে কয়, 'বিষুবৎ' — এই সংস্কৃত শব্দৰ পৰা বিহু শব্দ ওলাইছে। আনফালে 'বিহু-সঁকৰাতি' বুলিও এটা কথা আছে। ই বিষুৱ-সংক্ৰান্তি'ৰ প্ৰতিধ্বনি যেনেই লাগে। 'মেজি' শব্দটো সংস্কৃতৰ 'মেধ্য' শব্দৰ পৰা উদ্ভুত। এইদৰে বিহুবোৰ স্পষ্টকৈ কৃষি সংশ্লিষ্ট উৎসৱ হ'লেও আৰ্য সংস্কৃতিৰ লগতো সিবোৰৰ সম্পৰ্ক দেখা যায়।" (অসমৰ সাংস্কৃতিক ঐতিহ্য; পৃ: ২৭৯)

ত্ৰৈলোক্য ভট্টাচাৰ্য ডাঙৰীয়াই 'কৌমলি তাম্ৰশাসন' বুলি খ্যাত তাম্ৰশাসনত উল্লেখ কৰা 'বিষু সংক্ৰান্তি'ৰ বিষু শব্দৰ পৰাই বিহু শব্দটো আৰু উৎসৱটোৰ জন্ম হৈছে নেকি বিশ্লেষণ কৰি চোৱা প্ৰয়োজন বুলি লিখিছে। ("বিষুওপদী সংক্ৰান্তি, বিহু আৰু আলবেৰুনি", প্ৰান্তিক, ১-১৫ এপ্ৰিল, ২০০৫, পৃঃ ১৪)

ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে 'অসমীয়া জনসাহিত্য' গ্ৰন্থত এনেদৰে লিখিছে "প্ৰচীন ভাৰতত 'বিষুৱণ' দিনত আদিত্য আদিৰ যজ্ঞ কৰা হৈছিল খেতিবাতিৰ মংগলৰ কাৰণে। এই উদ্দেশ্য অসমীয়া বিহুতো বৰ্তি আছে। 'বিষু' শব্দটো অৱশ্যে হিমালয়ৰ নামনিৰ খচ, মধ্যভাৰতৰ ওৰাওঁ, দক্ষিণ ভাৰতৰ মালায়ালী আদি লোকৰ মাজতো ব্যৱহাৰ হয়।"

নাৰায়ণ চন্দ্ৰ দেৱগোস্বামীদেৱে গৰু বিহুৰ প্ৰচলন বেদৰ সময়ৰ পৰাই হৈ অহা বুলি ভাবিব পাৰি বুলি লিখিছে: "গৰুবিহু মানে গো-পূজা। বেদৰ শ্লোকত গোদেৱতাৰ উদ্দেশ্যে ৰচনা কৰা ভালেমান সূক্ত পোৱা। সেই শ্লোকবোৰত গোজাতিৰ শ্ৰীবৃদ্ধি কামনা কৰি ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে। গোজাতিৰ শ্ৰীবৃদ্ধি, ক্ষীৰতমা হ'বলৈ বেদৰ ষষ্ঠ মণ্ডল, দশম মণ্ডলাদি অন্যান্য শ্লোকত প্ৰাৰ্থনা কৰিছে।" (সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা; পৃ: ১২৩)

ভালেসংখ্যক উৎসৰ সূত্ৰ ধৰি যুগুতোৱা এক প্ৰবন্ধত ৰঞ্জিত কুমাৰ বৰাই মন্তব্য কৰিছে এনেদৰে — "আমাৰ ধাৰণা মতে 'বিহু' শব্দটো 'বিষু' শব্দৰ পৰা ওলাইছে। প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ শ, স, ষ-ধ্বনিকেইটাই অসমীয়া ভাষাত নিজস্ব ধ্বনিগুণ হেৰুৱাই 'স' (ষ) ধ্বনিলৈ পৰিবৰ্তিত হৈ কেতিয়াবা 'হ' ধ্বনি আৰু ক'ৰবাত 'খ' ধ্বনিলৈ পৰিণত হোৱা দেখা যায়। এই পৰিবৰ্তন অসমীয়া ভাষাৰ জন্মৰ সময়ৰ পৰাই দেখা যায়।" ("ব'হাগৰ বিহু আৰু হুঁচৰিৰ পম খেদি"; প্ৰান্তিক, ১-১৫ এপ্ৰিল, ২০০৫ পৃ: ২৬)

জিতেন্দ্ৰ নাথ ডেকাই এনেদৰে লিখিছে — "বিহু শব্দটোৰ অৰ্থ বিভিন্ন পণ্ডিতে বিভিন্ন ধৰণে পোষণ কৰিছে। কিছুমান পণ্ডিতে বড়ো ভাষাৰ 'বৈখ্যু' শব্দৰ পৰা বিহু শব্দৰ উৎপত্তি বুলি কৈছে। বৈদিক 'বিশ' শব্দৰ পৰা বিশু, বিশু শব্দৰ পৰা 'বিহু' শব্দৰ উৎপত্তি। 'বিষুব' শব্দৰ পৰাও 'বিহু' শব্দৰ উৎপত্তি বুলি সংক্ৰান্তিগত সিদ্ধান্ত।" (ব'হাগী, ২০০৫, পৃ: ১৩২)

চৈয়দ মহিবুল্লাই বৃহত্তৰ হাতীগাঁও ৰঙালী বিহু উৎসৱৰ ৰূপালী জয়ন্তী বৰ্ষ (২০০৫ চন) ৰ স্মৰণিকা 'ব'হাগী'ত প্ৰকাশিত 'আমাৰ সংস্কৃতিৰ ৰেহ-ৰূপ' শীৰ্ষক এক তত্ত্বগধুৰ প্ৰবন্ধত এনেকৈ লিখিছে - "বিহু উৎসৱ কৃষিজীৱী মানুহৰ উৰ্বৰা বিশ্বাসৰ ওপৰতে জন্ম। সম্ভৱতঃ অষ্ট্ৰিক সংস্কৃতিয়ে লুইতৰ পাৰত বিকাশ লাভ কৰাৰ সময়তে এই উৎসৱৰো জন্ম হৈছিল। আজি এই উৎসৱৰ লগত সৰ্বভাৰতীয় কিছুমান উৎসৱৰ ধাৰণাৰ মিল পোৱা যায়। এই ক্ষেত্ৰত উৰিষ্যাৰ পোষ-সংক্ৰান্তি, তামিলনাডুৰ পুংগল, কেৰালাৰ বিচু, পঞ্জাবৰ বৈশাখী, উত্তৰ ভাৰতৰ ফাকুৱা আদি উৎসৱৰ নাম ল'ব পাৰি। গৰু বিহু বৈদিক ধাৰণাসিক্ত যেন লাগিলেও গৰুক মাহ-হালধি, বেঙেনা-কেৰেলা, থেকেৰা-জাতিলাও দি গা ধুওৱা পদ্ধতিটো অষ্ট্ৰিকসকলৰ। সেইদৰে মাঘ বিহুৰ জুইকুৰা অষ্ট্ৰিকসকলৰ পৰা আহিলেও পাছলৈ বৈদিক ধাৰণা আৰু মন্ত্ৰ সংযোজিত হ'ল।"

তোষেশ্বৰ চেতিয়াই বিশ্লেষণ আগবঢ়াইছে এনেকৈ - "এই কথা সঁচা যে বিহুত অগ্নিপূজা, গো-পূজা কৰা, বৈষ্ণৱ ধৰ্মৰ নামধৰ্মৰ দৰে বিহুত নাম গোৱা, বিহুত নামঘৰত নাম-কীৰ্তন কৰা, জ্যেষ্ঠ আৰু গুৰুজনক সেৱা কৰা আদি নীতি পালনত আৰ্যধৰ্মৰ প্ৰভাৱ নিশ্চয় পৰিছিল। অৱশ্যে আধুনিক পুঁজিবাদী ভাবধাৰাৰ প্ৰভাৱত সেইবোৰ ধৰ্মীয় বিধিও পালন নকৰা হৈ আহিছে। পিছে বিহু মূলতঃ আৰ্যসৃষ্ট বুলি ক'বলৈ যাওঁতেই এটা প্ৰাথমিক প্ৰশ্ন আহিল যে বিহু অসমত যিমান পুৰণি সেইমতে অসমলৈ আৰ্যপ্ৰভাৱ বিশেষকৈ বৈষ্ণৱধৰ্মৰ প্ৰভাৱনো কিমানদিনীয়া? মাথোন পাঁচশ বছৰীয়াহে। তাতেই উত্তৰ আছে যে

বিহু তাতোঁকৈ বহু প্ৰাচীন বাবে বিহু মূলতঃ প্ৰাক্ আৰ্যীয় অৰ্থাৎ আৰ্যেতৰ সৃষ্টি আৰু বিহুৰ মূল দৰ্শন, বিশ্বাস-আচাৰবিধি-ৰীতি-নীতিও আৰ্যেতৰ গোষ্ঠীৰে অৱদান যদিও পৰৱৰ্তী কালত কিছু কিছু আৰ্যৰ প্ৰভাৱ বিহুতো পৰিছেহি। গতিকে বিহুক মুখ্যতঃ আৰ্যেতৰ আৰু কিছু আৰ্য উপাদানেৰে মিশ্ৰিত লোক উৎসৱ আৰু লোক সংস্কৃতি বুলি আমি সংক্ষেপতে ক'ব পাৰোঁ।" (সাদিন; বসন্ত সম্ভাৰ, ২০০৫, পৃঃ ১৬)

ধ্ৰুৱজ্যোতি দাসে ২০০৫ চনৰ ১ এপ্ৰিল সংখ্যাৰ প্ৰান্তিকত প্ৰকাশিত "বিহুৰ পৰম্পৰা আৰু জনগোষ্ঠীয় অৱদান" শীৰ্ষক প্ৰবন্ধত ৰঙালী বিহুৰ উৎপত্তিৰ সন্দৰ্ভত তত্ত্বগধুৰ বিশ্লেষণ এনেকৈ আগবঢ়াইছে ঃ "বিষুব শব্দৰ লগত বিহু শব্দৰ সমধ্বনিসূচক সামঞ্জস্য থাকিব পাৰে বা পাছৰ যুগত বিষুবৰ পৰাই বিহু শব্দটো আহিছে বুলি ধাৰণা জন্মিব পাৰে, কিন্তু এই মূল উৎসৱটোৰ জন্ম বহু আগতেই সম্ভৱ অষ্ট্ৰিক সংস্কৃতিয়ে লুইতৰ পাৰত বিকাশ লাভ কৰাৰ সময়তেই। আজি ইয়াৰ বুকুত যিমানেই অন্যান্য সংস্কৃতিৰ উপাদান নোলাওক, মূলতঃ ই কৃষিমুখী উৰ্বৰা বিশ্বাসৰ অনুষ্ঠানহে আছিল।... গৰু বিহু বৈদিক ধাৰণাসম্ভূত। সেই গৰুক মাহ, হালধি, বেঙেনা, কেৰেলা, থেকেৰা, জাতিলাও দি গা ধুউৱা পদ্ধতিটো কিন্তু অনাৰ্যমূলীয়া।"

ড° লীলা গঁগৈদেৱে বিহু শব্দটো টাই ভাষাৰ 'বৈহু' শব্দৰ পৰাও আহিব পাৰে বুলি ভাব প্ৰকাশ কৰিছে; 'বৈ' মানে পূজা আৰু 'হু' মানে গৰু। গঁগৈদেৱে অৱশ্যে বিষুব শব্দৰ পৰা বিহু শব্দৰ উৎপত্তি হোৱা মতকো নুই কৰা নাই।

জয়কান্ত গন্ধীয়া ডাঙৰীয়াই টাই ভাষাৰ 'পি-হু' বা 'পইহু' শব্দৰ পৰা বিহু শব্দৰ উৎপত্তি হোৱা বুলি মত প্ৰকাশ কৰিছে। 'হুঁচৰি, মুকলি বিহু আৰু বিহুনাচ, পৃঃ১)

উল্লেখনীয় যে ভাষাবিদসকলে অসমীয়া ভাষাৰ ভালেসংখ্যক শব্দ অসমত বসবাস কৰা বিভিন্ন খিলঞ্জীয়া জনগোষ্ঠীয় ভাষাৰ পৰা আহিছে বুলি কয়। অন্যহাতে যুগ যুগ ধৰি পৰম্পৰাগতভাৱে বিহু উৎসৱ পালন কৰি অহা কেইবাটাও জনগোষ্ঠীয় ভাষাত বিহু উৎসৱক 'বিহু' শব্দৰ ধ্বনি আৰু অৰ্থৰ সামঞ্জস্য থকা 'শব্দ'ৰে বুজোৱা পৰিলক্ষিত হয়। দেউৰীসকলে ব'হাগ মাহৰ প্ৰথম দিনটোক উৰুকা বুলি গণ্য কৰি সাতদিনলৈ নাচ-গান আৰু অন্যান্য লোকাচাৰ পালনেৰে উৎসৱ উদ্‌যাপন কৰে। তেওঁলোকৰ ভাষাত এই উৎসৱক 'বিচু' বোলা হয়। 'বি' মানে অতি, আৰু 'চু' মানে আনন্দ। কোনো কোনো লেখকে বড়ো ভাষাৰ 'বৈখ্যু' শব্দৰ পৰা বিহু শব্দৰ উৎপত্তি বুলি ধাৰণা কৰাৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। বড়ো ভাষাত ব'হাগ বিহুক 'বৈসাগু' বোলা হয়; 'মৌ-সিমান'ৰ অৰ্থ গৰু বিহু আৰু 'মান-সিমান'ৰ অৰ্থ মানুহ বিহু বুলি বুজিব পাৰি। ডিমাচাসকলে মাঘ বিহুটো অধিক উলহ-মালহেৰে পাতে; অন্যান্য লোকাচাৰ পালনৰ উপৰি তেওঁলোকে হুঁচৰি সদৃশ নৃত্য-গীতৰ অনুষ্ঠান অনুষ্ঠিত কৰে। তেওঁলোকৰ ভাষাত এই উৎসৱক 'বুসু' বুলি কয় আৰু ইয়াৰ অৰ্থ মিলিজুলি নাচ-গান কৰা।

বিষ্ণু প্ৰসাদ ৰাভাদেৱৰ মতে বিহু শব্দটো দুটা বড়োমূলীয় শব্দৰ সমষ্টি আৰু ই দিয়া-লোৱাৰ উৎসৱ। 'বি' মানে মাগা বা খোজা আৰু 'হো' মানে দিয়া।

ড° নিৰ্মল প্ৰভা বৰদলৈয়ে কাব্যিক ভাষাৰে এনেদৰে লিখিছে "বিহু অসমীয়া সমাজৰ পথৰুৱা আজৰিৰ উৎসৱ। পথাৰকেন্দ্ৰিক বিশ্বাসৰ উৎসৱ।"

**সাম্প্ৰতিক কালত বিহুৰ সাৰ্বজনীন ৰূপ**

সাম্প্ৰতিক কালত বিহু অসমৰ খিলঞ্জীয়া জনগোষ্ঠীবোৰৰে উৎসৱ হৈ থকা নাই। বৰ্তমান অসমত বসবাস কৰা সকলো জাতি-উপজাতি-জনগোষ্ঠী আৰু সকলো ধৰ্মাৱলম্বী লোকে জাতীয় উৎসৱ হিচাবে বিহু পালন কৰে। মুছলমান আৰু শিখসকলেও বিহু পালন কৰি আহিছে। অসমৰ খৃষ্ট ধৰ্মৰ লোকসকলেও অন্য ধৰ্মাৱলম্বী অসমীয়াৰ সমান উদ্যমেৰেই কেউটা বিহু পালন কৰি আহিছে। উল্লেখযোগ্য যে তেওঁলোকৰ ধৰ্মহে খৃষ্ট, সংস্কৃতি মূলতঃ গোষ্ঠী বা জাতিগত পৰম্পৰাৰে ঐতিহ্যমণ্ডিত হৈয়ে ৰৈছে। ভাৰতৰ অন্য প্ৰদেশৰ পৰা আহি থিতাপি লোৱাসকলেও পালন কৰিবলৈ ধৰিছে মাঘৰ বিহু আৰু সক্ৰিয় অংশগ্ৰহণ কৰিবলৈ লৈছে ৰঙালী বিহু উদ্‌যাপনত। এওঁলোকৰ ভালেসংখ্যক ব্যক্তিয়ে কিছুমান বিহুতলীৰ উদ্‌যাপন সমিতিৰ বিষয়ববীয়া হিচাবে দায়িত্ব পালন কৰি আহিছে। অন্য প্ৰদেশৰ পৰা আহি বসবাস কৰিবলৈ লোৱা পৰিয়াল গীজ খাই থকা অঞ্চল গোটাচেৰেকত তেওঁলোকে স্ব-উদ্যোগেৰে বিহুতলী অনুষ্ঠিত কৰিবলৈকো লৈছে। মাঘ বিহুত সমজুৱাকৈ ভোজ খোৱাটোও প্ৰচলন হ'বলৈ ধৰিছে তেওঁলোকৰ মাজত। খিলঞ্জীয়া অসমীয়াসকলৰ দৰেই বাকীখিনি জনগোষ্ঠীৰ বহুতো পৰিয়ালেও বিহু বুলি ঘৰত জা-জলপানৰ যোগাৰ কৰে । জ্যাতি, বৰ্ণ, ধৰ্মৰ ভেদ নাৰাখি বন্ধু-বান্ধৱ, মিতিৰ-কুটুমক বিহু খাবলৈ মাতে আৰু নিজেও বিহু খাইগৈ। চাহ-জনজাতি লোকৰ গোটাচেৰেক গাঁৱৰ ৰাইজে ঘৰে ঘৰে হুঁচৰি গাবলৈ লোৱাৰ আজি বহুদিনেই হ'ল। কেৱল চাহ জনজাতিৰ ডেকা-গাভৰুৰে গঠিত বিহুদলে প্ৰতিযোগিতাত পুৰস্কাৰো পাইছে। ঝুমুৰ গীতৰ লগতে তেওঁলোকৰ মুখত যেতিয়াই তেতিয়াই বিহুগীতো ওলায়। আন্তৰিকতা আৰু গভীৰভাৱে বিহু সংস্কৃতি চৰ্চা কৰা সুবাদত মুছলমান আৰু খৃষ্ট ধৰ্মাৱলম্বী লোক বিহুতলীত বিচাৰকো হৈছে। জাতি, ধৰ্ম, বৰ্ণ, গোষ্ঠী নিৰ্বিশেষে ৰাজ্যখনৰ আটায়ে স্বতঃস্ফূৰ্তভাৱে পালন কৰে বাবেই আজি বিহু অসমৰ প্ৰকৃতাৰ্থত জাতীয় উৎসৱ। এইখিনিতে উনুকিয়াই থোৱা বোধকৰোঁ ভাল হ'ব যে কোনো কোনোৱে কেৱল ৰঙালী বিহুকহে জাতীয় উৎসৱ বুলি গণ্য কৰে।

বিহু সংস্কৃতিকে ধৰি অসমীয়া সাহিত্য-সংস্কৃতি চৰ্চাত একাগ্ৰতাৰে লাগি থকা বিশিষ্ট লেখক ইছমাইল হোছেইনে লিখিছে "অসমীয়া সংস্কৃতি আৰু অসমৰ মুছলমানসকল, বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুছলানসকল ধৰ্মগতভাৱে ইছলামধৰ্মী, কিন্তু জাতিগতভাৱে হাড়ে-হিমজুৱে অসমীয়া। সেয়ে এওঁলোকক বাদ দি অসমীয়া সংস্কৃতিয়ে পূৰ্ণতা নেপায়। অসমীয়া সংস্কৃতিৰ চহকী ধাৰাটোক যিদৰে সত্ৰীয়া সংস্কৃতিয়ে সৰ্বত্ৰ প্ৰভাৱ বিস্তাৰ কৰিছে

তেনেদৰে জিকিৰ-জাৰীয়েও অসমৰ মুছলমান আৰু হিন্দু সমাজক সমন্বয়ৰ একেডাল সূতাৰে বান্ধিছে। এই সূতাডাল যিমানেই টান হ'ব সিমানেই সুদৃঢ় হ'ব অসমীয়া সংস্কৃতিৰ ভেটি।" (ব'হাগী ২০০৫, পৃ: ২৯৪)

ফজল আলী আহমেদে চৰ চাপৰিৰ মুছলমানসকলে ৰঙালী বিহু উদ্‌যাপনত সক্ৰিয় অংশ লৈ অহাৰ বিষয়ে এনেদৰে লিখিছে —"চৰ-চাপৰিত বিহু বুলি নিজা আন একো নাই যদিও জাতীয় জীৱনৰ উৎসৱ বিহুকেই চৰ-চাপৰিৰ জনসাধাৰণেও বিহু বুলি পালন কৰে। বিশেষকৈ ব'হাগ বিহুৰ সমাদৰ আৰু জনপ্ৰিয়তা অসমৰ চৰ-চাপৰিৰ মুছলমানসকলৰ মাজতো কম নহয়। অসমৰ যিবোৰ চৰ-চাপৰিত ইতিপূৰ্বে বিহু উৎসৱ, বিহু সম্মিলন বা ব'হাগী উৎসৱ ৰূপে পালন কৰা হৈছে বা বৰ্তমানেও পালন কৰা হৈ আছে, সেইবোৰ চৰ-চাপৰিত মূলতঃ অবিভক্ত ভাৰতৰ প্ৰাচীন কামৰূপ মূলৰ এই মুছলমানসকল বসবাস কৰে। এওঁলোকৰ পূৰ্বপুৰুষসকল পূৰ্বতে পূব বংগৰ অধিবাসী আছিল। অসমত স্থায়ীভাৱে বসবাস কৰাৰে পৰা এওঁলোক অসমৰ স্থায়ী নাগৰিকত পৰিণত হ'ল আৰু অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমৰ জাতীয় জীৱনৰ সৈতে মিলি গ'ল। এই মিলি যোৱাৰ অন্যতম প্ৰক্ৰিয়াৰে ফল হ'ল চৰ-চাপৰিত বিহু উৎসৱক জাতীয় উৎসৱৰূপে পালন কৰা।" (চৰ-চাপৰি আৰু ব'হাগ বিহু; প্ৰান্তিক, ১৬ এপ্ৰিল, ২০০৫, পৃ: ২৯)

বিহুৰ কিছুমান লোকাচাৰত দুই-এক ৰীতি-নীতিনিৰ্দিষ্ট ধৰ্ম একোটাৰ লগত সাঙোৰ খোৱা যদিও অন্য ভালেসংখ্যক লোকাচাৰৰ উপৰি ৰং-ধেমালি আৰু নৃত্য-গীতবোৰ ধৰ্মৰ ভেটিত প্ৰতিষ্ঠিত নোহোৱাৰ বাবেই সকলো ধৰ্মৰ লোকে বিহু উৎসৱ পালন কৰিবৰ সুবিধাজনক। ধাৰ্মিক ৰীতি-নীতি সাঙোৰ খোৱা লোকাচাৰখিনিও এনে যে তেনে ৰীতি-নীতি কিছুমান বাদ দিও সিবিলাক পালন কৰিব পাৰি। সেয়েহে বিহুক জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অসমৰ সকলোৱে স্বতঃস্ফূৰ্তভাৱে আদৰি লৈছে আৰু সেইবাবেই বিহুৱে লাভ কৰিছে অসমৰ জাতীয় উৎসৱৰ মৰ্যাদা। এয়া অসমবাসীৰ বাবে কম গৌৰৱৰ কথা নহয়; কম সৌভাগ্যৰ কথা নহয়। পিছে সু-সংস্কৃতভাৱে আৰু দূৰদৰ্শী চিন্তাৰে উদ্‌যাপন কৰি থাকিলেহে বিহুৰ এই মহানতা অধিক মহীয়ান হৈ আমাক অফুৰন্ত আনন্দ, অপাৰ মনোবল আৰু সবল জাতীয় চেতনাৰে উদ্বুদ্ধ কৰি ৰাখিব পাৰিব। মহান বিহু সংস্কৃতিৰ সম্যক চৰ্চা আৰু বিকাশে বৃহত্তৰ অসমীয়া জাতিৰ জাতীয় ঐতিহ্য আৰু সংহতিৰ দিশত সৰ্বতিকাললৈ অৰিহণা যোগাই থাকিব বুলি আমাৰ দৃঢ় বিশ্বাস। শান্তি আৰু প্ৰগতিৰ পথত জাতিটো ধাৱমান হোৱাৰ দিশতো বিহু সংস্কৃতিয়ে সবল ভূমিকা লৈ থাকিব বুলি হৃদয়ৰ কোণত নিৰবধি বৈ আছে প্ৰত্যাশাৰ জুৰিটি। এনে বিশ্বাস আৰু প্ৰত্যাশা নিশ্চয় আমাৰ অন্তৰতে বৈ থকা নাই, বৈ আছে প্ৰতিজন অসমীয়াৰে বুকুৰ নিভৃত কোণত।

প্ৰসংগক্ৰমে আজি ২০০৫ চনৰ ২ জানুৱাৰীত হোৱা মন পৰশা অভিজ্ঞতা এটা ব্যক্ত কৰোঁহক। আবেলি পৰত বেংগলী সম্প্ৰদায়ৰ ব্যৱসায়ী এজনে কেলেণ্ডাৰ এখন দিলে। বস্তুপদত চকু ফুৰায়েই দুটা কথাত মনটো কিবা ভাল লাগি গ'ল। প্ৰথমতঃ কেলেণ্ডাৰখনত

তেওঁৰ দোকানৰ নামটো প্ৰথমতে অসমীয়াত আৰু তাৰ পিছতহে ইংৰাজীত লিখা হৈছে। দ্বিতীয়তে কেলেণ্ডাৰখনত ইংৰাজী ভাষাত লিখিত তলৰ কথাষাৰিয়ে মনটো ঘপকৈ চুই গ'ল আৰু এই অধ্যায়টো লিখি আছিলো বাবেই হয়তো বোধ হ'ল যে কথাষাৰ এইখিনিতে উল্লেখযোগ্য -

Different customs, different foods, different languages,

Yet getting along with one another is PEACE

বাক্য ফাঁকিৰ অনুবাদ এনেকৈ কৰিব পাৰি—

ভিন্ন ৰীতি-নীতি, ভিন্ন খাদ্য, ভিন্ন ভাষা

তথাপিও ইজন সিজনৰ লগৰী আৰু ভৰসা

—এয়াই শান্তি।

চতুৰ্থ অধ্যায়

# তিনিওটা বিহুৰ তাৎপৰ্য, লোকাচাৰ, খেল-ধেমালি ইত্যাদি

এই অধ্যায়ত তিনিওটা বিহুৰ লোকাচাৰ, ৰীতি-নীতি আৰু খেল-ধেমালিবিলাকৰ আভাস দাঙি ধৰা হৈছে। প্ৰসংগক্ৰমে প্ৰতিটো বিহুৰে বিশেষ তাৎপৰ্যৰ আলোচনাও সামৰা হৈছে। মনকৰিবলগীয়া যে লোকাচাৰ, ৰীতি-নীতি আৰু ৰং-ধেমালিবোৰৰ আভাস দাঙি ধৰোঁতে আমি কথাবোৰ প্ৰধানতঃ বৰ্তমান কালত লিখিছোঁ যদিও তাৰে কিছুমান কথা, কিছুমান লোকাচাৰ ইতিমধ্যে অতীত হৈছে। পৰিৱৰ্তিত পৰিবেশ-পৰিস্থিতিত কিছুমান লোপ পাইছে, কিছুমানৰ চোক কমিছে, অন্য কিছুমানে বৰণ সলাইছে আৰু কিছুমান প্ৰায় অপৰিৱৰ্তিতভাৱে চলি আছে। অধ্যায়টিৰ শেষৰ অংশত কেইটিমান লোকাচাৰৰ আজিৰ দিনৰ উদ্‌যাপন সম্বন্ধীয় কিছুমান কথাৰ আলোচনাও সন্নিৱিষ্ট কৰা হৈছে।

উল্লেখনীয় যে ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ আলোচনা এই অধ্যায়ত নকৰি পিছৰ অধ্যায়ত পৰিৱেশন কৰা হৈছে।

## কাতি বিহুৰ তাৎপৰ্য আৰু লোকাচাৰ

'কাতি বিহু' উদ্‌যাপন কৰাৰ উদ্দেশ্য মূলতঃ কাতি মাহত শালিধানৰ পোক নিয়ন্ত্ৰণ কৰাৰ ওপৰত প্ৰতিষ্ঠিত। আহাৰ-শাওণত ৰোৱা শালিধানৰ কঠীয়া ভাদ-আহিনত গেৰ ধৰি জোপোহা ধানগছত পৰিণত হয় আৰু ঠোৰ মেলিবলৈ আৰম্ভ কৰে। কাতি মাহত শালিধানত পোক-পতংগৰ উপদ্ৰৱৰ সম্ভাৱনা আটাইতকৈ বেছি। এই সময়ৰ জেকা আৰু উষ্ণ জলবায়ু কীট-পতংগৰ প্ৰজননৰ বাবে অতি অনুকূল; তাতে পথাৰ ভৰি থাকে নকৈ ঠোৰ মেলা ধান গছেৰে। সেয়েহে, সমুচিত ব্যৱস্থা নল'লে বিভিন্ন জাতৰ জাক জাক পোকে শস্য অনিষ্ট কৰি খেতিয়কৰ সৰ্বনাশ ঘটোৱাৰ পূৰ্ণ সম্ভাৱনা থাকে। একো একোজন খেতিয়কে গাইগুটীয়াকৈ লোৱা শস্যৰ পোক নিয়ন্ত্ৰণৰ ব্যৱস্থাতকৈ যে সমূহীয়া প্ৰচেষ্টা অনেক গুণে অধিক সূচল, সুলভ আৰু ফলপ্ৰসূ, এই কথা অভিজ্ঞতাৰ ফলত কৃষিজীৱী ৰাইজৰ নিশ্চয় ভালকৈয়ে উপলব্ধি হৈছিল। সেইবাবেই হয়তো সমূহীয়া পোক নিয়ন্ত্ৰণৰ ব্যৱস্থাপনাই গা কৰি উঠিছিল আৰু কালক্ৰমত ই উৎসৱৰ ৰূপ লৈছিল বুলি ধাৰণা কৰিব পাৰি।

আহিন-কাতিৰ দোমাহীত প্ৰতিটো কৃষিজীৱী পৰিয়ালে শালিধানৰ পথাৰত পৱিত্ৰভাৱেৰে বন্তি প্ৰজ্বলন কৰা কাৰ্য আৰম্ভ কৰে আৰু এই কাৰ্য গোটেই কাতি মাহটো ধৰি চলি থাকে। বন্তি প্ৰজ্বলনৰ উপৰি অন্যভাৱে জুই জ্বলোৱাৰ প্ৰথাও কোনো কোনো ঠাইত চলিছিল

বুলি জনা যায়। সি যি কি নহওক, জুইৰ শিখাত অলেখ শস্যনাশী পোক জাহ যায় আৰু এইটোৱেই পথাৰত বন্তি প্ৰজ্বলন অথবা অন্যভাৱে জুই জ্বলোৱাৰ মূল উদ্দেশ্য। কিছুমান অঞ্চলৰ ৰাইজে বিহুৰ দিনাখন বন্তি প্ৰজ্বলন তথা জুই জ্বলোৱা পৰ্বৰ শেষত নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খায়। কাতি বিহুৰ দিনাখন ৰাইজে দিনৰ সাঁজ ভাত নাখায় আৰু পঞ্জিকামতে সেইদিনা হাল খতি।

কেৱল পথাৰতে নহয়, ঘৰৰ চোতালতো, সাধাৰণতে তুলসীৰ তলত একোগচি বন্তি প্ৰজ্বলন কৰি ভঁৰাললৈ অধিক লখিমী অৰ্থাৎ ধান অহাৰ মানসেৰে গৃহস্থই সেৱা ধৰে। কাতি বিহুৰ দিনাখন দুৱাৰ মুখত তুলসীৰ পুলি ৰুই কাষত বন্তি জ্বলোৱাৰ ৰীতিও প্ৰচলিত। বৃক্ষ-শ্ৰেষ্ঠ তুলসী ৰুলে ভগৱান সন্তুষ্ট হয় বুলি আৰু যমদূতে অতিষ্ঠ কৰিব নোৱাৰে বুলিও লোকবিশ্বাস আছে। কোনো কোনোৱে তুলসীৰ তলত বন্তি জ্বলাওঁতে নিম্নলিখিত মন্ত্ৰফাঁকি গায় ঃ

"ঔম দাঁমোদৰায় নভসি তুপায়াং লোলয়া সহ।
প্ৰদীপন্তে প্ৰযচামি নমোহস্তায় বেধসে।।"

কাতি বিহুৰ সময়ত সাধাৰণ খেতিয়কৰ ভঁৰালৰ ধান প্ৰায় শেষ হৈ আহে। ধনী দুই-এঘৰৰ বাদে বাকীসকলৰ সেই সময়ৰ আৰ্থিক অৱস্থা আনন্দ-উলাহৰ অনুকূল নোহোৱাটোৱেই স্বাভাৱিক। সেয়েহে এই বিহুত অন্য দুটা বিহুৰ লেখীয়াকৈ ৰং-ৰহইচ কৰা কিংবা ভোজ-ভাত খোৱা নহয়। পিঠা-পনা, সান্দহ-চিৰা আদিও তেনেকৈ যোগাৰ কৰা নহয়। বৰং আগন্তুক বছৰৰ শস্য উৎপাদন বৃদ্ধিৰ চিন্তা-প্ৰাৰ্থনা আৰু কৰ্মতহে ৰাইজ ব্ৰতী হয়। এনেদৰে ৰং-ধেমালি আৰু ভোগ-বিলাসবিহীনভাৱে উদ্‌যাপিত কৰা হয় বাবেই কাতি বিহুক 'কঙালী বিহু' বুলিও কয়।

উপৰিউক্ত দিশৰ পৰা কঙালী হ'লেও কিন্তু প্ৰাকৃতিক দিশৰ পৰা এই বিহুৰ পৰিৱেশ অতি মনোৰম আৰু উৎসাহজনক। পথাৰ ভৰি পৰা সেউজীয়া ধাননিয়ে কৃষকৰ অন্তৰত আশাৰ হেঙুলীয়া ৰেঙণি বিৰিঙাই তোলে। ৰিব্ ৰিব্ শাৰদী মলয়াৰ মৃদু পৰশে মন-প্ৰাণলৈ আনে মধুময় আৱেশ। নকৈ ঠোৰ মেলা ধানগছ আৰু সেমেকা মাটিৰ গোন্ধত কৃষকৰ মন উন্মনা হৈ উঠে।

## মাঘ বিহুৰ তাৎপৰ্য আৰু লোকাচাৰ

মাঘ বিহু উদ্‌যাপন মূলতঃ খেতি চপাই উঠাৰ আনন্দৰ প্ৰকাশ; পোৱা আৰু ভোগ কৰাৰ উলাহ-উদ্দীপনা। এই বিহুৰ সময়ত ন-ধানেৰে কৃষকৰ ভঁৰাল খুন্দ খাই থাকে। শীতল জলবায়ুত বাৰীবোৰ শাক-পাচলিৰে নদন-বদন হয়। ন-ধান খাবলৈ পাই হাঁহ নোদোকা হয়; গাত তেল ধৰে। নৈ-বিলত পানী কম থাকে বাবে মাছ মাৰিবৰ সুচল। গৰু-ম'হৰ গাখীৰো এই সময়তে বৃদ্ধি পায়; কাৰণ অসমৰ জলবায়ুত অধিকাংশ গৰু-ম'হে আঘোণ-পুহত পোৱালি জন্ম দিয়ে। শীত কালত কৰা কেঁচা দৈ গাখীৰো অধিক সোৱাদ লগা। সেয়েহে মাঘৰ বিহু ভোগালী। সান্দহ, চিৰা, আখৈ, হুৰুম, তিলপিঠা, ঘিলাপিঠা, চুঙাপিঠা,

নাৰিকলৰ লাডু আদি বিভিন্ন প্ৰকাৰৰ খাদ্য সম্ভাৰেৰে ঘৰ উপচাই ৰাখিবলৈ জীয়ৰী-বোৱাৰীহঁতে বিহুলৈ দহ-বাৰ দিন থকাৰ পৰাই ব্যস্ত হৈ পৰে। এই সময়তে অসমৰ মাটিত অনায়াসে উৎপন্ন হোৱা কাঠ আলু, মোৱা আলু, শিমলু আলু, কুঁৱৰী আলু আদি বিভিন্ন জাতৰ বিশিষ্ট ধৰণৰ সুস্বাদু আলুবোৰো চপাবৰ হয়।

জাৰকালি জুতি লগাই খোৱাৰ হেঁপাহ অন্যকালতকৈ অধিক হয়। গৰমকালিৰ তুলনাত জাৰকালি খাবও পাৰি সৰহকৈ। তাৰোপৰি শীতৰ ভৰপক অৱস্থাত জুই পুঁৱাবলৈ কাৰ মন নাযায়? অন্যহাতে এই সময়ছোৱাতে জাৰে কোঁচ খুওৱা দেহ-মন সতেজ কৰি ন-উদ্যমেৰে কৃষি কাৰ্যত লাগিবলৈ টঙালি বান্ধিবৰো প্ৰয়োজন হয়। সেয়েহে এই বিহুৰ লোকাচাৰবোৰ খোৱা-বোৱা, জুই পুঁউৱা, ৰং-ৰহইচ কৰা আৰু উদ্যম-উৎসাহ আহৰণৰ আকাংক্ষাৰ সৈতে সাঙোৰ খোৱা। লগতে সেৱা-সৎকাৰ, মৰম-চেনেহ, আদান-প্ৰদান আৰু দিয়া-লোৱাৰ লোকাচাৰখিনি অৱশ্যেই আছে। আকৌ মাঘৰ বিহুৰ ভালেমান লোকাচাৰৰ ৰীতি-নীতি আধ্যাত্মিক ভাববোধ আৰু লোকবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত আৰু সিবিলাক ঠাই, ধৰ্ম আৰু গোষ্ঠী অনুযায়ী ভিন্ন যদিও মূল উদ্দেশ্যৰ দৃষ্টিকোণৰ পৰা অভিন্ন। ওপৰত কৈ অহা প্ৰচেষ্টাৰে সংগ্ৰহ কৰা এই বিহুৰ লোকাচাৰবোৰৰ আভাস তলত দাঙি ধৰিবৰ যত্ন কৰা হৈছে।

উৰুকাৰ ৰাতি সমূহীয়াকৈ ভোজ খোৱা আৰু বিহুৰ দিনা পুৱা মেজি পুঁওৱাটোৱেই মাঘৰ বিহুৰ প্ৰধান লোকাচাৰ। বিহুলৈ দহ-বাৰদিন থাকোঁতেই ল'ৰা-ডেকাহঁত ব্যস্ত হয় মেজিৰ খৰি কটা কাৰ্যত আৰু উৰুকাৰ ৰাতিৰ ভোজ-ভাতৰ আয়োজনত। সেয়েহে এফালে ঘৰেপতি হোৱা ঢেঁকীৰ মাত আৰু আনফালে বাৰী আৰু হাবিত হোৱা দা-কুঠাৰৰ মাতে সেই কেইদিনত গাঁও একোখন ৰজনজনাই থাকে।

কিছুমান ঠাইত ল'ৰা, ডেকা-আদহীয়া, গাভৰু, বোৱাৰী, বুঢ়া-মেথা সকলোৱে মিলি উৰুকাৰ ৰাতিৰ ভোজভাত খায়। কিছুমান ঠাইত আকৌ এই ভোজত নাৰীৰ অংশগ্ৰহণ নিষিদ্ধ। অন্য কিছুমানত পুৰুষে খাই আঁতোৰাৰ পিছতহে নাৰীয়ে খোৱাৰ নিয়ম। যাৰে তাৰে হাতে নোখোৱা ৰীতি মাতি চলা ভকত-ভকতনীসকলে কিছুমান গাঁৱত এনে ভোজত অংশগ্ৰহণ কৰাৰ পৰা নিজকে নিলগাই ৰাখে। কোনো কোনো ঠাইত এনে ভকত-ভকতনীয়ে খাব পৰা একোজনৰ দ্বাৰা ভোজ ৰন্ধাৰ ব্যৱস্থা কৰাও দেখা যায়। পিছৰ ফাললৈ ভালেমান ঠাইত কিশোৰ, ডেকা আৰু আদহীয়াই ভাগে ভাগে ভোজৰ আয়োজন কৰিবলৈ ল'লে আৰু সুবিধা অনুযায়ী জীয়ৰী-বোৱাৰীয়ে যিকোনো একোভাগত অংশগ্ৰহণ কৰে।

মাঘৰ বিহুৰ ভোজ বিভিন্ন ব্যঞ্জনেৰে সুস্বাদু আৰু উভৈনদী কৰাত ৰাইজে কৃপণালি নকৰে। ভোজ সাধাৰণতে মেজিৰ কাষতে আয়োজন কৰা হয়। সেই ঠাইত বাঁহ আৰু ধানৰ নৰাৰে এক অস্থায়ী চালিঘৰ সজা নিয়ম। এই চালি ঘৰক মেজি ঘৰ বা ভেলাঘৰ বোলা হয়। কোনো কোনো ঠাইত ঢেৰাঘৰ বুলিও কয়। মেজি আৰু ভেলাঘৰ সাধাৰণতে নৈ, বিল আদিৰ পাৰত মুকলি ঠাইত সাজে। ভোজ-ভাত খোৱাৰ পিছত আদহীয়া, ডেকা-চেঙেলীয়াবিলাকে ভেলাঘৰৰ ভিতৰত জুই একুৰা জ্বলাই লৈ গোটেই ৰাতি হৰিনাম, বিহুনাম

আদি গোবাকে ধৰি বিভিন্ন ধৰণেৰে ৰং-ৰহইচ কৰি কটায়। এইটোক মেজি ৰখা বুলি কয়। ঠাইভেদে মেজিৰ ভোজ ভেলাঘৰৰ ভিতৰত নাইবা কাষত খোৱা হয়। ৰাইজ সৰহীয়া হ'লে বাহিৰ ভিতৰ দুয়ো ঠাইতে খোৱা পৰ্ব চলে। ভেলাঘৰ সাধাৰণতে নামঘৰৰ গঢ়ত সজা দেখা যায়। ভেলাঘৰত মেজি ৰখোঁতে জুইত পুৰি আলু খোৱা এক বিশেষ মজা। এইটো এক লোকাচাৰ বুলিবও পাৰি। সেই সময়তে চপোৱা নতুন হৈ থকা আলু পুৰি খাবৰ অধিক উপযোগী। কোনো কোনো গাঁৱত বয়সস্থৰ বাবে এটা আৰু ডেকাহঁতৰ বাবে অন্য এটা মেজিঘৰ সজাৰ কথাও অভিজ্ঞসকলে কয়। ডেকাহঁতে মুকলি মনেৰে ৰং-ৰহইচ কৰিবৰ বাবে এই ব্যৱস্থা।

মেজি সাধাৰণতে দুবিধ। ইয়াৰে এবিধ কাঠ খৰিৰে সজা। বৰ বৰ খৰি থাক থাককৈ জাপি সাধ্যানুসাৰে ছয়-সাত ফুট অথবা আৰু বেছি ওখকৈ সজা হয়। এই খৰিৰ মেজিৰ গঢ় সাধাৰণতে চাৰিচুকীয়া। প্ৰথমতে যোগ চিনৰ আকৃতিত খাল খন্দা হয়। তাৰ পাছত চাৰি জোপা কলগছৰ গুৰিবোৰ খালকেইটাৰ কাষত বৰ্গাকাৰে অলপমান পুতি লৈ আগকেইটা চপাই দি কল-ঠৰুৱা নাইবা টঙালেৰে বান্ধ দিয়ে। তাৰ পাছত কলকেইজোপাৰ মাজত খৰিবোৰ থাক থাককৈ জাপি মেজি সজা হয়। এই মেজিৰ আকাৰ (ওখ-ডাঙৰ) সম্পৰ্কে ধৰা-বন্ধা নিয়ম আছে বুলি জনা নাযায়। খৰিৰ থাকৰ তলত খন্দা খালকেইটাত শুকান বাঁহৰ জোৰ সুমুৱাই মেজি জ্বলাবৰ সুবিধা হয়। ঠাই বিশেষে খৰিৰ থাকৰ মাজে মাজে একোডোখৰ গোটা জাতিবাঁহ ভৰাই ৰখা হয়। মেজি জ্বলাৰ সময়ত ইবিলাক হিলৈ ফুটাদি ফুটে আৰু তাৰ ফলত মেজি পুঁউৱা ৰাইজৰ মাজত কিৰীলি-চাপৰিৰ জোৱাৰ উঠে। এনেদৰে ফুটোতে বাঁহৰ পৰা চিটিকি ওলোৱা গৰম পানী গাত নপৰিবৰ কাৰণে ৰাইজ সাৱধান হৈ থাকিবলগীয়াত পৰে। মেজিৰ খৰি আগতীয়াকৈ কাটি-মেলি যোগাৰ কৰি ৰখা হয় যদিও মেজি সজা কাৰ্য উৰুকাৰ দিনাখনহে সমাপন কৰা হয়।

আনবিধ মেজি কল মাৰলি নাইবা ধানখেৰে সজা হয়। এইবিধ মেজি সাধাৰণতে খৰিৰ মেজিতকৈ ওখ। ইয়াৰ গঢ় দৌলৰ দৰে তলৰ পৰা ওপৰলৈ ক্ৰমে সৰু। তেনে গঢ়ত সাজিবৰ বাবে বাঁহৰ কামীৰে প্ৰথমতে জকা সাজি লৈ তাত কলমাৰলি অথবা ধানখেৰবোৰ জাপি জাপি এই মেজি সজা হয়। কোনো কোনো ঠাইত কলমাৰলিৰ মেজি এডাল গোটা বাঁহ মাজত ৰাখিও সাজে বুলি কয়। এইবিধ মেজি স্বাভাৱিকতে ভম-ভমকৈ জ্বলি নিমিষতে শেষ হয়। বহুদূৰলৈকে ছাইবোৰ উৰি যোৱা দেখিবলৈ পোৱা যায়। এনেদৰে জ্বলাতে এই মেজি জ্বলোৱাৰ বিশেষ আমেজ।

মাঘ বিহুৰ দিনা চলপুৱাতে গা ধুই ভক্তিভাবেৰে মেজি জ্বলোৱা হয়। কিছুমান ঠাইত মেজি জ্বলোৱাৰ দিনাখনেই ভেলাঘৰো জ্বলোৱা হয়। অন্য কিছুমান ঠাইত সাতদিন পৰ্যন্ত ভেলাঘৰ নজ্বলোৱাকৈ ৰাখি প্ৰতি নিশা ডেকা-আদহীয়াসকলে তাত নাম প্ৰসংগ কৰাৰ উপৰি বিভিন্নভাৱে ৰং-ধেমালি কৰে আৰু ভোজ-ভাত খায়। সাতদিনৰ দিনাখন গাঁৱৰ সমূহ ৰাইজ একত্ৰিত হৈ পুনৰ বহলভাৱে ভোজভাত খায়।

পৰম্পৰাগতভাৱে সাঁজপানী তৈয়াৰ কৰা খিলঞ্জীয়া সম্প্ৰদায়ৰ বাইজৰ মাজত এই পানীয় কেৱল জনপ্ৰিয়ই নহয় বৰং সকাম আদি প্ৰায়বোৰ সমজুৱা অনুষ্ঠানত ইয়াক পবিত্ৰভাৱেৰে ব্যৱহাৰ কৰি অহা হৈছে। মাঘৰ বিহুৰ উপৰিউক্ত ভোজ আৰু বিহুৰ জা-জলপানৰ লগতো সিবিলাক সম্প্ৰদায়ৰ বাইজে সাঁজপানীৰ ব্যৱহাৰ পৰম্পৰাগতভাৱে কৰি অহা পৰিলক্ষিত হয়।

সূৰ্য উদয়ৰ পূৰ্বে মেজি জ্বলাব লাগে। কাউৰীয়ে কা কৰাৰ আগেয়েই শোৱাপাটী এৰি লাগনী গছ বান্ধি মেলি লৈ (এইবিষয়ে পিছত উল্লেখ কৰা হৈছে) গা ধুই নতুন নাইবা ধুই থোৱা পৰিষ্কাৰ কাপোৰ পৰিধান কৰি মেজিৰ জুই পুঁৱাবলৈ যায়। এক্ষোটি পৰিয়ালৰ সকলো সদস্যই মেজিত জুই লগোৱাৰ পূৰ্বেই মেজি থলীত উপস্থিত হোৱা বাঞ্ছনীয়। নোৱাৰাত অন্তত ঃ পৰিয়ালৰ এজন সদস্য উপস্থিত থকাটো নিয়ম। কিছুমান ঠাইত জীয়ৰী-বোৱাৰীহঁত মেজি পুঁৱাবলৈ পুৱাতে নগৈ পৰিয়ালৰ বাকীসকলে মেজি পুঁৱাই ঘৰলৈ ঘূৰি যোৱাৰ পিছত জলপান খাই আঁতালেহে মেজিৰ জুইৰ অঙঠাৰ উম লয়গৈ। পুৱাৰ সময়খিনিত ঘৰ সৰা-মোচা আৰু বিহুৰ জা-জলপান যোগাৰত ব্যস্ত হ'বলগীয়া হয় বাবেই তেওঁলোকে আৰম্ভণিৰ পৰা মেজি নুপুঁৱাইগৈ বুলি বুজিব পাৰি। অন্যহাতে কিছুমান গাঁৱত মেজি জ্বলোৱাৰ সময়ৰ পৰা কিছুসময় জুই পুঁৱাই লৈ জীয়ৰী-বোৱাৰীয়ে পৰিয়ালৰ আনবোৰতকৈ আগতে ঘৰমুৱা হয় আৰু জা-জলপানৰ দিহা কৰেগৈ। মেজি পুঁৱাবলৈ অহাৰ আগতেই অৱশ্যে ঘৰ-চোতাল সাৰি লয়।

গাঁও এখনৰ প্ৰধান মেজিটো জ্বলোৱাৰ পূৰ্বে গাঁওবুঢ়া নাইবা অন্য মুখিয়াল লোকে ৰাইজৰ হৈ সমূহীয়া প্ৰাৰ্থনা জনায় আৰু সমূহীয়া হৰিধ্বনি দি লৈহে মেজিত ভক্তিভাৱেৰে জুই লগায়। এই প্ৰাৰ্থনা ধৰ্মীয় বিশ্বাস অনুযায়ী কোনো কোনো লোকে হৰিক সম্বোধি ঘোষা বা পদ এফাঁকি মাতি অথবা হৰিনাম গাই কৰে আৰু কোনো কোনো লোকে অগ্নি দেৱতাৰ নিম্নলিখিত পূজা মন্ত্ৰৰাৰ উচ্চাৰণৰ দ্বাৰা কৰে ঃ

অগ্নি প্ৰজ্বলিতং বন্দে চতুৰ্বেদং হুতাশনং।
সুবৰ্ণ-বৰ্ণমমলং জ্যোতি ৰূপায়তে নমঃ।।

যেয়ে যি ধৰণেৰেই নকৰক, মেজি জ্বলোৱা আৰু ভোজ-ভাত খোৱাৰ লগত জুই পুঁউৱাৰ আমেজ লোৱা, ৰং-ৰহইচৰে সমূহীয়াকৈ খোৱা-লোৱাৰ উলাহ-উদ্দীপনা আৰু জুইৰ তাপ লৈ শীতত সেমেকি পৰা দেহ-মন উজ্জীৱিত কৰি নতুন উদ্যমেৰে কৃষিকে আদি কৰি বিভিন্ন কৰ্ম কৰি যাবৰ বাবে দৈহিক আৰু মানসিক শক্তি লাভ কৰাৰ কামনা জড়িত হৈ আহিছে। জুইৰ তাপত অপায়-অমংগল আৰু ৰোগ-ব্যাধি নাশৰ লোকবিশ্বাসো সাঙোৰ খাই আছে। এই কামনা আৰু বিশ্বাসৰ আধাৰতে পৰমেশ্বৰ নাইবা অগ্নি দেৱতাক প্ৰাৰ্থনা জনায়। কিছুমান অঞ্চলৰ মংগোলীয় জনগোষ্ঠীৰ লোকসকলে উৰুকাৰ ভোজ খোৱাৰ পূৰ্বে পিতৃ পুৰুষলৈ কলপতুৱাৰ ডোঙত ভোজৰ সকলো সামগ্ৰী সজাই শৰাই আগবঢ়ায় আৰু এগচি তেলৰ চাকি জ্বলায়। বুঢ়া.ডাঙৰীয়া অৰ্থাৎ ইষ্ট দেৱতাৰ প্ৰতিও এগচি চাকি

জ্বলাই সেৱা ধৰে। তেওঁলোকে ভোজথলীৰ পূবফালে থাপনা এখন পাতি মাহ-প্ৰসাদৰ শৰাই এখন আগবঢ়াইয়ো প্ৰভুক উদ্দেশ্যি সেৱা লয়।

কোনো কোনো ঠাইৰ ৰাইজে সমূহীয়াভাৱে মেজিৰ জুইত তিল, ফুল আৰু মাহ-প্ৰসাদেৰে আহুতি দিয়ে। পৰিয়াল একোটাই নিজাববীয়াকৈয়ো বিশেষ মনোকামনাৰে এনেদৰে আহুতি দিয়াৰ লগতে ৰাইজলৈ মাহ-প্ৰসাদ আৰু বিহুৰ পিঠা-পনা, পোৰা বা সিজোৱা মোৱা আলু, কাঠ আলু আদিৰে শৰাই আগবঢ়াই আশীৰ্বাদ লোৱাৰ পৰম্পৰাও চলি আহিছে।

মেজি পুঁৰাৰ পিছত প্ৰতিঘৰতে জা-জলপান খোৱাৰ পৰ্ব চলে। জলপান খোৱাৰ পূৰ্বে নামঘৰ, গোঁসাইঘৰত সেৱা জনোৱা আৰু তাৰ পাছত সৰুৱে ডাঙৰক সেৱা ধৰাৰ পৰম্পৰা। জা-জলপান খোৱাৰ পিছত বয়সস্থসকলে নামঘৰ বা থানত নাম-প্ৰসংগ কৰে। শিশু, চেঙেলীয়া, ডেকা আৰু গাভৰুহঁতে ভাগে ভাগে নানা খেল-ধেমালি, ৰং-ৰহইচত ব্যস্ত হয়। এই নাঁম প্ৰসংগ গাঁওভেদে এদিন, দুই-তিনিদিন, এসপ্তাহ কিম্বা গোটেই মাহ ধৰি চলে। সেইদৰে খেল-ধেমালিও ঠাইভেদে দুই-তিনিদিন নাইবা সাত-দহ দিনমানলৈ চলি থাকে।

মাঘৰ বিহুত গএগ-জ্ঞাতি, মিটিৰ-কুটুম, বন্ধু-বান্ধৱৰ ঘৰলৈ বিহু খাবলৈ যোৱাটো এক বিশেষ পৰম্পৰাই বুলিব পাৰি। এই বিহুত জা-জলপান, পিঠা-পনা আদি খুৱাই অসমীয়া জীয়ৰী-বোৱাৰীয়ে অপাৰ আনন্দ লাভ কৰে। ব'হাগ বিহুটো এনেদৰে বিহু খোৱাটো আৰু খুউৱাটো প্ৰচলিত। পিছে মাঘৰ বিহুত এই পৰম্পৰাৰ চোক স্বাভাৱিকতে অধিক।

কিছুমান গাঁৱত মাঘ মাহৰ প্ৰথম চাৰি-পাঁচ দিনৰ পৰা দহদিনমানলৈ ঘৰে ঘৰে নাম-কীৰ্তন কৰি গৃহস্থক আশীৰ্বাদ দিয়া অনুষ্ঠান প্ৰচলিত। গৃহস্থই তামোল-পাণৰ লগতে সাধ্যানুসৰি ধনৰ বৰঙণিৰে শৰাই আগবঢ়াই সেৱা ধৰি ৰাইজৰ আশীৰ্বাদ লয়।

উল্লেখনীয় যে নামনি অসমত মেজিত জুই লগোৱাৰ কিছুসময়ৰ পিছতে ৰাইজে নেগেৰা নাম গোৱা পৰম্পৰা চলি আহিছে। আকৌ নামনিৰ প্ৰায়বোৰ ঠাইতে মাঘ বিহুৰ দিনাহে ভোজ-ভাত খাই আৰু পহিলা মাঘৰ দিনা মেজি জ্বলায়। বিহুৰ দিনটোক অৰ্থাৎ দোমাহীক 'দমহী' বুলি, ভোজটোক 'লগভাত' আৰু মেজিক 'ভেলাপুঁজি' বুলি কয়।

মাঘ বিহুৰ অন্য কেইটামান লোকাচাৰ তথা ৰীতি এনেধৰণৰ—

বিহুৰ দিনা সকলো ব্ৰহ্মপুৱাতে শুই উঠিয়েই ধানখেৰ একোমুঠি পকাই পঘাৰ দৰে কৰি লৈ অথবা শুকান কলপাতৰ চোঁচনিৰে তামোল, নাৰিকল, আম, কঁঠাল আদি লাগনী গছবোৰত মাটিৰ পৰা তিনি-চাৰিহাতমান ওখত একোটিকৈ বান্ধি দিবৰ নিয়ম। কিছুমান ঠাইত এনেদৰে গছ বান্ধোতে ধান খেৰ বা কল চোঁচনিৰ উপৰি বাঁহৰ কাঠী আৰু মৰাপাট ব্যৱহাৰ কৰে। বান্ধি হ'লে গছবোৰৰ গালৈ মাটিৰ দলি মাৰি নিম্নলিখিত কথাফাঁকি গোৱাৰ লোকাচাৰ প্ৰচলিত।

"এটি মাঘ ঔ থোপা থোপে লাগ ঔ;<br>
পুহ ঔ মাঘ সোমাল ঔ।"

এই কথাফাঁকিৰ প্ৰথম শাৰীটোৱে লাগনী গছত অধিক ফল ধৰাৰ কামনা প্ৰকাশ কৰে। দ্বিতীয় শাৰীয়ে পুহৰ ঠেৰেঙা লগা জাৰৰ জঠৰতা ভাঙি উৎপাদনমুখী হ'বলৈ গছক কোবাৰ লগতে নিজেও সংকল্প লোৱাত সহায় কৰে বুলি ভাবিবৰ থল আছে।

মাঘ বিহুত মিঠা আলু, মোৱা আলু, কাঠ আলু আদি সিজাই অথবা পুৰি খোৱা ৰীতি। এই বিহুত ইবিলাক নাখালে পিছৰ জনমত গাহৰি হয় বুলি জনবিশ্বাস আছে। অন্য এটা জনবিশ্বাস মতে মাঘ বিহুত কাঠ আলু, মোৱা আলু, শিমলু আলু আৰু কুঁৱৰী আলু খোৱাটো মগজু বিকশিত হোৱাৰ সহায়ক।

নাৰায়ণ চন্দ্ৰ দেৱগোস্বামীদেৱে 'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা' গ্ৰন্থত ভোগালী বিহুৰ তাৎপৰ্য আৰু কেইটিমান বিশেষ লোকাচাৰ উল্লেখ কৰাৰ লগতে এই বিহুৰ উৎপত্তি সম্বন্ধীয় এক প্ৰচলিত জনশ্ৰুতি উল্লেখ কৰিছেঃ "মাঘৰ ভোগালী বিহু অতি পুৰণি, জীৱনী শক্তিবৰ্ধক আৰু পৱিত্ৰ। পুহৰ সংক্ৰান্তিতে অসুৰৰ ৰজা বলিয়ে বামনক তিনিপদ ভূমি দান কৰি সুতল পুৰীলৈ যাব লগা হ'ল। বলিৰ এদিনৰ ভোগ পৃথিৱীত থাকি যোৱা বাবে মানুহে এই দিনা মহানন্দে সুখেৰে বিহু হিচাপে খোৱা-লোৱা কৰিব লগা হ'ল বুলি জনশ্ৰুতি আছে। বিহুৰ দিনা মেজি পাতি জুই লগাই 'অগ্নি সাক্ষী' কৰি শাৰীৰিক, মানসিক শক্তিৰ উৎকৰ্ষ সাধনৰ বাবে সংকল্প ল'ব লাগে। এইবিলাক কাম সম্পাদন কৰিব পাৰিলেই সংক্ৰান্তিৰ দিনা ভোগ কৰিবলৈ লোৱা বিহুটো সম্পূৰ্ণ ভোগালী হৈ পৰে। বল-বুদ্ধি-স্বাস্থ্য-সৌন্দৰ্য বৃদ্ধিৰ কাৰণে মাঘৰ একাদশীত লঘোণ দিব লাগে। মাঘী সপ্তমীত বগৰীৰ পাত আৰু অশোকৰ পাত সাতোটাকৈ তিল, চাউলৰে সৈতে মূৰত লৈ স্নান কৰিলে বসন্ত ৰোগ নিবাৰণ হয়। এয়া মাঘ বিহুৰ চমু উদ্দেশ্য আৰু তাৎপৰ্য।"

ৰতিকান্ত ডেকাই 'ভোগালী বিহুৰ পৰম্পৰা আৰু লোকাচাৰ' নামৰ প্ৰবন্ধত কোন কোন মাহত বৰষুণ দিব পাৰে সেই কথা নিৰ্ণয় কৰাৰ এক লোকাচাৰৰ কথা লিখিছে, "বছৰৰ বাৰ মাহৰ বাবে কচুপাত বাৰটা ধান খেৰ একোডালেৰে ওপৰমুৱাকৈ উৰুকাৰ নিশা বান্ধি থয়। বিহুৰ দিনা কচুপাত কেইটাৰ গাঁঠি খুলি চাই যি কেইটা পাতৰ ভিতৰত নিয়ৰৰ পানী জমা হোৱা দেখা পায় সেই মাহকেইটাত বৰষুণ দিব বুলি ঠাৱৰ কৰে।" (সাপ্তাহিক মংগল বাতৰি, ১০ জানুৱাৰী, ২০০৬)।

**মাঘ বিহুৰ খেল-ধেমালি**

অতীজৰে পৰা মাঘ বিহু উপলক্ষে নানা ধৰণৰ খেল-ধেমালি অনুষ্ঠিত হৈ আহিছে। ইবিলাকৰ ভিতৰত ম'হ যুঁজ, যাড় যুঁজ, ঢোপ খেল, নাও খেল, দৌৰ আৰু জাঁপ উল্লেখনীয়। একো একোখন ঠাইত অৱশ্যে ইয়াৰে আটাইখিনিয়েই যে অনুষ্ঠিত হৈছিল সেই কথা নহয়। অন্যহাতে কোনো কোনো ঠাইত অন্য কোনো বিশেষ খেলো অনুষ্ঠিত হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। আকৌ আহোম ৰাজত্বকালত মাল যুঁজ, শেন যুঁজ, তৰোৱাল যুঁজ আদিও অনুষ্ঠিত হৈছিল বুলি বুৰঞ্জীয়ে কয়। কোনো কোনো ঠাইত এই বিহুত কণী যুঁজ হৈছিল বুলি জনা যায়। আনহাতে অন্য বহুতো ঠাইত ব'হাগ বিহুতহে কণী

যুঁজ হৈ আহিছে। সেইদৰে যদিও প্ৰায়বোৰ ঠাইত ব'হাগৰ বিহুতহে বৰ্ষফল চোৱা হয়, কোনো কোনো ঠাইত মাঘৰ বিহুত বৰ্ষফল চোৱাৰ পৰম্পৰাও প্ৰচলিত বুলি জনা যায়।

মাঘ বিহুৰ খেলসমূহৰ ভিতৰত ম'হযুঁজ অতীজৰে পৰা আজিলৈকে আটাইতকৈ জনপ্ৰিয় হৈ আছে। এই শিতানত এই যুঁজৰ লগতে নাও খেলৰ চমু আভাস দাঙি ধৰিবৰ যত্ন কৰিছোঁ। ইয়াৰ উপৰি 'ব্যাংগ ধেমালি' আৰু কলগছত খেলা এক বিশেষ খেলৰ যৎকিঞ্চিৎ আভাস দিয়া হৈছে।

**ক) ম'হ যুঁজ**

ম'হ যুঁজ মাঘ বিহুৰ এক অন্যতম উপভোগ্য অনুষ্ঠান। পহিলা মাঘ অথবা মাঘৰ দুই-তিনি দিনৰ ভিতৰত পথাৰৰ মাজত ম'হ যুঁজ অনুষ্ঠিত হয়। এদিনত একেখন পথাৰত এযোৰ অথবা যোৰা যোৰাকৈ কেইবাযোৰা ম'হৰ যুঁজ চলে। পুৱাবেলাতে যুঁজথলীৰ চাৰিওফালে দৰ্শক ভৰি পৰে। ম'হৰ গুৱালে যুঁজাবৰ বাবে নিৰ্দিষ্ট কৰা মতা ম'হক পুৱাতে নোৱাই-ধুৱাই গা-শিঙত তেল ঘঁহি আৰু হৰিক চিন্তি যুঁজলৈ সাজু কৰে। যুঁজৰ ম'হ লৈ গুৱালে যুঁজ থলীত প্ৰবেশ কৰোঁতে আগৰে পৰা যুঁজ চাবলৈ বৈ থকা ৰাইজৰ কিৰীলি-চাপৰিৰে আকাশ-বতাহ ৰজনজনায়। একোযোৰা ম'হ যুঁজোতে গুৱাল দুজনৰ বাদে অন্য দুই-এজনহে সমীপত থাকে কিম্বা থাকিবলৈ সাহস কৰে। অসমৰ ম'হ মহাবলী, বিশাল শিং আৰু গলধনেৰে দেখিলেই ভাল লাগি যায়। তাতে আঘোণ-পুহ মাহত ম'হৰ খাদ্য উভৈনদী হয় বাবে নিপোটল আৰু বলবান হৈ উঠে। এটা মতা ম'হে আচিনাকি অন্য এটা মতা ম'হ দেখিলেই যুঁজিব খোজাটো সিহঁতৰ স্বভাৱজাত প্ৰকৃতি। একোটা দলৰ দলপতি হোৱাৰ মানসিকতাৰ বাবেই এই স্বভাৱ। হাতী, বাঘ, হৰিণ আদিৰ ক্ষেত্ৰটো এই স্বভাৱ বিদ্যমান। সেয়ে গুৱালে দুটা গোনা ম'হ ওচৰা-উচৰি কৰি নাকী এৰি দিয়াৰ লগে লগে দুয়োটাৰ মাজত সাধাৰণতে যুঁজ আৰম্ভ হয়। সেই যুঁজ উপভোগ কৰাৰ অনুভূতি ভাষাৰে প্ৰকাশ কৰিবলৈ দুৰুহ। আনন্দ আৰু উত্তেজনাত ৰাইজৰ কিৰীলি-কুৰুলি, চিঞৰ-বাখৰে চৌদিশ মুখৰিত কৰে। কেতিয়াবা অৱশ্যে একোযোৰ ম'হে নুযুঁজে। এটাই যুঁজিব বিচাৰিলেও আনটো পিছহোঁহকা মাৰে। যুঁজৰ পূৰ্বেই হাৰ মানি পলাবলৈ বিচাৰে। কেতিয়াবা আকৌ এটাই পলাবলৈ বিচাৰিলেও আনটোৱে খেদি গৈ আক্ৰমণ কৰে। যুঁজত কেতিয়াবা একোটা ম'হ বেয়াকৈ ঘাইল হয়। আনকি যুঁজৰ ফলতে কেতিয়াবা ম'হ একোটাৰ যুঁজথলীতে অথবা কিছুদিনৰ পিছত মৃত্যু হোৱাৰ ঘটনা ঘটাৰ কথা অভিজ্ঞসকলে কয়। যুঁজত ম'হ নমৰিবৰ বাবে বা বেয়াকৈ ঘাইল নহ'বৰ বাবে কথা বিষম যেন দেখিলেই গুৱালে টাঙোনৰ সহায়ত যুঁজ ভাঙিবলৈ অৱশ্যে চেষ্টা কৰে। তথাপি হেনো যুঁজেই কেতিয়াবা কোনোবাটো ম'হৰ মৃত্যুৰ কাৰণ হৈছিল। চেনেহৰ ম'হ বেয়াকৈ ঘাইল হ'লে নাইবা মৰিলে গুৱাল দুখত ভাগি পৰে। যুঁজথলীতে ম'হ মৰিলে

যুঁজ চোৱা ৰাইজৰ মেয়ে যি পাবে ধন দি গুৱালৰ লোকচান লাঘৱ কৰে। অন্যহাতে যুঁজত ম'হ হৰা মানে গুৱাল হৰা যেন। গতিকেই গুৱাল এজনে যুঁজোৱাৰ আগেয়ে নিজৰ আৰু প্ৰতিপক্ষৰ ম'হৰ বল শক্তিৰ এক তুলনামূলক ধাৰণা কৰিহে ম'হ যুঁজাবৰ সিদ্ধান্ত লয়। গুৱাল পিছ হুহকিলে ৰাইজে মনোবল বঢ়াবলৈ স্বাভাৱিকতে চেষ্টা কৰে।

ম'হ, শক্তি, সৌন্দৰ্য আৰু যৌৱনৰ প্ৰতীক। সেয়েহে ম'হ যুঁজ মাদকতাৰে ভৰা আৰু ইমান জনপ্ৰিয়।

উল্লেখনীয় যে বৰ্তমান উজনি অসমত ম'হ যুঁজ আগৰ তুলনাত কম হয় যদিও একেবাৰে লোপ পোৱা নাই। কোনো কোনো পথাৰত প্ৰতি বছৰ নহ'লেও চেগাচোৰোকাকৈ অনুষ্ঠিত হৈ আছে। অন্যহাতে মধ্য অসমৰ নগাঁও আৰু মৰিগাঁও জিলাত অদ্যাপি ম'হ যুঁজ মাঘ বিহুৰ এক অন্যতম আকৰ্ষণ হৈ আছে। ইয়াৰে ভিতৰত আঁহতগুৰিৰ ম'হ যুঁজ সুপ্ৰসিদ্ধ। এই বিষয়ে দেৱজিৎ হাজৰিকাই এনেদৰে লিখিছেঃ "কপিলীপৰীয়া, আঁহতগুৰি, বাৰপূজীয়া, তেলাহী, মৰিগাঁও, ছমান, চকাবহা, বৈদ্যবড়ী, মিকিৰভেটা, হাতীগড়, হুজগাঁও, জলাহ, ৰণথলী আদি ঠাইত মাঘৰ বিহুৰ বতৰত এই ম'হ যুঁজ দিন জোৰা কাৰ্যসূচীৰে অনুষ্ঠিত হয়। উক্ত ঠাইসমূহৰ ভিতৰত তুলনামূলকভাৱে আঁহতগুৰিত অনুষ্ঠিত ম'হ যুঁজৰ পৰম্পৰা অতি প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ। এই পৰম্পৰা ৰক্ষা কৰি সদৌ আঁহতগুৰি অঞ্চলৰ কপিলী-কলংপৰীয়া কৃষিজীৱী ৰাইজে প্ৰতি বছৰে পহিলা মাঘত এই ম'হ যুঁজ অনুষ্ঠিত কৰি আহিছে।" (অসমীয়া প্ৰতিদিন, শনিবৰীয়া এনাজৰী, ১৪ জানুৱাৰী, ২০০৬)।

**খ) ব্যংগ ধেমালি**

অসমৰ ভালেমান ঠাইত মাঘ বিহুৰ উৰুকাৰ ৰাতি কোনো কোনো গৃহস্থৰ জেওৰা-জপনা, নঙলা, খৰি, আলুতলীৰ আলু, পাচলিবাৰীৰ পাচলি আদি চুৰ কৰি নি খোৱা নাইবা জুই পুঁউৱা একপ্ৰকাৰ ধেমালিৰ প্ৰচলন হৈ আহিছে। এই পৰম্পৰাৰ তাৎপৰ্যৰ বিষয়ে বিশেষ তত্ত্বগধুৰ আলোচনা অদ্যাপি বৰ বিশেষ প্ৰকাশ পোৱা নাই। এনে চৌৰ্য কাৰ্য ৰোধ কৰিবলৈ কোনো কোনো গৃহস্থই সেইদিনা ৰাতি সাৰে থাকি ঘৰ-বাৰী ৰখি থাকে। নাইবা শহাকণীয়াকৈ শুবলৈ চেষ্টা কৰে। তথাপি ডেকা-চেঙেলীয়াহঁতে চেগ বুজি চুৰ কৰিবলৈ চেষ্টা নকৰাকৈ নাথাকে। চুৰ কৰোঁতেই সাৰে থকা গৃহস্থই তৰ্জন-গৰ্জন কৰি খেদা-কুৰা কৰে। আনহাতে বস্তু চুৰ হ'ল বুলি পিছদিনা পুৱাহে গম পোৱা গৃহস্থসকলৰ কোনো কোনোৱে গুৱাল গালি পাৰিবলৈ ধৰে। সন্তৰ্পণে চুৰ কৰা, গৃহস্থৰ খেদা-কুৰা আৰু পিছদিনাৰ গুৱাল গালি শুনাতে ডেকা-চেমনীয়াহঁতে ৰং পায়। আজিকালি উদণ্ড ডেকা-চেমনীয়াৰ কোনো কোনো গোটে একোজন গৃহস্থৰ মূল্যবান সম্পদ জুইত জাহ দিয়া আৰু সেই লৈ গভীৰ কাজিয়াৰ সূত্ৰপাত হোৱাৰ নজিৰো আছে। যতীন্দ্ৰ কুমাৰ বৰগোহাঞি ডাঙৰীয়াই এই পৰম্পৰা ব্যংগ যুঁজৰ পৰা উদ্ভৱ হৈছে বুলিছেঃ "মাঘ

**বিহুত ঘৰ আৰু গাঁও শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষাৰ বাবে সজাগতা বৃদ্ধি কৰাটো অতীজৰে পৰা চলি অহা এটা পৰম্পৰা। মেজি জ্বলোৱাৰ এসপ্তাহ আগৰে পৰাই গাঁৱৰ উঠি অহা ডেকাই বালি চাপৰিত সমৰ-কলা আখৰা কৰাটো এসময়ত নিয়ম আছিল। এসময়ত ব্যংগ যুঁজ বা কৃত্ৰিম যুঁজৰ আয়োজনো কৰা হৈছিল। গৃহস্থৰ বস্তু এনে ব্যংগ যুঁজত কাঢ়ি নিয়া আৰু গৃহস্থই তাক সুৰক্ষিত কৰাটো এক প্ৰকাৰ ব্যংগ ধেমালি বা ব্যংগ যুঁজ। কিন্তু কালক্ৰমত ইয়েই মেজি বিহুত চুৰ কৰা বা ডকা দিয়া ব্যভিচাৰত পৰিণত হৈছে।" (অসমৰ উৎসৱ আৰু পূজা, পৃ: ৯৬-৯৭)।**

**গ) কলগছ বগোৱা খেল**

এই খেলৰ কিবা নিৰ্দিষ্ট নাম আছে যদি সেইটো আমাৰ জ্ঞাত নহয়। ইতিপূৰ্বে উল্লেখ কৰি অহা প্ৰবন্ধত ৰতিকান্ত ডেকাই মাঘৰ বিহুৰ অন্য খেল-ধেমালিৰ লগতে এই খেলৰ কথা এনেকৈ উল্লেখ কৰিছে — "আবেলি প্ৰায়বোৰ গাঁৱৰ মানুহে পথাৰলৈ ওলাই গৈ পুৰণি খেল-ধেমালিবোৰ খেলে। বিশেষকৈ ঢাপখেল প্ৰদৰ্শন কৰে। বিভিন্ন গাঁৱত ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ উপৰি বুঢ়া-বুঢ়ীৰ দৌৰ, বোৱাৰী মানুহৰ দৌৰ আদিও পাতে। আন এটি ভাল খেল কলগছ ওভোতাই পুতি সেই কলগছত মিঠাতেল সানি দি তাত বগাই উঠিবলৈ দিয়া হয়। এইটো বৰ আমোদজনক খেল মাঘ বিহুত খেলা হয়।"

**মাঘৰ বিহুৰ উৎপত্তিৰ পম খেদি**

কোনো কোনো পণ্ডিতে মেজি জ্বলোৱা পৰম্পৰা আৰ্যসকলৰ অগ্নি উপাসনাৰ পৰা সৃষ্টি হৈছে বুলি ক'ব খোজে। কোনো কোনোৱে এই প্ৰথা আৰ্য সভ্যতাৰো আগৰ বুলি কয়। অষ্ট্ৰিকসকলেই অন্য দুটা বিহুৰ দৰেই শস্য চপোৱা আৰু পোৱাৰ আনন্দ প্ৰকাশৰ এক অংগ হিচাবে জুইৰ আমেজ লোৱা আৰু জুইক ঐশ্বৰিক শক্তি জ্ঞান কৰি ভক্তি জনোৱাৰ প্ৰথা আৰম্ভ কৰিছিল বুলি ভাবিবৰ থল আছে। আৰ্যসকলৰ কামৰূপলৈ আগমন হোৱাৰ পূৰ্বৰে পৰা এই ভূখণ্ডত বসবাস কৰি থকা কিৰাত বা মংগোলীয়সকলেও জুইক অপায়-অমংগল নাশ কৰিব পৰা আৰু ক্ৰোধিত হ'লে নিমিষতে সৰ্বনাশ কৰিব পৰা পৰাক্ৰমী ঐশ্বৰিক শক্তি হিচাবে ভক্তি কৰিছিল বুলি পণ্ডিতসকলে কয়। অন্যহাতে আৰ্যসকলৰ মাজতো অগ্নি পূজা প্ৰচলিত আছিল। সেয়েহে আৰ্যসকল অসম ভূখণ্ডলৈ অহাৰ পিছত এই বিশ্বাস আৰু প্ৰথাৰ সহজে সমন্বয় ঘটিল বুলি ভাবিব পাৰি। গৱেষকসকলে মাঘৰ বিহুৰ কিছুমান লোকাচাৰ তথা ৰীতি-নীতি অনাৰ্যমূলীয় আৰু কিছুমান লোকাচাৰ তথা ৰীতি-নীতি আৰ্যমূলীয় বুলি ঠাৱৰ কৰাটোৱে উক্ত সমন্বয়ৰে ইংগিত বহন কৰে। এই সন্দৰ্ভত দুটামান অধ্যয়নপুষ্ট প্ৰবন্ধৰ উদ্ধৃতি তুলি দিওঁহক ঃ

কোনো কোনো পণ্ডিতে মেজি আৰু ভেলাঘৰ শব্দ দুটা সংস্কৃতৰ পৰা অহা বুলি ধাৰণা কৰে। "সংস্কৃত 'মেধা' শব্দৰ পৰা মেজি শব্দটো আহিছে বুলি কোৱা হয়। সেইদৰে 'মেঘ-গৃহ'ৰ পৰা আহিছে 'ভেলাঘৰ'।" - হোমেন গগৈ (সম্ভাৰ, ৮ জানুৱাৰী সংখ্যা, ২০০৬)

"অসমীয়া বৰ্ষপঞ্জী অনুসৰি মকৰ সংক্ৰান্তিৰ দিনটোত পৰম্পৰাগতভাৱে উলহ-মালহেৰে পালন কৰি অহা মাঘ বিহুও মূলতঃ অগ্নিপূজাই। এই বিহুৰ মূল আৰ্যমূলীয় নে অনাৰ্যমূলীয় নে জনজাতীয়মূলীয় এনে বিতৰ্কৰ মাজলৈ নগৈ এটা কথাকে বোধগম্যলৈ আনিব পাৰোঁ যে আৰ্যকৰণেৰে সমস্ত চিন্তা-চৰ্চা, ভাৱনাবোৰক বৈদিক চিন্তাৰে উদ্বুদ্ধ কৰাৰ প্ৰয়াসৰ অন্তৰালতে মেজিৰ জুইকুৰা প্ৰাক্‌বৈদিক যুগৰে বুলি নিশ্চিত কৰিব পাৰি। প্ৰাক্‌বৈদিক যুগৰ অগ্নি উপাসক আৰ্যসকলৰ মূল উপাস্য দেৱতাজনৰ নাম আছিল 'মাগী' অথবা ব্যৱস্থাভেদে 'মোজাই' দেৱতা। এই 'মোজাই' শব্দৰ পৰাই কালক্ৰমত 'মেজি' শব্দৰ অৱতাৰণা হ'ল বুলি ভবা হয়।" - খগেন্দ্ৰনাথ শৰ্মা ( সম্ভাৰ, ৮ জানুৱাৰী সংখ্যা, ২০০৬, পৃ: ১১)।

**ব'হাগ বিহুৰ তাৎপৰ্য**

অসমীয়া জাতিয়ে আটাইতকৈ অধিক ৰং-ৰহইচেৰে উদযাপন কৰা বিহুটিয়েই হ'ল ব'হাগ বিহু বা ৰঙালী বিহু যিটো চ'ত-ব'হাগৰ দোমাহীত আৰম্ভ হয় । ই বসন্ত ঋতুত উদযাপিত বসন্তোৎসৱ অৰ্থাৎ বসন্ত ঋতুৰ মনোৰম-যৌৱনোচ্ছল প্ৰাকৃতিক পৰিৱেশ উদ্বুদ্ধ মানসিকতাৰে উদ্‌যাপিত আনন্দোৎসৱ। এই বিহুৰ সময়ত প্ৰকৃতিৰ বুকুত সৰ্বত্ৰ নৱ-জীৱন আৰু যৌৱনৰ লহৰ উঠে। পল্লৱিত হয় প্ৰকৃতি; পল্লৱিত হয় উদ্ভিদ জগত, পল্লৱিত হয় প্ৰাণী জগত। সেউজ কোমল কুঁহিপাতে গছ-লতিকা সুশোভিত কৰি তোলে। গছ ভৰি ভৰি ফুলা অনেক ফুলৰ সমাহাৰত চৌদিশ হৈ পৰে ৰমক-জমক, অনিন্দ্য সুন্দৰ। কপৌ, কেতেকী, তগৰ, ভাটৌ, যুতি, মালতী, ইন্দ্ৰমালতী, চম্পা, সেউতী, খৰিকাজাঁই আদিৰ দৰে বিশিষ্ট ফুলে ৰঙৰ পোহাৰ মেলে। অশোক, নাগেশ্বৰ, শিৰিষ, পলাশ, কৃষ্ণচূড়া আদিৰ ফুলে জকমকাই তোলে আকাশ। সুবাসত আমোলমোলাই চৌদিশ। আমে মলিয়াই, কঁঠালে মুচি পেলায়। কুঁহিপাত আৰু ফুলৰ মেলাই অতীব সুন্দৰকৈ জাতিষ্কাৰ কৰি তোলে হাবি-বন, ঘৰ-বাৰী। কুঁউ কুঁউ কৰি মিঠা মাতেৰে কুলিয়ে বিহু অহাৰ বতৰা দিয়ে, কেতেকীৰ বিননিয়ে বতাহত পিৰীতিৰ বতৰা বিয়পায়। দহিকতৰা, সখিয়তী, মইনা, হেতুলুকা, তেলীয়া সাৰেং, বুলবুল, বিহুৱতী আদি অনেক পখীৰ কুজন-কাকলিয়ে মুখৰিত কৰি তোলে আকাশ-বতাহ। চৌদিশত বিৰাজমান হয় অমিয়া সুৰৰ মায়াজাল। আকৌ এইখিনি সময়তে বৰদৈচিলা মাকৰ ঘৰলৈ যায়। আকাশত মেঘে গিৰগিৰাই, বিজুলী চমকে; ধুমুহাৰ আগমন হয়, শুকান পৃথিৱীলৈ ধাৰাষাৰে বৰষুণ নামি আহে। ন-পানী পাই নাচি উঠে জান-জুৰি, নদ-নদী। মধুময় সংগীতৰ মূৰ্চনা তুলি নাচিবলৈ লয় জান, জুৰি নিজৰাৰ বোঁৱতী পানীয়ে। অনেক প্ৰজাতিৰ মাছৰ উজান পৰে। মাটি কোমল হৈ শালিধানৰ খেতিৰ বাবে চহাবৰ উপযোগী হ'বলৈ আৰম্ভ কৰে।

প্ৰকৃতিৰ এই অতীৱ ৰমনীয় পৰিৱেশত স্বাভাৱিকতেই ডেকা-গাভৰু, ল'ৰা, বুঢ়া-তিৰোতা সকলোৰে মন-প্ৰাণত উঠলি উঠে অফুৰন্ত স্নেহ-প্ৰেম, আনন্দ-উলাহ আৰু

যৌৱনৰ আবেগ-অনুভূতি। মাতৃভূমিৰ অপাৰ প্ৰাকৃতিক সৌন্দৰ্য উপলব্ধিৰেও আপ্লুত হয় অসমীয়াৰ মন-প্ৰাণ-হিয়া।

ডেকা-গাভৰুৰ মিলন বাসনাৰ চোক উঠে। আনন্দ-উলাহ, প্ৰেম-ভালপোৱা আৰু যৌৱনৰ অনাবিল আৱেশত আপোনপাহৰা হৈ পৰে দেহ-মন। বিভিন্ন লোকাচাৰ, খেল-ধেমালি আৰু নৃত্য-গীতৰ অনুষ্ঠান অনুষ্ঠিতকৰণৰ যোগেদি প্ৰকাশ কৰে আনন্দ-উলাহ, শ্ৰদ্ধা-ভক্তি, প্ৰেম-ভালপোৱা, যৌৱনৰ আৱেদন। ম'হৰ শিঙে ৰিঙিয়াই, ঢোলে গিৰ্‌গিৰায়, তালে ৰজনজনায়; তাঁতৰ শালত জীয়ৰী-বোৱাৰীৰ হাত-ভৰি-মন নাচে, সেই নাচোনত সৃষ্টি হয় নানা চানেকীৰ ফুলাম বিহুৱান, চেলেং, চাদৰ আৰু খনীয়া কাপোৰ। 'গৰকত ভাঙি যাওঁ যঁতৰ' চিতেৰে ঢপলিয়াই গৈ গছতলত বিহু মাৰেগৈ গাভৰু-পাতগাভৰুহঁতে; মৰতত স্বৰ্গীয় সংগীতৰ মূৰ্চনা তোলে টকা-গগনাৰ মাতে; হুঁচৰি গোৱা ৰাইজৰ পদধূলিয়ে প্ৰতিঘৰ গৃহস্থৰ চোতাল পৱিত্ৰ কৰাৰ লগতে ৰং-ধেমালিৰ অমিয়া নৃত্য-গীতৰ পোহাৰ মেলে। ৰাইজক আদৰ-আপ্যায়ন কৰি নতুন বছৰৰ আশীৰ্বাদ লৈ ধন্য হয় প্ৰতিঘৰ গৃহস্থ। সেয়েহে ব'হাগৰ বিহুটি 'ৰঙালী বিহু'। সেয়েহে এই বিহু অসমীয়াৰ প্ৰাণৰো প্ৰাণ। সেয়েহে কালজয়ী শিল্পী ড° ভূপেন হাজৰিকাদেৱে সুললিত সুৰত গাইছে -

"ব'হাগ এটি মাথোঁ ঋতু নহয়,
নহয় ব'হাগ এটি মাহ;
অসমীয়া জাতিৰ ই আয়ুস ৰেখা,
গণজীৱনৰ ই সাহ।"...

**ব'হাগৰ সাত বিহু**

ব'হাগৰ সাত বিহুৰ সন্দৰ্ভত কেইবাটাও মত পোৱা যায়। এটা মতৰ মতে চ'ত-ব'হাগৰ দুমাহীকে ধৰি সাতদিন বিহু পালন কৰাটো পৰম্পৰাগত ৰীতি। এই সাতদিনৰ প্ৰতিটো দিনক একোটি নিৰ্দিষ্ট নামৰ বিহু বুলি কোৱা হয় আৰু প্ৰতিটো বিহু বিশেষ তাৎপৰ্যপূৰ্ণভাৱে তথা নিৰ্দিষ্ট কাৰ্যকলাপ সমাপন কৰি পালন কৰিব লাগে। এই বিহুকেইটাৰ নামকৰণ আৰু কাৰ্যকলাপতো অভিজ্ঞসকলৰ মত কিছু পৰিমাণে অমিল। ড° লীলা গগৈদেৱৰ 'নৈ বৈ যায়'ত সাত বিহুৰ বিষয়ে এনেকৈ উল্লেখ কৰা হৈছে ঃ "আমাৰ গাঁৱৰ সিমূৰে থকা কছাৰী গাঁওখন বহুত পুৰণি। পুৰণি ৰীতি-নীতি মানি চলে। তেওঁবিলাকৰ সাত বিহু মাগোঁ, গৰু বিহু, মানাত দোমাহী, মানুহ বিহু, চাইমা, কুকুৰ বিহু, আমা গাহৰি বিহু ডাওনি, কুকুৰা বিহু হাঁহ-পাৰৰ বিহু আৰু মিতিৰ-কুটুমৰ বিহু। আমাৰ গৰু বিহু, মানুহ বিহু, গোসাঁই বিহু, তাঁতৰ বিহু, নাঙলৰ বিহু, ঘৰচীয়া জীৱ-জন্তুৰ বিহু, চেনেহী বিহু, চেৰা বিহু। আগৰ দিনত তৃতীয় দিনা ওচৰত থকা থান, মন্দিৰ, দেওশাল আদিত পূজা কৰে, চতুৰ্থ দিনা তিৰোতা মানুহে তাঁতৰ শালখন ধুই-পখালি চাকি-বাতি দিয়ে। পঞ্চম দিনা হালোৱাই নাঙল-যুঁৱলি ধুই বাছি-বটি লয়। ষষ্ঠদিনা ঘৰৰ ঘৰচীয়া হাঁহ-কুকুৰা, কুকুৰ-গাহৰি আদি

সকলো জীৱৰ নামত বিহু হয়। সাদিন জুৰি গাঁৱত হুঁচৰি গায়। সাদিনৰ দিনা চেৰা বিহু। বিহু বিদায়।"

কোনো কোনোৱে উৰুকাৰ দিনা গৰু বিহু, ব'হাগৰ প্ৰথম দিনা মানুহ বিহু, ব'হাগৰ দ্বিতীয় দিনা কুটুম বিহু, ব'হাগৰ তৃতীয় দিনা হাট বিহু, চতুৰ্থ দিনটোক তাঁতৰ বিহু বা চেনেহী বিহু, পঞ্চম দিনটো নাঙল বিহু আৰু ষষ্ঠ দিনাখন চেৰা বিহু হিচাপে পালন কৰে। এইমতে গৰু বিহু দিনাখনৰ মুখ্য কাৰ্য গৰুৰ প্ৰতিপালন, আদৰ-আপ্যায়ন তথা পূজা-অৰ্চনা কৰা। মানুহ বিহু দিনাখন মন্দিৰ, নামঘৰ, গোসাঁইঘৰৰ থাপনাদি ধুই-মেলি বিহুৰ সেৱা ধৰা, বংশ-পৰিয়ালৰ জ্যেষ্ঠসকলক কণিষ্ঠসকলে সেৱা জনোৱা, ডাঙৰে সৰুক মৰম, আশীৰ্বাদ , উপহাৰ দিয়া, আৰু প্ৰেমিক-প্ৰেমিকা, পতি-পত্নীৰ উপহাৰ আদান-প্ৰদান কৰাটো অৱশ্যে পালনীয়। কুটুম বিহুৰ দিনাখন জীয়েক মাকৰ ঘৰলৈ যোৱাটো তথা জোঁৱায়েক পত্নী সমন্বিতে শহুৰেকৰ ঘৰলৈ গৈ শহুৰ-শাহুক বিহু সেৱা জনোৱা আৰু খুলশালীয়েক আদিক বিহুৰ উপহাৰ দিয়াটো ৰীতি। অন্যভাৱে মিতিৰ ফুৰিবলৈ যাব লাগে বুলি ধৰা হয়। হাট বিহুৰ দিনটো বন্ধু-বান্ধৱ, ওচৰ-চুবুৰীয়া আৰু চিনাকি কিম্বা ন-চিনাকিৰ ঘৰলৈ গৈ বিহু খোৱাৰ বাবে বিশেষ বুলি গণ্য কৰা হয়। তাঁতৰ বিহু বা চেনেহী বিহুৰ দিনাখন তাঁতৰ শালখন ধুই-পখালি চাকি এগচি দি সেৱা ল'ব লাগে। নাঙল বিহু দিনাখন নাঙল-যুঁৱলি, মৈ, কোৰ আদিকে ধৰি খেতি কৰা সঁজুলিবোৰ চাফ-চিকুণ কৰি তেল-টেঙা ঘঁহাটো নিয়ম। চেৰা বিহুৰ তাৎপৰ্য এয়ে যে বিহুৰ ৰং-ৰহইচৰ সামৰণি মাৰিব লাগে অথবা মাৰিবলৈ মন বান্ধিব লাগে।

কোনো কোনোৱে তাঁতৰ শাল আৰু খেতি কৰা সঁজুলিবোৰ একেদিনাই অৰ্থাৎ ব'হাগৰ চতুৰ্থ দিনাখন চাফ-চিকুণ কৰি সেৱা জনোৱা হয় বুলি কয় আৰু সেই দিনাখনকে চেনেহী বিহু অথবা নাঙল বিহু বুলি ধৰে। তাৰ পাছৰ দিনটো অৰ্থাৎ ব'হাগৰ পঞ্চম দিনাখনক পশু-পক্ষীৰ বিহু বুলি গণ্য কৰি ঘৰচীয়া জীৱ-জন্তুৰ বিশেষ পৰিচৰ্যা কৰাটো অৱশ্যে কৰণীয় বুলি গণ্য কৰা হয় বুলি কয়।

বিৰেশ্বৰ চাউৰকে মৰাণ সমাজত প্ৰচলিত সাত বিহু এনেকৈ উল্লেখ কৰিছে ঃ "জননী বিহু (উৰুকা), ৰচকী বিহু (গৰু বিহু), হাচতি বিহু (মানুহ বিহু), ৰঙালী বিহু (জী-জোঁৱাই বিহু), খহুলী বিহু (দেওবাৰ), সেউতী মালতী বিহু (উৰুৱা, গোসাঁই ঘৰ বা নামঘৰত), ৰচকি মাই হুচৰি গায়।"

সাত বিহুৰ সন্দৰ্ভত অন্য এক মতৰ মতে উপৰিউক্ত সাত দিনক সাত বিহু বুলি গণ্য কৰা নহয়। হেম বুঢ়াগোহাঞিয়ে 'বিহু আকৌ আহিল' গ্ৰন্থত এই সাত বিহু এইকেইটা বুলি উল্লেখ কৰিছে ঃ চ'ত বিহু, ৰাতি-বিহু, মানুহ বিহু বা চেনেহী বিহু, কুটুম বিহু, মেলা বিহু বা হাট বিহু আৰু চেৰা বিহু বা এৰা বিহু। বুঢ়াগোহাঞিদেৱে বিহুকেইটাৰ সন্দৰ্ভত দিয়া বৰ্ণনা ঠোৰতে এনে ঃ

" চ'ত মাহ সোমোৱাৰ লগে লগে উজনি অসমত বিহুৰ উখল-মাখল পৰিলক্ষিত হয়। চ'তৰ নিশা ডেকা-গাভৰুৱে ৰং-ৰহইচৰে বিহুৰ আখৰা আৰম্ভ কৰে। বিহুৰ আখৰা আৰম্ভ কৰা প্ৰথম নিশাটোকে প্ৰকৃতাৰ্থত চ'ত বিহু বুলি কোৱা হয়।

চ'ত বিহুৰ আখৰাৰ পিছৰ নিশাসমূহত ডেকা-গাভৰুৱে বিহু মৰা বিহুক ৰাতি বিহু বুলি কোৱা হয়। এই ৰাতি বিহু উৰুকাৰ নিশালৈকে অনুষ্ঠিত হয়।

চ'ত মাহৰ সংক্ৰান্তিৰ দিনা গৰুক বিভিন্ন প্ৰকাৰে পূজা-পাতল, আচাৰ-নীতিৰে সন্মান কৰা দিনটোক গৰু বিহু নামকৰণ কৰা হয়।

ব'হাগৰ প্ৰথম দিনটোক মানুহ বিহু বা চেনেহী বিহু আখ্যা দিয়া হয়। এই বিহুৰ দিনা পৰস্পৰে পৰস্পৰক আদৰ-সন্মান, সৰুৱে ডাঙৰক সেৱা, ডাঙৰে সৰুক মৰম আৰু আশীৰ্বাদ দিয়া, বিহুৰ শুভেচ্ছা প্ৰদান কৰা হয়।

ব'হাগৰ দ্বিতীয় দিনটোৱেই হ'ল কুটুম বিহু। এই বিহুৰ দিনা মাকৰ ঘৰলৈ জীয়াৰী যায় মাক-দেউতাকক সেৱা জনাবলৈ। জোঁৱায়েক যায় শহুৰেকক সেৱা জনাবলৈ। প্ৰতিঘৰৰ আটাইতকৈ আপোন মিতিৰ-কুটুমসকল উপস্থিত হৈ পৰস্পৰে সন্মান আৰু বিহুৱবীয়া শুভেচ্ছা প্ৰদান কৰা আৰু ৰং-ৰহইচৰে খোৱা-পিয়া কৰা বিহুটোক কুটুম বিহু বুলি কোৱা হয়।

মেলা বিহু বা হাট বিহু ঃ এই বিহুৰ দিনা প্ৰত্যেকেই প্ৰত্যেকৰ ঘৰলৈ বিহু খাবলৈ যাব পাৰে। বন্ধু, বান্ধৱ, চকুৰ চিনাকি লোকো এই বিহুৰ দিনা গৃহস্থৰ ঘৰত উপস্থিত হ'লে আদৰ-সাদৰ জনাই বিহুৰ জা-জলপানেৰে আপ্যায়িত কৰা হয়।

চেৰা বিহু বা এৰা বিহু ঃ একেৰাহে ভাত-পানী এৰি, কঁকালৰ কাচুটি সুলকি যোৱাকৈ, বিহু মৰাত আনন্দ থাকিলেও অৱশেষত সেই আনন্দই বিহুত ডেকা-গাভৰুৱে নাচি-বাগি ভাগৰি মৰমৰ বিহুৰ এদিন পৰালি পেলায়। ক'বলৈ গ'লে ভাগৰি পৰা বিহুৰ শেহৰ দিনবোৰক চেৰা বিহু বা এৰা বিহু আখ্যা দিয়া হয়।"

সাত বিহুৰ নামাকৰণৰ ক্ষেত্ৰত উপৰিউক্তভাৱে ভিন্ন মত বিদ্যমান যদিও মনকৰিবলগীয়া এয়ে যে মূল তাৎপৰ্যৰ পাৰ্থক্য নাই । একেটা তাৎপৰ্যৰ আধাৰত সৃষ্ট ব্যৱস্থাপনা ঃ ৰঙালী বিহু উৎসৱটি পালন কৰোঁতে অৱশ্যে পালনীয় লোকাচাৰখিনিৰ প্ৰতি সজাগ হৈ থাকি সিবিলাক শৃংখলাবদ্ধভাৱে তথা নিয়মানুবৰ্ত্তিতাৰে পালন কৰাৰ ই এক অতুলনীয় সামাজিক ব্যৱস্থা। কেৱল ৰং-ৰহইচ কৰি, নাচি-বাগি, খেল-ধেমালি কৰি, আনন্দ-উল্লাসতে বিভোৰ হৈ উৎসৱটি উদ্‌যাপনৰ অন্য উপযোগী লোকাচাৰখিনিলৈ যাতে পিঠি দিয়া নহয়, সেই উদ্দেশ্যেৰেই একো একোটি দিনক একো একোটি নাম দি বিশেষ কিছুমান লোকাচাৰ অৱশ্যে পালনীয় বুলি নিৰ্দিষ্ট কৰা হৈছে, যাতে সকলোখিনি লোকাচাৰেই সুচাৰুৰূপে পালন কৰিবৰ সুচল হয় , আৰু পালন কৰিবৰ বাবে সজাগতা বৰ্তি থাকে। আমাৰ এই সাতবিহুভিত্তিক লোকাচাৰখিনিয়ে কৃষিপ্ৰধান সমাজ এখনে কৃষিভিত্তিক উৎসৱ এটিৰ আলমত পালন কৰিবলগীয়া সকলো দিশৰ উপযোগী কাৰ্যবোৰ

সামৰি লোৱাটোও মনকৰিবলগীয়া । এনে সুপৰিকল্পিত আৰু দূৰদৰ্শী ব্যৱস্থাপনাৰ বাবে আমি নিশ্চয় গৌৰৱবোধ কৰিব পাৰোঁ। কৃষিভিত্তিক উৎসৱ পালন কৰাৰ ক্ষেত্ৰত ইমান বহুল পৰিসৰৰ, ইমান সুনিৰ্দিষ্ট আৰু সুচিন্তিত ব্যৱস্থাপনা নজিৰবিহীন বুলিয়েই ধাৰণা হয়।

চ'ত-ব'হাগৰ দোমাহীত ব'হাগ বিহুৰ আৰম্ভণি হয় যদিও, চ'ত মাহ সোমোৱাৰ পৰাই এই বিহুৰ ৰং-ধেমালি, নৃত্য-গীত আৰম্ভ হৈছিল। পৰম্পৰাগত নিয়মমতে হেনো ব'হাগৰ ছদিনলৈকে বিহুৰ ৰং-ৰহইচ তথা নৃত্য-গীত চলিব লাগে। পিছে পিছৰফাললৈ অনেক গাঁৱত ব'হাগৰ প্ৰথম পষেক অথবা গোটেই ব'হাগ মাহটোৱেই হুঁচৰিৰ মাধ্যমত ৰং-ধেমালি চলি থাকিবলৈ ল'লে। এফালে কালক্ৰমত গাঁও একোখনত পৰিয়ালৰ সংখ্যা বৃদ্ধি আৰু আনফালে এঘৰো বাদ নপৰাকৈ হুঁচৰি মৰাৰ ৰীতি মানি চলিবৰ প্ৰয়াসৰ বাবেই ষাঠিৰ পৰা আশীৰ দশকৰ শেষলৈকে বহুতো গাঁৱত ব'হাগৰ ভালেমান দিনলৈকে হুঁচৰি চলিছিল। আনহাতে বৰ্তমান ঠায়ে ঠায়ে ব'হাগ মাহ চেৰাই গৈ জেঠতো বিহুতলী অনুষ্ঠিত হয়।

মনকৰিবলগীয়া যে, তাহানি ব'হাগ বিহুৰ নাচ-গান আৰম্ভ হৈছিল চ'ত সোমোৱাৰ পৰাই আৰু শেষ হৈছিল ব'হাগৰ ষষ্ঠ দিনত। তাৰ পিছতে কৃষিজীৱী পৰিয়ালে কৃষি কৰ্মত লাগিব লাগে। বৰদৈচিলাই কোমল কৰা মাটিত হাল জুৰিবৰ সময়। এতিয়া পিছে সেই ৰামো নাই অযোধ্যাও নাই। বিহুও কৃষিজীৱীৰ পৰা দিনক দিনে আঁতৰি গৈ আনৰ বুকুৰ উমহে লৈছেগৈ।

**ব'হাগ বিহুৰ লোকাচাৰ**

অন্য দুটা বিহুৰ তুলনাত ব'হাগ বিহুৰ লোকাচাৰ, খেল-ধেমালি আৰু ৰং-ৰহইচ সৰহ। ইতিপূৰ্বে উল্লেখ কৰি অহা প্ৰক্ৰিয়াৰে সংগ্ৰহ কৰিব পৰা লোকাচাৰখিনিৰ চমু আভাস তলত দাঙি ধৰা হৈছে। উল্লিখিত সকলোখিনি লোকাচাৰ আৰু খেল-ধেমালি সকলো ঠাইতে প্ৰচলিত নহ'ব পাৰে। আমি বৰ্ণনা কৰাতকৈ লোকাচাৰ একোটা ঠাইভেদে দুই-এক কথাত কিছু পৰিমাণে ভিন্ন হোৱাটোও অস্বাভাৱিক নহয়।

**ক) গৰু চাট মৰা**

গৰু বিহুদিনাখন কৃষিজীৱী পৰিয়ালৰ সকলোৱে কাহিলী পুৱাতে শোৱাপাটী এৰে। পুৰুষ সদস্যবোৰে পৱিত্ৰ ভাবেৰে হৰিক চিন্তি সেৱা এটি ধৰি লৈ হালধি, বেঙেনা, কেৰেলা, জাতিলাও, তিঁয়হ আদি চকলা চকলকৈ কুটি লৈ আগদিনাই প্ৰস্তুত কৰি ৰখা চাটত মালা গঁথাদি গঁথাত ব্যস্ত হৈ পৰে। এহাতমান দীঘল আৰু এক-দেৰ ইঞ্চি বহলৰ এমূৰে গাঁঠি থকা কেঁচা বাঁহ একোডোখৰৰ গাঁঠি থকা মূৰৰ তিনি-চাৰি আঙুলমান নফলাকৈ ৰাখি বাকী অংশ ফালি চাঁচি দুই, তিনি নাইবা পাঁচদলীয়া শলা কৰি চাট তৈয়াৰ কৰা হয়। উল্লেখনীয় যে বাঁহৰ এই সঁজুলিক চাট বোলাৰ উপৰি সঁজুলিটোত লাও, বেঙেনাদি গাঁথি লোৱা পাচলিবোৰকো চাট বোলে।

পুৰুষসকলে চাট তৈয়াৰ কৰি থাকোঁতেই জীয়ৰী-বোৱাৰীয়ে ঘৰ-চোতাল, গোহালি সাৰি লৈ গৰুৰ গাত ঘঁহিবৰ বাবে মাহ-হালধি খুন্দাত আৰু জুইত পুৰি বৰথেকেৰা সিজোৱাত লাগি যায়।

ডলা এখনৰ ওপৰত আগলি কলাপাত পাৰি নাইবা কলপতুৱা অথবা তামোলৰ ঢকুৱাত চাটখিনি, তামোল-পাণ এযোৰ আৰু খুন্দা মাহ-হালধিখিনি আৰু পোৰা বৰথেকেৰা ৰাখি গৃহস্থই সেৱা জনায়। তাৰ পাছত ভক্তিভাবেৰে গোহালিৰ গৰু-গাইৰ কপাল আৰু গাত খুন্দা মাহ-হালধিৰ লগত পোৰা বৰথেকেৰা মিহলি কৰি ঘঁহে; শিঙত তেল মিহলোৱা হালধি সানে আৰু গোহালিৰ খুঁটাত মাখিয়তি আৰু দীঘলতিৰ ডাল-পাতে বান্ধে। সেইখিনি কৰি উঠি পুৰুষসকলে মাখিয়তি আৰু দীঘলতি গছৰ ডাল-পাতেৰে গৰু-গাইবোৰক কোমলকৈ কোবাই মেলি নৈ, বিল অথবা পুখুৰীলৈ গা ধুৱাবলৈ লৈ যায়। মাখিয়তি আৰু দীঘলতি গছৰ ডাল-পাতেৰে সিদিনাখন কোবালে গৰুৰ ওপৰত ম'হ, ডাঁহ, মাখি আদিৰ উপদ্ৰৱ বছৰটোলৈ কম হয় বুলি লোকবিশ্বাস আছে। সেয়েহে কোবাওঁতে গোৱা হয় —

"দীঘলতী দীঘল পাত,<br>
মাখি মাৰোঁ জাত জাত;<br>
মাৰ সৰু, বাপেৰ সৰু,<br>
তই হ'বি বৰ গৰু।"

কোনো কোনো ঠাইত মাখিয়তি-দীঘলতিৰ উপৰি নৰসিংহ আৰু ধঁপাততিতা অথবা গড়মাৰা ভোটোৰা গছৰ ডাল-পাতো ব্যৱহাৰ কৰে বুলি জনা যায়। সেইদৰে কিছুমান ঠাইত গৰুৰ গাত ঘঁহিবৰ বাবে পোৱা বৰথেকেৰা ব্যৱহাৰৰ প্ৰচলন নাই।

নৈ, জান, জুৰি, বিল অথবা পুখুৰীত নোৱাই-ধুৱাই গৰুবোৰক পাৰলৈ আনি চাটৰ লাও, বেঙেনা, কেৰেলা আদিবোৰ গাত চাতি মাৰি মাৰি গায় –

"লাও খা বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা;<br>
মাৰ সৰু বাপেৰ সৰু, তই হ'বি বৰ গৰু।"

গৰুৰ গাত চাট মৰাৰ পিছত পৰি থকা লাও, বেঙেনা, কেৰেলা আদিৰ টুকুৰা সংগ্ৰহ কৰাত ৰাইজ ব্যস্ত হৈ পৰে। সাধাৰণতঃ চাট একোডালত গাঁথি লোৱা সকলোখিনি লাও-বেঙেনাদিৰ টুকুৰা গৰু বা মানুহৰ গাত নামাৰি কিছুমান টুকুৰা থাকিবলৈ দিয়ে; অন্ততঃ এডাল চাটত কিছুসংখ্যক টুকুৰা ৰখাতো নিয়ম। চাট মৰাৰ শেষত তেনে চাট একোডাল মাটিত গুজি আগটো মোটোকাই পেলোৱাৰ নিয়ম।

গৰুক গা ধুওৱা আৰু চাট মৰা কামখিনি এডোখৰ নিৰ্দিষ্ট ঠাইত বহুতো গঞা লগ হৈ সমূহীয়াকৈ কৰে বাবে এক উৎসৱমুখৰ পৰিৱেশৰ সৃষ্টি হয়। গৰুৰ গাত চাট মৰাৰ উপৰি ইজনে সিজনৰ গালৈকে চাট মাৰিও স্ফূৰ্তি-তামাচা কৰে। তাৰোপৰি ইজনে সিজনে চাট একো-একোডাল সলোৱাৰো নিয়ম। এনে চাটত নুলিওৱাকৈ বৈ যোৱা

লাও-বেঙেনাদিনৰ টুকুৰা অৱশ্যেই থাকিব লাগে। এইদৰে গৰু গা-ধুৱাওঁতেই ৰঙালী বিহুৰ ৰং-ধেমালিৰ শুভাৰম্ভ ঘটে; চেনেহ-শ্ৰদ্ধাৰ আদান-প্ৰদানৰ অমিয়া ধাৰাই সেঁত ববলৈ ধৰে।

তাৰ পাছত ৰাইজে গাত মাহ-হালধি আৰু পোৰা ৰৰথেকেৰা ঘঁহি নৈ, জান, জুৰি আদিতে গা ধুই ঘৰমুৱা হয়। কিছুমান ঠাইত অৱশ্যে সিদিনা মাহ-হালধিৰে গা নোধে বে। ঘৰ পোৱাৰ লগে লগে এডাল বা ততোধিক চাট পৱিত্ৰ ভাবেৰে সাধাৰণতঃ গোহালিৰ চালত গোজা মাৰি সংৰক্ষণ কৰি ৰখা হয়। এই ৰীতি গৰুৰ লগতে মানুহৰো ৰোগ-ব্যাধি নাশৰ সহায়ক বুলি থকা লোকবিশ্বাসৰ ওপৰত আধাৰিত। গোহালিৰ চালৰ উপৰি কোনো কোনোৱে ঘৰৰ চালতো একে উদেশ্যেৰে চাট গুজি ৰাখে ।

বিহুত গৰুক কোবোৱা দীঘলতি, মাখিয়তি আদিৰ ডাল-পাতকো অসমীয়া লোকে পৱিত্ৰ আৰু ৰোগ-ব্যাধিনাশক বুলি বিশ্বাস কৰি আহিছে। এই বিশ্বাসৰ আধাৰতে সিবিলাক য'তে তত্‌তে পেলাই নিদি ভক্তিভাবেৰে পথাৰত নাইবা গোহালিৰ চুকে কোণে গুজি থয়।

**খ) সেৱা-সৎকাৰ, মৰম-চেনেহ আৰু উপহাৰ আদান-প্ৰদান**

গৰু চাট মাৰি ঘৰলৈ ঘূৰি আহোঁতেই কোনো কোনোৱে থান-নামঘৰত বিহু সেৱা জনাই আহে। ঘৰলৈ আহি চাট সংৰক্ষিত কৰাৰ পিছতে কোনো কোনোৱে গা ধোৱে। কোনোৱে নৈ আদিত ধুই অহা বাবে পুনৰ নোধোৱে। লেতেৰা ঠাইৰে আহি লগীয়া হ'লে নাইবা গৰুক গা ধুউৱা ঠাইৰ পানী অপৰিষ্কাৰ হ'লে ঘৰলৈ আহি অৱশ্যেই গা ধোৱে। তাৰপাছত নামঘৰ-গোসাঁইঘৰত সেৱা লোৱাৰ নিয়ম। তাৰপিছত ঘৰ বা বংশ পৰিয়ালৰ সৰুৱে ডাঙৰক সেৱা জনোৱাৰ পৰম্পৰা চলি আহিছে।

সৰুৱে ডাঙৰক সেৱা জনাওঁতেই ভক্তিসহকাৰে নৱবৰ্ষৰ উপহাৰো আগবঢ়ায় আৰু ডাঙৰে সৰুক আশীৰ্বাদ দিয়াৰ উপৰি পৰাপক্ষত প্ৰীতি উপহাৰ দিয়ে। বহাগ বিহুত বন্ধু-বান্ধৱী, প্ৰেমিক-প্ৰেমিকা আৰু পতি-পত্নীৰ মাজত প্ৰেম-প্ৰীতি আৰু উপহাৰ আদান-প্ৰদান হোৱাটোও লেখতল'বলগীয়া পৰম্পৰা। পৰাপক্ষত গঞা-জ্ঞাতিকো ও চৰ আৰু গোট হিচাপে সেৱা-সৎকাৰ জনোৱা হয়। বিহুগীততো এই কথাৰ সম্ভেদ পোৱা যায়; 'গৰু বিহুৰ দিনাখন বস্ত্ৰ দান কৰিবা তেহে পাবা বৈকুণ্ঠত ঠাই'। গৰু বিহুৰ দিনাখনেই সকলোকে সেৱা আৰু উপহাৰ প্ৰদান কৰিব লাগিবই বুলি অৱশ্যে কোনো কথা নাই। সাধাৰণতে গৰু বিহুৰ দিনা বংশ-পৰিয়ালখিনি, মানুহৰ বিহুৰ দিনা বাকী থাওকতে পোৱাখিনি আৰু তাৰ পাছত দূৰৈত থকাখিনিৰ মাজত শ্ৰদ্ধা-ভক্তি, চেনেহ-উপহাৰৰ আদান-প্ৰদান চলে।

বেছিভাগ উৎৰসতে মান-সন্মান, প্ৰেম-প্ৰীতি আৰু উপহাৰৰ আদান-প্ৰদানৰ লোকাচাৰ আছে। মাঘৰ বিহুতো জ্যেষ্ঠজন আৰু গঞা-জ্ঞাতিক সেৱা-সৎকাৰ কৰাৰ কথা উনুকিয়াই অহা হৈছে। কেইটিমান দিশত অৱশ্যে আমাৰ ৰঙালী বিহুৰ ইবিলাকৰ আদান-প্ৰদানত

বৈশিষ্ট্য আছে; ইয়াৰে এটা হ'ল প্ৰীতি উপহাৰ হিচাপে শিপিনীয়ে নিজ হাতে বোৱা বিহুৱানৰ ব্যৱহাৰ, বিশেষকৈ প্ৰেমিকাই প্ৰেমিকক, পত্নীয়ে পতিক, বায়েক-ভনীয়েকে ককায়েক-ভায়েকক আৰু বোৱেকে দেওৰক ৰঙালী বিহু উপলক্ষে বিহুৱান এখন দিয়াটো এক বিশিষ্ট পৰম্পৰাগত ৰীতি বুলিব পাৰি। বোৱাৰীয়ে শহুৰ-শাহু আৰু অন্য বয়সীয়াল জ্যেষ্ঠ সম্বন্ধীয়জনক বিহুৱান দিয়াতকৈ চেলেং চাদৰ নাইবা থনীয়া কাপোৰ দিয়াটো অধিক গাম্ভীৰ্যপূৰ্ণ বুলি অভিজ্ঞ দুই-চাৰিয়ে কয়। এনেদৰে মাননীয়জনক বিহুৰ সেৱা ধৰোঁতে বটাত থুৰীয়া তামোল এখন নাইবা তামোল-পাণ এযোৰৰ সৈতে উপহাৰ ৰাখি ভক্তিসহকাৰে দিয়া হয় আৰু তেতিয়া লওঁতাই অৱশ্যেই নৱবৰ্ষৰ আশীৰ্বাদ দিয়ে। অন্যহাতে আৰ্জন কৰিব পৰা ভায়েক-ককায়েকে বায়েক-ভনীয়েকক, দেওৰেকে বৌয়েকক, পতিয়ে পত্নীক, প্ৰেমিকে প্ৰেমিকাক বিহু বুলি কাপোৰ আৰু প্ৰসাধন সামগ্ৰী আদিৰ উপহাৰ দিয়াৰ পৰম্পৰা চলি আহিছে। ব'হাগৰ বিহুত প্ৰেমিকে প্ৰেমিকাক, পতিয়ে পত্নীক প্ৰীতি উপহাৰ হিচাবে কপৌফুল দিয়াটোও এক বিশিষ্ট লোকাচাৰেই বুলিব পাৰি। সাজ-পোচাকেও এই বিহুৰ উপহাৰ হিচাবে বিশেষ গুৰুত্ব লাভ কৰে। কাৰণ অসমীয়া মতে ব'হাগৰ বিহুত বছৰৰ আৰম্ভণি হয় বাবে নৱবৰ্ষ উপলক্ষে নতুন সাজ পিন্ধাটো আৰু নতুন কাপোৰ উপহাৰ দিয়াটো এক ৰীতি বুলিবই পাৰি।

**গ) মাতৃ সেৱা**

গৰু বিহু দিনাখন সন্তানে মাতৃক সেৱা ধৰে আৰু মাকে বিচনীৰে শীতল বা দি আশীৰ্বাদ দিয়ে। সিদিনাৰ পৰাহে বছৰটোৰ বাবে বিচনীৰ ব্যৱহাৰ কৰাটো নিয়ম। এনেদৰে মাকে বিচনীৰে বা দিলে বছৰটোলৈ দেহ-মন জুৰ পৰি থাকে বুলি কৰা বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত এই ৰীতি। ই অৱশ্যেই মাতৃৰ প্ৰতি শ্ৰদ্ধা-ভক্তি নিবেদনৰ, মাতৃ স্নেহৰ মহিমা উপলব্ধিকৰণৰ আৰু মাতৃৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশৰ এক অতুলনীয় উৎসৱভিত্তিক লোকাচাৰ। কিছুমান ঠাইত মানুহ বিহুৰ দিনাহে এই লোকাচাৰ পালন কৰে।

**ঘ) নৱবস্ত্ৰ পৰিধান**

গৰু বিহুৰ দিনা গা ধুই উঠি নামঘৰ-গোসাঁইঘৰত সেৱা জনাই লৈ নৱবস্ত্ৰ পৰিধান কৰা পৰম্পৰা চলি আহিছে। কোনোৱে পিছে নৱবৰ্ষৰ আৰম্ভণি হিচাবে মানুহৰ বিহুৰ দিনাহে নতুন কাপোৰ পিন্ধিব লাগে বুলি কয়। ধন থকাসকলে আকৌ দুয়োদিনাই নতুন কাপোৰেই পিন্ধে। অন্য নহ'লেও বিহু বুলি নতুন বিহুৱান এখন ল'বলৈ নেপালে যিকোনো অসমীয়া ডেকাৰে মন উদাস হয়।

**ঙ) তিতা খোৱা**

ব'হাগৰ প্ৰথম দিনা খালী পেটত তিতা খোৱাৰ নিয়ম। ই নানা ৰোগ-ব্যাধি বিশেষকৈ পেটৰ আৰু চৰ্মৰোগ প্ৰতিষেধক বুলি জনবিশ্বাস আছে। তিতা বস্তু হিচাবে তিতা স্বাদযুক্ত পাত, ফুল, ফলৰ এবিধ বা ততোধিক কেঁচাকৈ খায়। মহানিমৰ পাত নাইবা ফুল তিতাফুল, ভেকুৰি তিতা, হেলেচী, ভেদাইতিতা, শোকোতা আৰু আমৰ কোঁহ

একেলগে পিহি খোৱাটো উত্তম বুলি অভিজ্ঞসকলে কয়। আভাময়ী দেৱীয়ে অন্য এক মিশ্ৰণ খোৱাৰ অভিজ্ঞতাৰ কথাও লিখিছে – "মাহ-হালধি সানি গা ধুই অহাৰ পাছত মাইঁতে গোটাই থোৱা কঁঠালৰ মুচি, আমৰ মলি, কেঁচা মচুৰ মাহৰ সৈতে নিমপাত অকণ খাই ডাঙৰ সকলোকে বিহুৰ সেৱা জনাওঁ।" (প্ৰিয় সখী, এপ্ৰিল ২০০৫, পৃ: ৯)

চ) আবেলি গৰুক পৰিচৰ্যা

গৰু বিহুৰ দিনা আবেলি পৰতে অৰ্থাৎ গৰু ঘৰলৈ অহাৰ আগতেই গোহালি আৰু চোতাল সাৰি-পুচি চাফ-চিকুণ কৰি ৰাখে। গৰু আহি পোৱাৰ লগে লগে সিহঁতৰ ভৰি ধুৱাই নতুন গামোচাৰে মচে। কোনো কোনো ঠাইত বিচনীৰে বিচাৰ নিয়মো প্ৰচলিত। তাৰ পাছত মাহ-হালধি ঘঁহি থোৱা নতুন পঘাৰে গৰু বন্ধা হয়। এই নতুন পঘা তৰাৰ হোৱাটো নিয়ম; তৰাৰ পঘা যোগাৰ নহ'লে মৰাপাটৰ পঘাত তৰাৰ আঁহ মিহলাই লোৱা হয়। আকৌ এই পঘা ন-গুণীয়া হ'ব লাগে হেনো। পঘাৰে বন্ধাৰ পাছতে গৰুবোৰক লাওপিঠা খুৱায়। লাও পিঠা প্ৰস্তুত কৰা হয় কেঁচা পিঠাগুৰি, গুড় আৰু মিহিকৈ ৰোকা লাওৰে। কোনো কোনো ঠাইত পিছে লাও নিদি কেঁচা পিঠা আৰু গুড় মিহলাই লাডু কৰিও খুৱায়। গোহালিৰ কাষত, চোতালত আৰু পদূলিৰ মূৰত জুইৰ জাগ দি ধোঁৱা দিয়া হয়। সেই জাগত ধানৰ তুঁহ, ধানখেৰ, চাটৰ হালধি, বেঙেনা আদিৰ কেইটুকুৰামান দিয়াৰ উপৰি ঔষধি গছৰ ডাল-পাত দিয়ে। এনে ঔষধি গছৰ ব্যৱহাৰ ঠাইভেদে ভিন্ন। অন্যভাৱে ক'বলৈ হ'লে যি ঠাইত যিবিলাক এনে জাতীয় ঔষধি গছ থাকে তাৰে গোটাচেৰেক দিয়ে। এনে ঔষধি গছৰ ভিতৰত মাখিয়তি, দীঘলতি, বিহলঙনি, পুলি কাঁইট (বগা ফুল ফুলা কাঁইটীয়া চাপৰ গছ), ধঁতুৰা আদিৰ ব্যৱহাৰৰ কথা জনা যায়। গৰুৰ ওপৰত বছৰটোলৈ ম'হ, ডাঁহ, মাখি আদিৰ উপদ্ৰৱ কম হয় বুলি থকা লোকবিশ্বাসৰ আধাৰতে এনেদৰে জাগ দিয়াৰ লোকাচাৰৰ প্ৰচলন হৈ আহিছে।

উল্লেখনীয় যে অন্যদিনত নহ'লেও উৰুকা আৰু গৰু বিহুৰ দুদিন ঘৰৰ সকলো গৰুক বিচাৰ-খোচাৰ কৰি গোহালিলৈ অনা হয় যাতে পৰিচৰ্যাখিনিৰ পৰা এটিও বাদ নপৰে। দুয়োদিনেই গৰুক মাখিয়তি, দীঘলতিৰ ডাল-পাতেৰেহে কোবোৱা হয়। এচাৰি ব্যৱহাৰ নকৰে। কোনো অঞ্চলত ব'হাগৰ ছদিনলৈ গৰুৰ গাত বাঁহৰ এচাৰি লগোৱা নহয়, মাখিয়তি আৰু দীঘলতিহে ব্যৱহাৰ কৰা নিয়ম প্ৰচলিত।

ছ) শাক খোৱা

ব'হাগৰ বিহুত ঔষধি শাক খোৱাৰ পৰম্পৰা অসমৰ প্ৰায় সকলো ঠাইতে প্ৰচলিত। এই লোকাচাৰ ৰোগ-ব্যাধি প্ৰতিষেধক আৰু বছৰটোলৈ শৰীৰত বল-শক্তি অটুত থাকে বুলি থকা লোকবিশ্বাসৰ আধাৰত প্ৰতিষ্ঠিত। অৱশ্যে এই ক্ষেত্ৰত অঞ্চলভেদে কেইবাটাও ৰীতি চলি আহিছে। কাকত-আলোচনীতত প্ৰকাশিত কিছুসংখ্যক প্ৰবন্ধৰ সহায়ত কেইটামান ৰীতি-নীতিৰ তথ্য দাঙি ধৰোঁহক।

গৰু বিহুৰ দিনাখনৰ সন্ধ্যা সাঁজত নিৰ্বাচিত এশ এবিধ শাকৰ আঞ্জা নাইবা ভাজি খোৱাটো নিয়ম। নৱজ্যোতি বৰুৱাই প্ৰান্তিকৰ পাতত (প্ৰান্তিক, ১ এপ্ৰিল, ২০০৫ পৃ: ৩১) এই এশ এবিধ শাকৰ তালিকা এখন প্ৰকাশ কৰিছে আৰু তাৰে কেইবাবিধৰো পৰিচয়মূলক বৰ্ণনাও দাঙি ধৰিছে। হেমেন চন্দ্ৰ হাজৰিকায়ো তালিকা এখন প্ৰকাশ কৰিছে 'বৰদৈচিলা'ত প্ৰকাশিত এক প্ৰবন্ধত (বৰদৈচিলা, ১৯২৭ শক, পৃ: ২৫)

এই দুয়োখন তালিকা লক্ষ্য কৰিলে দেখা যায় যে এখনত থকা গোটাচেৰেক শাক আনখনত নাই। দুয়োখনতে উল্লিখিত শাকবোৰ ধৰিলে মুঠ ১১৭ বিধ শাকৰ নাম পোৱা যায়। ইয়াৰ পৰা ধাৰণা কৰিব পাৰি যে এশ এবিধতকৈও অধিক শাকৰ ভিতৰত অঞ্চলভেদে পোৱাৰ সুবিধা অনুযায়ী এশ এবিধ শাক গোটোৱাৰ সুযোগ আছে। এই ভাববোধত আমি উপৰিউক্ত তালিকা দুখনৰ সকলোবিধ শাকৰ নাম উল্লেখ কৰিছোঁ ঃ ১) লাই ২) চীনা লাই ৩) লফা ৪) চুতীয়া লফা ৫) পালেং ৬) চুকা ৭) ধনীয়া ৮) বঙালী ধনীয়া ৯) পদিনা ১০) বনজালুঁক ১১) বন তুলসী ১২) বন খুতৰা ১৩) মালভোগ খুতৰা ১৪) হাতী খুতৰা ১৫) হাতী ভেকুৰী ১৬) ভাতকেৰেলা ১৭) তিতা কেৰেলা ১৮) টাটি কেৰেলা ১৯) কেৰেলালতি ২০) লাচকচি ২১) টুবুকীলতা ২২) নৰসিংহ ২৩) ব্ৰাহ্মী ২৪) সৰু পুঁৰৈ ২৫) জিলমিল ২৬) মৰলীয়া ২৭) ল-বৰুৱা ২৮) কাউৰী ঠেঙীয়া ২৯) টিকনি বৰুৱা ৩০) ভেকুৰী ৩১) ভতুৱা ৩২) বিট ৩৩) বাবৰি ৩৪) হাঁচিয়তি ৩৫) চেপাই ৩৬) পনৌনোৱা ৩৭) মিঠামৰা ৩৮) মাঠুকঠুকা ৩৯) গাজৰ ৪০) মূলা ৪১) ঢেৰুৱা ৪২) নলটেঙা ৪৩) সৰু টেঙেচী ৪৪) বৰটেঙেচী ৪৫) মেটমেটী ৫১) কপৌঢেকীয়া ৫২) বিহলঙনি ৫৩) পচলা ৫৪) দুপৰটেঙা ৫৫) ভেদাইলতা ৫৬) ভেবেলীলতা ৫৭) তেলীকচু ৫৮) শিলকচু ৫৯) ওলকচু ৬০) দহিকচু ৬১) পানীকচু ৬২) এদলীয়া কচু ৬৩) বালি বাবৰি ৬৪) সৰু মানিমুনি ৬৫) বৰ মানিমুনি ৬৬) টংলতি ৬৭) কেঁহেৰাজ ৬৮) মছন্দৰী ৬৯) লেহেতী ৭০) বাঘ আঁচোৰা ৭১) কটাৰী ডবুৱা ৭২) উৰহী ৭৩) বৰ উৰহী ৭৪) মেচাকিমেজেঙা ৭৫) তিতামৰা ৭৬) চেংমৰা ৭৮) পাতিসোদা ৭৯) ঔটেঙা ৮০) তৰাগজালি ৮১) কাঠআলু ৮২) শুকলতি ৮৩) মালভোগবন ৮৪) ৰঙা পুঁৰৈ ৮৫) বৰপুঁৰৈ ৮৬) মাটিকাঁদুৰী ৮৭) তিতাফুল ৮৮) মহানিম ৮৯) বৰবিলাহী ৯০) কণবিলাহী ৯১) অগৰা ৯২) নেফাফু ৯৩) মেদেলুৱা ৯৪) কলমৌ ৯৫) বৰ বেঙেনা ৯৬) খৰুৱা বেঙেনা ৯৭) কোটাহি বেঙেনা ৯৮) মধুসোলেং ৯৯) ৰঙালাও ১০০) জাতিলাও ১০১) মনোৱা ১০২) ভীমৰাজ বন ১০৩) খৰবৰি ১০৪) ভোমলতি ১০৫) ভাতমেটেকা ১০৬) তিতাবাহক ১০৭) ধঁপাততিতা ১০৮) মজ ১০৯) মদাৰ ১১০) মধুৰি ১১১) জেতুলীপকা ১১২) দুবৰি ১১৩) বৰচা বন ১১৪) নীলকণ্ঠ ১১৫) জালুক ১১৬) তেতেলী ১১৭) বৰ্হমথুৰি ১১৮) ফুটকলা ১১৯) বনতিঁয়হ আৰু ১২০) বেতগাজ।

আনন্দ চন্দ্ৰ দত্তদেৱে অসমীয়া সমাজত ব'হাগ বিহুত সাতদিনত সাত শাক, চৈধ্য দিনত চৈধ্য শাক আৰু ব'হাগ মাহটোৰ ভিতৰত এশবিধ শাক খোৱাৰ নিয়ম প্ৰচলিত আছিল বুলি লিখিছে। একেটা প্ৰবন্ধতে তেখেতে লিখিছে "প্ৰবাদ আছে ব'হাগৰ প্ৰথম দিনা কঁঠালৰ মুচি খালে বছৰটোলৈ জহনী আৰু গ্ৰহণী ৰোগ নহয়।" (প্ৰান্তিক, ১৬ এপ্ৰিল, ২০০৫ পৃ: ৩১)।

নৃপেন কলিতাই ২০০৫ চনৰ ১৬ এপ্ৰিল সংখ্যা 'প্ৰান্তিক'ত এই বিহুত শাকখোৱাৰ সন্দৰ্ভত ভালেমান তথ্য দাঙি ধৰিছে। "ব'হাগ বিহুত সাতশাকী খোৱাৰ নিয়ম পৰম্পৰাগতভাৱে সমগ্ৰ অসমতে প্ৰচলিত। কোনোৱে গৰু বিহুৰ দিনা, কোনোৱে মানুহ বিহুৰ দিনা নাইবা কোনোৱে সাত বিহুৰ দিনা সাতশাকী খায়। এই শাক তোলাৰ সৈতে অসমীয়া গীত জড়িত হৈ আছে।" একেটা প্ৰবন্ধতে তেখেতে আৰু লিখিছে এনেদৰে - "শাক' শব্দৰ আভিধানিক অৰ্থ হ'ল, আঞ্জা ৰান্ধি খোৱা তৃণ। মানুহে সিজাই খোৱা বা কেঁচাই খোৱা ডাল-পাত, ফুল আদি মাত্ৰেই শাক। সাতশাকী মানে যদিও আমি ধৰি লওঁ যে সাত বিহুৰ ভিতৰত খাবলগীয়া সাতোবিধ শাক, কিন্তু প্ৰকৃতাৰ্থত গ্ৰামাঞ্চলত প্ৰচলিত প্ৰথা অনুযায়ী হেলেচী, টেঙেচী, দোৰোণ শাক, বৰ মানিমুনি, সৰু মানিমুনি, হাঁহঠেঙীয়া, মৰলীয়া বা ঠোটনি, ঢেঁকীয়া, খুতৰা, ব্ৰাহ্মী, পদিনা, ভতুৱা বা জিলমিল, লাওৰ আগ, লাওৰ ফুল, মৰিচা, কচুৰ থোৰ আদি প্ৰায় সাতশবিধ তৃণৰেই দৰকাৰ।"

ধ্ৰুৱকুমাৰ তালুকদাৰে "বৰপেটাৰ ব'হাগ - বিহুৰ সত্ৰীয়া পৰম্পৰা আৰু লৌকিক আচাৰ" শীৰ্ষক প্ৰবন্ধ এটাত বৰপেটা অঞ্চলত সাতশাকী খোৱাৰ পৰম্পৰাৰ বিষয়ে এনেদৰে লিখিছে ঃ "তিৰোতাবোৰে দলবান্ধি ৰাতিপুৱাৰ ভাগতে ওচৰৰ পথাৰলৈ গৈ সাতবিধমান শাক তুলি আনে। ইয়াক সাতশাক বা সাতশেক বা সাথেক বুলি কোৱা হয়। এই সাতবিধ শাক আচলতে সাতবিধ ঔষধি গছৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সমষ্টিহে। শাকৰ উপৰি ইয়াৰ লগত নলৰ গাজ, বাঁহৰ গাজ, আমৰ কৰ (কলি) বেতৰ গাজ আদি থাকে। ... সিদিনা (ব'হাগৰ প্ৰথম দিনা) ৰাতিৰ ভাতসাজ 'সাতশেক' আৰু 'জাল'ৰে (অধিক জলকীয়াৰে ৰন্ধা) আঞ্জাৰে খোৱাৰ নিয়ম। এই জালৰ আঞ্জা মাছ বা মাংস বা কণীৰে ৰন্ধা হয়। শুনা যায় পূৰ্বতে এই জালৰ আঞ্জাখন কিছুমান ঔষধি গছৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশ মিহলাই জুলা কৰা হৈছিল।"

**জ) লাইজাবৰি পাতৰ ভাপ লোৱা**

গৰু বিহুৰ দিনা লাইজাবৰিৰ পাত পাতত দি তাৰ গৰম ভাপ শুঙাৰ নিয়ম। এনে কৰিলে বছৰটোলৈ মুৰৰ বিষ আৰু নাকৰ সাধাৰণ অসুখৰ পৰা হাত সাৰি থাকিব পাৰি বুলি কয়।

**ঝ) চাটৰ আঞ্জা খোৱা**

গৰু বিহু দিনাখনৰ সন্ধ্যা গৰুৰ গাত মৰাৰ পিছত বুটলি অনা চাটৰ লাও, ৰেঙেনা, কেৰেলা আদিত কণী ভাঙি কৰা ব্যঞ্জন উপভোগ কৰাটো উজনি অসমত প্ৰচলিত এক

নিয়ম বুলিবই পাৰি। কোনো কোনোৱে চাটৰ নৈবেদ্য কণীৰ লগত নাৰান্ধি অন্য পাচলিৰ লগত নাইবা এশ এবিধ শাকৰ লগত মিহলায়ো খায়। চাটৰ নৈবেদ্যই ৰোগ নাশ কৰে বুলি জনবিশ্বাস আছে।

**ঞ) আমৰলি পৰুৱাৰ টোপ খোৱা**

গৰু বিহু নাইবা মানুহ বিহুৰ দিনা আমৰলি পৰুৱাৰ টোপ কণীৰে সৈতে ভাজি খোৱাৰ এক ৰীতি উজনিৰ কোনো কোনো ঠাইত প্ৰচলিত। মূৰ কামোৰণি আৰু নাক-ডিঙিৰ অসুখৰ প্ৰতিষেধক ঔষধ বুলি কৰা লোকবিশ্বাসত আধাৰিত এই ৰীতি।

**ট) গোবৰেৰে ঘৰ মচা**

আজিৰ পৰা কিছুবছৰৰ আগলৈকে অসমৰ অধিকাংশ গাঁৱৰ অধিকাংশ ঘৰৰ বেৰ আৰু মজিয়া মাটিৰ আছিল। গৰু বিহু আৰু মানুহ বিহু দুয়োদিনৰ পুৱাই গোবৰ মাটিৰে ঘৰ মোচাৰ পৰম্পৰা চলি আহিছে। মাঘ বিহু আৰু কাতি বিহুটো অৱশ্যে গোবৰ মাটিৰে ঘৰ মচা নিয়ম। গোবৰ মাটিৰে ঘৰ মুচিলে মজিয়াত থিতাপি লোৱা কীট আৰু অন্য বীজাণু নাশ হয়। নাৰায়ণ চন্দ্ৰ দেৱগোস্বামীয়ে এই বিষয়ে এনেদৰে লিখিছে ঃ "নৰসিংহ পুৰাণত হৰিমন্দিৰত মাৰ্জন কৰোঁতে গোবৰ ব্যৱহাৰ কৰিবলৈ কৈছে আৰু তাৰ ফলৰ কথাও উল্লেখ কৰিছে। আমাৰ ঘৰুৱা ভাষাতো কয় যে গোবৰেৰে ঘৰ মুচিলে মাটিৰ এহাতলৈকে হেনো শুচি হয়, ওপৰৰটো কথাই নাই। অন্য দিনৰ কথা বাদ দিও বিহু সংক্ৰান্তি, পিতৃ শ্ৰাদ্ধ, অন্যান্য উৎসৱাদিত মাটিৰ লগত গোবৰ মিহলাই ঘৰ মোচা অপৰিহাৰ্য কাম। গৰু বিহু দিনা গোবৰেৰে ঘৰ মুচিবই লাগিব।"

**ঠ) গৰু চাটৰ হালধিৰে গা ধোৱা**

ব'হাগৰ প্ৰথম দিনা মাহ-হালধি বটি লৈ তাত মিঠাতেল মিহলাই গা ধোৱাৰ নিয়ম। ই চৰ্মৰোগ প্ৰতিষেধক আৰু নিৰাময়ক হোৱাৰ উপৰি গা-মুখৰ ছালৰ জেউতি চৰায়। কিছুমান ঠাইত মাহ-হালধিৰ উপৰি পোৱা বৰথেকেৰা ব্যৱহাৰ,কৰে। পোৱা বৰথেকেৰাই চুলিৰ উফি নিৰ্মূল কৰে বুলি কয়।

**ড) জেতুকা লগোৱা**

গৰু বিহুৰ দিনা আবেলিৰ পৰা জীয়ৰী-বোৱাৰী জেতুকা লগোৱাত ব্যস্ত হৈ পৰে। বয়সীয়ালসকলে সাধাৰণতে ভৰিৰ বুঢ়া আঙুলিৰ নখত জেতুকা লয়। জীয়ৰী-বোৱাৰীয়ে হাতৰ তলুৱা আৰু হাত-ভৰিৰ আঙুলিৰ নখত লয়। পুৰুষে জেতুকা লগাব নেলাগে বুলি কিবা নিয়ম আছে যদি সেইটো আমাৰ অদ্যাপি জ্ঞাত নহয়। সৰুৰে পৰা বয়সস্থ পুৰুষসকলক জেতুকা লোৱা দেখি অহা নাই। সৰু ল'ৰাই লোৱা দেখি আহিছোঁ। মই পিছে দুই হাত আৰু দুই ভৰিৰ বুঢ়া আঙুলিৰ নখত সৰুৰে পৰা এই পৰ্যন্ত প্ৰতি বিহুতে জেতুকা লগাই আহিছোঁ। জেতুকা গছৰ কেইবাটাও সঁচ পোৱা যায়। কিছুমান সঁচৰ জেতুকা পাত লগালে ৰং সোনকালে ধৰে। বিভিন্ন সঁচৰ বিশেষ বিশেষত্ব কিবা আছে নেকি সেই বিষয়ক গৱেষণালব্ধ তথ্য পঢ়িবলৈ পোৱা নাই; তেনে গৱেষণা হৈছেনে নাই, বা হৈ আছেনে নাই নাজানো।

কিন্তু দুই-এক কোম্পানীয়ে নিজ স্বাৰ্থ সিদ্ধিৰ উদ্দেশ্যাৰে তেনে গৱেষণা কৰি আছে বুলি অহকাণে-পহকাণে শুনিবলৈ পোৱা যায়। সি যি নহওক, আমাৰ জীয়ৰী-বোৱাৰীসকলে সোনকালে ৰং ধৰা জেতুকা লগাবলৈ পচন্দ কৰে। কাৰণ কেইবাঘণ্টা ধৰি লগাই ৰাখিলেহে জেতুকাৰ ৰং ভালকৈ ধৰে। জেতুকা লগোৱাটো আনন্দদায়ক হোৱাৰ লগতে কিছু পৰিমাণে আমনিদায়কো।

আভাময়ী দেৱীয়ে ইতিপূৰ্বে উল্লিখিত প্ৰবন্ধত জেতুকা লোৱাৰ মনোৰম আৰু উপযোগী অভিজ্ঞতাৰ বৰ্ণনা দিছে এনেদৰে — "জেতুকা পাতৰ লগত পাণ, খেৰেজু টেঙা, ডালিম পাত আদি দিলে জেতুকাৰ ৰং ভাল হয়। দিনতে সকলোৰে গোটাই তাৰ বাবে পাতল ফটা কাপোৰ, কলপাত আদি যতনাই থোৱাও আছিল এটা কাম। পৰিয়াল-পৰিজন, ভাই-ভনীৰে একোখন ভৰা ঘৰ। ডাঙৰসকলে ভৰিৰ বুঢ়া আঙুলিত জেতুকা লয়। কেৱল চখ বুলি নহয়, জেতুকাৰ ঔষধি গুণো যথেষ্ট। ভৰিৰ বুঢ়া আঙুলিৰ লগত হেনো চকুৰ সম্পৰ্ক। চকুৰ বাবে ই বৰ উপকাৰী। নখত হোৱা নখচুকীয়াৰ বাবে ভাল বুলিও মাইঁতে কৈছিল। দুই হাতত জেতুকা বান্ধি একোটা মস্ত টোপোলাৰে যেতিয়া আমি শুবলৈ যাওঁহক তেতিয়া কি যে স্ফূৰ্তি! ক'ৰবাত খজুৱালেও খজুৱাব নোৱাৰি। ইটোৱে সিটোক টোপোলাৰে মোহাৰি দিয়ে।"

ঢ) চৰু নোজোৰা আৰু হাল নোবোৱা

গৰু বিহু আৰু মানুহ বিহু দুয়োদিনেই অসমীয়া মানুহে দিনৰ ভাগত চৰু নোজোৰে অৰ্থাৎ ভাত নাৰান্ধে বা নেখায়। অন্য দুয়োটা বিহুতো দোমাহীৰ দিনটোত দিনৰ সাঁজ ভাত নাখায়। বিভিন্ন জা-জলপান আদিৰে পেট ভৰি থাকে বাবে ভাত সাঁজৰ প্ৰয়োজনো বোধ নহয়। অন্যহাতে বিহুৰ অনেকটা যাৱতীয় কামৰ হেঁচা আৰু আনন্দ-উলাহৰ পৰিৱেশত হালখতি নকৰিলেই নোহোৱা অৱস্থা। সেয়ে হ'লেও পিছে এই লোকাচাৰ জ্যোতিষ বিজ্ঞানৰ তত্ত্বৰ ওপৰত আধাৰিত বুলি ভাবিবৰ থল আছে। আমাৰ তিনিওটা বিহু আৰম্ভ হোৱা সংক্ৰান্তিকেইটা জ্যোতিষ বিজ্ঞানৰ মতে বিশেষ গুৰুত্বপূৰ্ণ সময়। উল্লেখনীয় যে অন্য দিনত খাওক নাখাওক বিহুৰ দুদিনৰ জলপান ঘৰৰ সকলোৰে (জা-জলপান পৰিৱেশন কৰা জীয়ৰী-বোৱাৰীৰ বাদে) একেলগে বহি খোৱাৰ ৰীতি চলি আহিছে।

ণ) বৰ্ষচক্ৰ চোৱা আৰু নাহৰ পাতত মন্ত্ৰ লিখা

গৰু বিহুৰ দিনাখন পঞ্জিকাৰ সহায়ত বৰ্ষচক্ৰ চোৱাটো আৰু তাৰ পাছতে নাহৰ পাতত নিম্নলিখিত মন্ত্ৰফাঁকি লিখি ঘৰৰ প্ৰত্যেক কোঠা আৰু গোহালিঘৰৰ চালত ৰখাটো বহুত পৰিয়ালে পালি অহা এক বিশেষ লোকাচাৰ। এনে কৰিলে ধুমুহা-বতাহৰ পৰা ঘৰখন ৰক্ষা পৰে বুলি থকা বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত এই লোকাচাৰ।

"দেৱ দেৱ মহাদেৱ নীলগ্ৰীৱ জটাধৰ
বাত-বৃষ্টি হৰো দেৱ মহাদেৱ নমঃস্তুতে।

চণ্ডী চক্ৰী মহাবলী যোগিনী শূলধাৰিণী
ত্ৰত্য পঞ্চ মহাদেৱ বজ্ৰপাত নিবাৰণ।।"

**ত) শিলগুটি দলিওৱা**

ইলা দেৱী অধিকাৰীয়ে 'বৰপেটাৰ বিহু' প্ৰবন্ধত ব'হাগ বিহুত বৰপেটাত প্ৰচলিত এক বিশেষ লোকাচাৰৰ তথ্য দাঙি ধৰিছে ঃ "বৰপেটা সত্ৰত দোমাহীত পালন কৰা সত্ৰীয়া পৰম্পৰা আৰু লৌকিক আচাৰসমূহ নামনি অসমৰ ঠায়ে ঠায়ে আন আন সত্ৰতো পালিত হোৱা দেখা যায়। মাত্ৰ ব'হাগৰ এক তাৰিখ বৰ-দমহীৰ দিনা পুৱতি নিশা আৰু সন্ধিয়া শিশু-চেমনীয়াসকলে চুবুৰীৰ মানুহৰ ঘৰত দলিচপৰা বা শিলগুটি মৰাৰ প্ৰথাটোহে আন ঠাইত দেখা বা শুনা মনত নপৰে।" একেটা প্ৰবন্ধতে তেখেতে উল্লেখ কৰা অন্য এক তথ্যও এইখিনিতে উল্লেখ কৰি যাওঁ ঃ "অতীজত নামনি অসমত ব'হাগৰ দোমাহীত বিহু নৃত্য-গীত নাইবা বিহু ঢোলৰ প্ৰচলন নাছিল।" (প্ৰান্তিক, ১৬ এপ্ৰিল, ২০০৫, পৃ: ২৭)

**ব'হাগ বিহুৰ খেল-ধেমালি**

ৰঙালী বিহুৰ নৃত্য-গীতবিহীন ৰং-ধেমালিৰ অনুষ্ঠানৰ ভিতৰত কণী যুঁজ, কড়ী খেল আৰু শেন যুঁজ উল্লেখনীয়। অৱশ্যে ইয়াৰে শেন যুঁজ আহোম ৰাজত্ব কালতহে প্ৰচলিত আছিল বুলি জনা যায়।

গৰু বিহুৰ দিনা গৰুক গা ধুওৱা, সেৱা-সংকাৰ কৰা, জা-জলপান খোৱা আদি কাৰ্য সমাপন কৰাৰ পিছত আৰম্ভ হয় কণী যুঁজ। সাধাৰণতঃ গাঁও একোখন নাইবা অঞ্চল একোটাৰ এডোখৰ নিৰ্দিষ্ট ঠাইত অনুষ্ঠিত হয় এই কণী যুঁজৰ খেল। ল'ৰা, ডেকা, আদহীয়াসকল কণীৰ মোনা লৈ নিৰ্দিষ্ট ঠাইডোখৰত উপস্থিত হয়গৈ কণী যুঁজ খেলিবলৈ। 'তলীয়ে তলীয়ে', 'মূৰে-মূৰে', 'মূৰে-তলীয়ে', 'থাকে-মানে', 'সলাই লৈ' আদি বিভিন্ন চৰ্তত সাধাৰণতঃ দুজন আৰু কাচিৎ কেতিয়াবা দুটা দলৰ মাজত কণী যুঁজ হয়। দৰ কৰি চৰ্তত সন্মত হৈ কণী যুঁজাই বিপৰীত পক্ষক যুঁজত হৰুৱাই হৰা পক্ষৰ কণী হস্তগত কৰাটোতে নিহিত কণী যুঁজৰ মাদকতা। এই মাদকতাৰ আকৰ্ষণতে এই যুঁজত অধিক ৰাপ থকাসকলে যুঁজৰ উপযোগী কণী সংগ্ৰহত লাগি যায় চ'তৰ আৰম্ভণি অথবা তাতোতকৈয়ো কিছুদিন আগৰে পৰা। দাঁতত মাৰি, কড়ী মাৰি আৰু চকু-হাত প্ৰয়োগৰ বিশেষ কাইদাৰে কণীৰ টান-ঢিলা অৰ্থাৎ অন্য কণী ভাঙিব পৰা ক্ষমতা পৰীক্ষা কৰে পাকৈত খেলুৱৈয়ে। কণীৰ টান-ঢিলা আৰু গঢ়ৰ ভিত্তিত যুঁজাবৰ উপযোগী বুলি গণ্য কৰা কণীৰ কেইবাটাও ভাগ আছে ঃ শিলসৈয়া, পানীসৈয়া, বালিসৈয়া, ফুচুৰি আদি। ৰাপ থকাসকলে বিভিন্ন কাইদাৰে কণী একোটা অধিক টান কৰিবৰ বাবে, টান কণীক টান যেন নেদেখিবৰ বাবে আৰু ঢিলা কণীক টান যেন দেখিবৰ বাবে কিছুমান কায়দা-কৌশলো অৱলম্বন কৰে। উদাহৰণস্বৰূপে অধিক টান কৰিবলৈ কণী একোটা ভালেমান দিন বালিত পুতি থয়; ধোঁৱা চাঙত ৰাখি কণীৰ ৰং মুগা বৰণৰ কৰে; কণী একোটাত বিভিন্নভাৱে ৰং বোলায়; গোবৰত কেইদিনমান পুতি থৈ ফুচুৰি কণী একোটা দেখাত সৈয়া যেন কৰিবৰ যত্ন কৰে। সাধাৰণতে কণী যুঁজ

দুটা কণীৰ মাজত হয়; কিন্তু কেতিয়াবা একোটা সৈয়া কণীৰ বিপৰীতে একোপাচি কণীৰ যুঁজ চলে; অৰ্থাৎ সৈয়া কণী এটাই গোটেই পাচি কণী ভাঙিব পাৰিলেহে জিকিব; পাচিটোৰ শেষ কণীটোৱেও যদি সৈয়াটো ভাঙিব পাৰে তেনেহ'লে সৈয়া কণীৰ পক্ষ পৰাজিত হয়। একোটা সৈয়া কণীয়ে এপাচি (বিছটামান) কণী ভঙাৰ খেল উপভোগ কৰাৰ আমাৰ এবাৰ অভিজ্ঞতা হৈছিল। সেয়া মনত থাকি যোৱা মিঠা স্মৃতি; এদিনীয়া ক্ৰিকেটৰ শেষ অভাৰৰ দৰে উপভোগ্য দৃশ্য। মই নিজেও কণী যুজোঁৱাত আগৰণুৱা আছিলো যদিও এটাৰে এসোপা কণী ভাঙিব পৰা সৈয়া কণী কোনোদিনেই সংগ্ৰহ কৰিব নোৱাৰিলো। সি যি নহওক, ব'হাগ বিহুৰ এই কণী যুঁজৰ লগত দুটা লোকবিশ্বাসো সাঙোৰ খাই আছে — কণী যুঁজোৱাটোক শস্যৰ বীজৰ গজালি ওলোৱাৰ প্ৰতীক অথবা সহায়ক বুলি গণ্য কৰি কণী যুঁজালে শস্য উৎপাদন বৃদ্ধি পায় বুলি ভবা হয়। বিহুত কণী যুঁজালে বছৰটোলৈ মূৰৰ বিষ নহয় বুলিও জনবিশ্বাস আছে।

উল্লেখনীয় যে কোনো কোনো গাঁৱত ব'হাগৰ পহিলা দিনাহে কণী যুঁজ অনুষ্ঠিত হয়। কোনো কোনো গাঁৱত কণী যুঁজ গৰু বিহুত আৰম্ভ হৈ দুই বা তিনিদিনলৈ চলি থাকে; অন্য কিছুমান গাঁৱত গৰু বিহুৰ দিনাই সামৰণি মৰাৰ নিয়মটো মানি চলে।

কণী যুঁজৰ দৰে কড়ী খেলো ব'হাগ বিহুৰ এক উপভোগ্য অনুষ্ঠান। বিহুৰ কেইদিনৰ কোনোবা এটা দিনৰ ৰাতিৰ ভাগত দুটা দল হৈ কড়ী খেলে। একোটা দলৰ সদস্যৰ সংখ্যা নিৰ্দিষ্ট নহয় যদিও কমেও দহজনমান নহ'লে খেল নজমে। এই কড়ী খেলৰ বাজি ধৰাৰ নিয়ম অতি শিথিল। কড়ী খেলৰ পিছত দুয়োপক্ষ মিলি ভোজ খায় আৰু বাজিও এই ভোজৰ আয়োজনৰ লগত সাঙোৰ খোৱা। সাধাৰণতে জিকা পক্ষইহে অধিক বৰঙণি (ধন নাইবা অন্য দ্ৰব্য) দিব লাগে। গৃহস্থৰ অনুমতি সাপেক্ষে খেলিবলৈ সুবিধা হোৱা একোঘৰৰ মজিয়াত কড়ী খেলিবলৈ নিৰ্দিষ্ট কৰা দিন নাইবা তাৰ এদিন কি দুদিনৰ আগতেই আহল-বহলকৈ কড়ী খেলৰ ঢাল বা খোলা প্ৰস্তুত কৰে। খেলৰ দিনা ৰাতিৰ সাঁজ খাই উঠি ৰাইজ গোট খাইহি। সাধাৰণতে পুৱতি নিশা পৰ্যন্ত চলে সেই কড়ী খেল।

**সাম্প্ৰতিক কালত বিহুৰ লোকাচাৰ আৰু খেল-ধেমালি**

ইতিমধ্যে আভাস দাঙি ধৰা লোকাচাৰবিলাকৰ প্ৰকৃতি তথা তাৎপৰ্যলৈ লক্ষ্য কৰিলে বোধ হয় যে কৃষিভিত্তিক উৎসৱ হিচাবে উৎপত্তি হ'লেও কালক্ৰমত কেউটা বিহুৰে কিছুমান লোকাচাৰত ধৰ্মীয় প্ৰভাৱ পৰি আহিছে। তাৰফলত কিছুসংখ্যক আধ্যাত্মিক ভাববোধৰ লোকাচাৰ পালনৰ পৰম্পৰাৰ সৃষ্টি হৈছে। অৱশ্যে আমাৰ বিহুকেইটাৰ অন্য ভাববোধৰ ওপৰত আধাৰিত লোকাচাৰেই সৰহ । কিছুমান লোকাচাৰ লোকবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। অন্য কিছুমান সামাজিক ৰীতি-নীতিৰ ওপৰত, কিছুমান জীৱন-নিৰ্বাহৰ জ্ঞান আৰু কিছুমান জীৱন দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। আকৌ অন্য কিছুমান শাৰীৰিক আৰু মানসিক বল-শক্তি আহৰণৰ উদ্দেশ্যত আধাৰিত। মনকৰিবলগীয়া যে ধৰ্মীয় বা আধ্যাত্মিক ভাববোধৰ লোকাচাৰৰ প্ৰায়খিনিয়েই জনগোষ্ঠী-জাতি-উপজাতি-সম্প্ৰদায়

অনুযায়ী স্ব-ধৰ্মৰ ৰীতি-নীতি প্ৰয়োগৰ দ্বাৰা পালন কৰি আহিছে। ধৰ্মীয় প্ৰভাৱৰ উপৰি মানৱ সভ্যতাৰ বিকাশৰ পৰিপ্ৰেক্ষিতত অনান্য ধ্যান-ধাৰণা, জ্ঞান-বিজ্ঞান, আচাৰ-বিচাৰ, সা-সুবিধা তথা সামগ্ৰিক জীৱন-যাপনত হৈ অহা পৰিৱৰ্তনবোৰেও বিহুৰ লোকাচাৰ, ৰীতি-নীতি, খেল-ধেমালি আদিক অৱশ্যেই প্ৰভাবান্বিত কৰি আহিছে। বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক আদান-প্ৰদান আৰু সনা-পোটকাৰ ফলত সিবিলাক কালক্ৰমত সমন্বিত হৈছে। বৰ্তমানেও কিছুমান লোকাচাৰৰ ৰীতি-নীতিত গোষ্ঠীগত আৰু আঞ্চলিক ভিন্নতা কিছুপৰিমাণে বিদ্যমান যদিও সিবিলাকৰ মূল তাৎপৰ্যৰ উপলব্ধিত ভিন্নতা নাই বুলিব পাৰি।

এই শিতানত সময়ে আঁচোৰ পেলোৱা বিশেষ দুটিমান পৰিৱৰ্তনৰ আলোচনা দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

**ক) কাতি বিহুৰ শস্যৰক্ষা লোকাচাৰৰ গৱেষণা হৈছেনে?**

কাতি বিহুৰ দিনা পথাৰত আৰু ঘৰৰ চোতালত অথবা তুলসীৰ তলত বন্তি প্ৰজ্বলন কৰাটো বৰ্তমানেও ৱৰ্তি আছে। কিন্তু গোটেই মাহটো ধৰি বন্তি প্ৰজ্বলন কৰা প্ৰথাটো প্ৰায় নোহোৱা হ'ল বুলিব পাৰি। গোটেই মাহটো ধৰি পথাৰত বন্তি প্ৰজ্বলন কৰাটো আজিৰ পৰিস্থিতিতো এক ফলপ্ৰসূ শস্যৰক্ষাৰ বিধান হ'ব পাৰেনে? এই বিষয়ে গৱেষণা হৈছেনে? গৱেষণা হৈছে যদিও তাৰ ফলাফল বহুলভাৱে প্ৰচাৰ হোৱা নাই। এই সন্দৰ্ভত কৃষি বিভাগ আৰু কৃষি বিশ্ববিদ্যালয়ে যাৱতীয় ব্যৱস্থা ল'ব লাগে বুলি বোধ হয়।

**খ) ভেলাঘৰৰ ভোগজৰা কোনফালে ঢাল খায়**

মাঘ বিহুৰ উৰুকাত আড়ম্বৰৰে ভোজ-ভাত খোৱাটো পূৰ্ণোদ্যমে চলি আছে। পিছে চিন্তনীয় বিষয় এয়ে যে ৰাজহুৱা ভোজৰ সলনি আজিকালি বহুতে ঘৰে ঘৰে খাবলৈ লৈছে। অতি কৰ্মব্যস্ততাৰ বাবে বৰ্তমান অনেকৰ বাবে সমজুৱা কৰ্ম, অনুষ্ঠান আদিৰ বাবে সময় দিয়াটো যে দুৰুহ হৈ পৰিছে সেইটো নুই কৰিব নোৱাৰি। পিছে মাঘবিহুৰ ভোজটোও গাইগুটীয়াকৈ ঘৰে ঘৰে খোৱাৰ ক্ষেত্ৰত অত্যধিক পৰিয়ালকেন্দ্ৰিক জীৱন-যাপন, ব্যক্তিকেন্দ্ৰিক মনোভাব, কোনো কোনোৰ ধন-ক্ষমতাভিত্তিক ভেম আৰু অন্য কোনোৰ সিবিলাকৰ ভিত্তিক হীনমন্যতাৰ প্ৰভাৱেহে অধিক ক্ৰিয়া কৰিছে বুলি বোধ হয়। একেটা চুবুৰীতে বিভিন্নজনৰ বিভিন্ন জীৱিকা আৰু ভিন্নধৰণৰ জীৱন-যাপন, পৰম্পৰাগত কৃষ্টি-সংস্কৃতি, লোকাচাৰ আদিৰ প্ৰতি অনীহা-অনাদৰ, পশ্চিমীয়া ঢং আদিত অভ্যস্ত হোৱাৰ ফলত থলুৱা পৰিৱেশ-পৰিস্থিতি আৰু ৰীতি-নীতিয়ে নুশুজা আৰু সামাজিক দায়বদ্ধতাৰ অৱক্ষয় ইত্যাদিবোৰো কাৰক বুলি উপলব্ধি হয়। গাঁও একোখনতে কেইবাটাও 'খেল'ৰ অৱস্থিতি, কোনোবাই ৰান্ধিলে কোনোবাই নোখোৱা, একেটা চুবুৰীৰে কোনোবা এঘৰ এক পন্থৰ আন এঘৰ অন্য পন্থৰ হ'বলৈ লোৱা আদিও উল্লেখনীয় কাৰক। সমজুৱাকৈ খোৱা মাঘ বিহুৰ ভোজ-ভাতৰ আমেজ যে গাইগুটীয়াকৈ পৰিয়ালে পৰিয়ালে ভাত বা 'খানা' খোৱাৰ আমেজতকৈ অনেকগুণে সুকীয়া সেই কথা নিশ্চয় বহলাই নক'লেও হ'ব।

আকৌ আজিকালি গাঁও, চহৰ উভয়তে সৰু সৰু গোট হৈ মাঘ বিহুৰ উৰুকাৰ ভোজ খোৱাটো চলিবলৈ লৈছে। আগৰ দৰে এখন গাঁৱত এটা মেজি, এটা ভেলাঘৰ, এটা ভোজ প্ৰায় নোহোৱাই হ'ল নেকি? আগৰ ডাঙৰ গোট ভাগি সৰু গোট হোৱা অথবা ডাঙৰ গোট হিচাবে গোট হ'ব নোৱৰাৰ কাৰকো প্ৰধানতঃ ওপৰত উল্লিখিতখিনিয়েই। পিছে ঘৰত গাউগুটীয়াকৈ খোৱাতকৈ সৰুৱেই হওক ডাঙৰেই হওক গোট হৈ ভেলাঘৰ সাজি খোৱাটো আৰু ভেলাঘৰত মিলি-জুলি ৰং-ৰহইচ কৰাটো নিশ্চয় শ্ৰেয়।

আজিকালি মাঘৰ বিহুৰ ভোজস্থলী তথা ভেলাঘৰ কেছেট, চি. ডি. আদিত বজোৱা গান-বাজনাৰে ৰমৰমাই থাকে। আগেয়ে ভোজ-ভাত খোৱাৰ পিছত মেজি ৰখোঁতে সবে মিলি হৰি নাম, টোকাৰী গীত, বিহুনাম, নেগেৰা নাম আদি গাইছিল। আজিৰ ইলেকট্ৰনিক মাধ্যমৰ পয়োভৰৰ যুগত কেছেট, চি.ডি. আদিত গান বজাই আনন্দ কৰাটো অস্বাভাৱিক নিশ্চয় নহয়। সেয়ে হ'লেও মিলি-জুলি হৰিনাম, টোকাৰী গীত, নেগেৰা নাম, জিকিৰ, বিহুনাম আদি গাই আনন্দ আৰু তৃপ্তি লোৱাত এক বিশেষ আমেজ আছে। ইয়াৰ উপৰি মাঘৰ বিহুৰ ভোজকে আদি কৰি লোকউৎসৱ আদিতো ইবিলাক নিজে নাগালে আমাৰ এই মন পৰশা কলা-সংস্কৃতিখিনিয়ে লোকসংস্কৃতিৰ মূল বিশিষ্টতাই হেৰুৱাই পেলাবলৈ কেইদিন লাগিছে? কেইবছৰমানৰ পৰা এটা কথা লক্ষ্য কৰি অৱশ্যে ভাল লাগিছে। সেইটো হ'ল বহুতেই হিন্দী গীতৰ সলনি বিহুগীত, টোকাৰী গীত, দেহ বিচাৰৰ গীত, ওজাপালি আৰু আধুনিক অসমীয়া গীত শুনিবলৈ লৈছে। (এই বিষয়ে স্থানান্তৰত বহলাই আলোচনা কৰা হৈছে)। পিছে শুনাও এক কথা গোৱাও এক কথা। অতি সুমধুৰ কণ্ঠৰ সুৱদি সুৰীয়া লোক-গীতৰ শ্ৰৱণেও সিবিলাক দলগতভাৱে মিলিজুলি নিজে গোৱাৰ আনন্দকণ দিব নোৱাৰে।

আনক মুহিব পৰাকৈ লোক গীত-নাচ গাবলৈ-নাচিবলৈ ঐকান্তিক চৰ্চা, অধ্যৱসায়, সাধনা লাগিবই । ইবিলাকৰ অবিহনে লোক গীত-নাচেই হওক উচ্চ সংগীতেই হওক কোনোটোতে ব্যুৎপত্তি লাভ কৰিব নোৱাৰি। পিছে স্ব-আনন্দ লাভৰ অৰ্থে মিলিজুলি লোক গীত-নাচ, গাবলৈ-নাচিবলৈ বিশেষ সংগীত সাধনাৰ প্ৰয়োজন নাই। এই প্ৰয়োজন নোহোৱাটোৱেই লোকগীত-নাচবোৰৰ এক বিশেষ গুণ। ইবিলাক গাবৰ বাবে বৰ বেছি বাদ্য-যন্ত্ৰও অত্যাৱশ্যকীয় নহয়। এক বিশেষ 'স্কেল'ত গাবই লাগিব বুলিও ধৰা বন্ধা কথা নাই; কোনোবাই ওপৰত আৰু কোনোবাই তাতকৈ অলপ তলত গালেও লোকগীতৰ অমিয়া মাধুৰী বৰ বেছি হেৰফেৰ নহয়। সেইদৰে লোকগীত গাওঁতে গাওঁতাই মাতত লহৰ আৰু লয় প্ৰয়োগৰ ক্ষেত্ৰতো কিছুপৰিমাণে বেছি স্বাধীনতা পায়। এজনে আন এজনতকৈ কম লহৰ দি গালেও মধুৰতা একেবাৰে শুনিব নোৱৰাকৈ কম হৈ নপৰে। অৱশ্যে এটা গোটে গাওঁতে সকলোৱে লগাওঁতাৰ তাল, স্কেল, লহৰ আৰু লয় অনুযায়ী গাব লাগে। মনকৰিবলগীয়া যে অন্যখিনি নিৰ্দিষ্ট নহ'লেও একো একোপ্ৰকাৰ লোকগীতৰ তাল পিছে নিৰ্দিষ্ট যেন লাগে আৰু এই তালৰ ইফাল-সিফাল হ'লে তাৰ মাধুৰ্য হ্ৰাস পায়। লোক-গীতবিলাকৰ সুৰ, তাল, লয় আদিও এনে যে তুলনামূলকভাৱে কম আয়াসতে গাব

পাৰে। বিশেষকৈ একোটা জনগোষ্ঠীৰ লোকগীতবোৰ সেই জনগোষ্ঠীৰ ব্যক্তি একোজনে সাধাৰণতে কম আয়াসতে আয়ত্ত কৰিব পাৰে। লগাওঁতা বা ওজা একোজনৰ লগত লহৰ-লয়-তাল মিলাই পালি হিচাবে গাবলৈ প্ৰায় সকলোৱেই পাৰে বুলিয়েই ক'ব পাৰি। আমাৰ বিভিন্ন লোক গীত-মাতবোৰ আনকি কেৱল হাত চাপৰিৰেই চলাই দিব পাৰি আৰু এনেদৰে চলাই অহাও হৈছে (নিৰ্দিষ্ট বাদ্য সংগতত অৱশ্যেই সোণত সুৱগা চৰে)। হাত চাপৰি পিছে নিৰ্দিষ্ট তালত বজাবই লাগিব। সেইবাবেই যুগ যুগ ধৰি ইজনে সিজনৰ পৰা শুনি আৰু দেখাক দেখি সিবিলাক লক্ষ লক্ষজনে গাই আহিছে আৰু তথাপি মনোৰম, মনপৰশা, প্ৰাণোচ্ছল আৰু বৈশিষ্ট্যমণ্ডিত হৈয়ে আছে, হৈ থাকিব। আকৌ সেয়েহে অসমৰ প্ৰতিখন গাঁৱতে প্ৰতি চুবুৰীতে হৰিনাম, বিহুনাম আদি গাব পৰা বা গাই থকা গোট আছে। কেৱল হাত চাপৰি বজাই গালেই ইবিলাক যথেষ্ট উপভোগ্য হোৱাটো কম কথানে, কম মহত্ত্বৰ কথানে? এনেহেন অমূল্য লোক-গীতবোৰ কেৱল শুনাৰ সামগ্ৰীত পৰিণত নকৰি মিলিজুলি গাই অপাৰ আনন্দ লভিবলৈ মন মেলিব নেলাগে নে? দিনক দিনে অধিকসংখ্যক লোকৰ বাবে ইবিলাক কেৱল শুনি ৰস লোৱাৰ গীতহে হৈ পৰা ধাৰাটো সলনি কৰিবলৈ অসমীয়া সংস্কৃতিপ্ৰেমীসকলৰ একো কৰণীয় নাইনে? এনে প্ৰচেষ্টা কৰা জৰুৰী হৈ পৰা নাইনে? মাঘবিহুৰ ভেলাঘৰত লগে ভাগে হৰিনাম, দিহানাম, ওজাপালি, জিকিৰ আদি গাই আনন্দ লভাটো এনে কৰিবৰ নিশ্চয় এক সুৱৰ্ণ সুযোগ আৰু এই দিশৰ এক ফলপ্ৰসূ পদক্ষেপ হ'ব পাৰে বুলি বোধ হয়।

আনহাতে কোনো কোনোৱে আকৌ কেছেট, চি. ডি.-ত টোকাৰী গীত, বিহুগীত নবজাই হিন্দী, ইংৰাজী গীত বজাই ভেলাঘৰ ৰজনজনাই ৰাখে। বিহুতো যদি অসমীয়া লোকে অসমীয়া গীত-মাত নুশুনি হিন্দী বা ইংৰাজী 'মিউজিক'হে শুনিবলৈ লয় তেনেহ'লে আৰু থাকিল কিটো? এয়া দেখ দেখকৈ নিজৰ ভৰিত নিজে কুঠাৰ মৰাৰ দৰে নহয়নে? লাহে লাহে ক্ৰিয়া কৰা বিষ প্ৰয়োগেৰে স্ব-সংস্কৃতি ধ্বংসৰ মুখলৈ ঠেলি নি থকাৰ দৰে নহয়নে? বুকুখন বেয়াকৈ বিষাই যায় যেতিয়া লোকসংস্কৃতি চৰ্চা কৰি থকা কাৰোবাকো মাঘৰ বিহুৰ ভোজ খাওঁতে কেছেট, চি ডি-ৰ হিন্দী গানৰ তালত নাচি-বাগি আনন্দ কৰা দেখা পাওঁ। গাটো চেৰাই যায়। নিজে চৰ্চা কৰি থকা কলা-কৃষ্টিকে এলাগী কৰিবলৈ হ'লে, কিংবা তেনে কৰাসকলৰ সুৰতে সুৰ মিলাই চলিবলৈ হ'লে, সেই সংস্কৃতিৰ অধঃপতন নহৈ উত্তৰণ হ'বনে? বিহুৱতী প্ৰতিযোগিতাত অংশ লোৱা বিহুৱা-বিহুৱতীয়ে, বিহুতলীৰ বিচাৰকৰ আসন অলংকৃত কৰাজনে, নিৰ্দিষ্ট বক্তা নাইবা উদ্বোধক হিচাবে বিহুতলীত ভাষণ দিয়াজনেই যদি ভেলাঘৰত লোকসংস্কৃতিৰ সলনি হিন্দী বা পশ্চিমীয়া সংগীতৰ জোৱাৰ তোলাৰ প্ৰতিবাদ নকৰি নাইবা প্ৰকাৰন্তেৰে স্ব-কলা-কৃষ্টিৰ গৰিমা অক্ষুণ্ণ ৰাখিবলৈ চেষ্টা নকৰি হাত সাৱটি বহি থাকে, মাত নামাতি জুপুকা লাগি বহি থাকে, তেনেহ'লে অন্য কোনেনো প্ৰকৃতাৰ্থত আমাৰ মহিমামণ্ডিত অসমীয়া সংস্কৃতিক এনে কাল গৰাহৰ পৰা তুলি ধৰিব? অসমীয়া সংস্কৃতিক মনে-প্ৰাণে ভালপোৱা আমিবোৰেই

যদি বিজতৰীয়া সংস্কৃতিৰ ঢং লোৱাসকলক স্ব-সংস্কৃতিমুখী হোৱাত সহায় নকৰি একে সোঁতত উটি-ভাঁহি যোৱা সহযাত্ৰী হওঁ তেনেহ'লে বিহু সংস্কৃতিৰ লগতে সমস্ত অসমীয়া সংস্কৃতিৰ গভীৰ সাগৰত কৰুবকাই থাকিবলগীয়া অৱস্থা নহ'বনে? এটা কথা অৱশ্যে আমি গভীৰভাৱে বিশ্বাস কৰোঁ যে আমাৰ বিশাল আৰু মহান অসমীয়া লোকসংস্কৃতিক চিৰদিনৰ বাবে কাল গৰাহত পেলাই কোনেও ৰাখিব নোৱাৰে। সাময়িকভাৱে গৰাহত পৰিলেও ই ওলাই আহিব আৰু স্ব-জ্যোতিৰে জ্যোতিষ্মান হৈ অসমীয়া জাতিক উদ্বুদ্ধ কৰাৰ লগতে বিশ্বক চমক দিব।

আকৌ সিবিধৰ প্ৰসংগ বাদ দি জানো মাঘ বিহুৰ আনন্দ-উলাহৰ আলোচনা সামৰিব পাৰি। সোমৰস হেনো স্বৰ্গত ইন্দ্ৰৰ ৰাজসভাতো প্ৰচলিত। আমাৰ মংগোলীয় জনগোষ্ঠীৰ কোনো সম্প্ৰদায়ে 'সাঁজপানী' পৰম্পৰাগতভাৱে পবিত্ৰ যেন জ্ঞান কৰি প্ৰস্তুত আৰু পান কৰি অহাৰ কথা ইতিমধ্যে কৈ অহা হৈছে। বিশ্বৰ অন্য বহুতো দেশত সুৰাপান সামাজিকভাৱে বৰ্জিত নহয়। গতিকে মাঘৰ বিহুত সুৰাপান বৰ্জন কৰিব লাগে বুলি ক'বলৈ সবল যুক্তি বিচাৰি নাপাওঁ। পিছে এই সুৰাপানৰ আলম লৈ মাঘ বিহুৰ উৰুকাৰ ৰাতি বিশেষ ঢং এটাই গা কৰি উঠাটোহে চিন্তনীয় বিষয় হৈ পৰিছে। আজি কিছু বছৰৰ পৰা উৰুকাৰ ৰাতি ডেকা, চেমনীয়াই সৰু সৰু দল একোটা হৈ ৰাস্তাই ৰাস্তাই ফুৰে; দুই-একৰ খোজ থৰকবৰক, মুখত বেয়া মাত, মাজে মাজে একোটা উৎকট উঁকি, মন গ'লেই আনৰ ভেলাঘৰত অযথা প্ৰৱেশ আৰু সেই লৈ কেতিয়াবা কাজিয়া, কাৰোবাৰ মূল্যবান সম্পদ দাহ নাইবা ধ্বংস; সুৰাৰ ৰাগীত নিজৰ ভিতৰতে কাজিয়া, ইত্যাদি।

পিছে মনকৰিবলগীয়া এই যে ল'ৰাহঁতে এনেদৰে ঘূৰি নুফুৰি কৰিব কি? কেছেট, চি. ডি.-ত গান শুনি নাইবা ছবি চাই জানো উৰুকাৰ ৰাতি কটাব পাৰি? ওপৰত কৈ অহাৰ দৰে গোট হিচাবে হৰিনাম, টোকাৰি গীত, বিহুনাম আদি গাই নাচি কিন্তু উৰুকাৰ ৰাতি অপাৰ আনন্দৰে পাৰ কৰাৰ স্থল আছে। আজিৰ পৰিস্থিতিত কোনোৱে গোটেই ৰাতি নখপো বুলিলেও যিকণ সময়েই নকটাওক লাগিলে এইধৰণে গাই-নাচি আনন্দ লভাৰ পিছত ঘৰাঘৰি গ'লেই হ'ল।

উৰুকাৰ ৰাতি গাঁও একোখনত কেছেট আদিৰ গান বজাতকৈ, এদল বা ততোধিক দলৰ হৰিনাম, দিহানাম; টোকাৰি গীত, নেগেৰা নাম, জিকিৰ আদিয়ে ৰজনজনাই থাকিলে কিমান যে ভাল লাগিব। বিহু বিহু লাগিব গাত।

ওপৰত উল্লিখিত কিছুমান কাৰ্যকলাপে অনেকক চিন্তিত কৰি তুলিছে। এইবছৰ মাঘ বিহুৰ সময়ত প্ৰকাশিত দুগৰাকী লেখকৰ উক্তি এনে : "ট্ৰিপাল তৰি মিউজিক ছিষ্টেম লগাই উদ্দাম নৃত্য কৰি, ৰাতি কবিৰ পুলি এটা চুৰ কৰি আনি কৰা নিৰ্দোষ ধেমালিৰ সলনি, আনৰ মূল্যবান সম্পত্তি আঁজুৰি আনি ধ্বংস কৰাৰ পাশৱিকতা প্ৰদৰ্শন কৰি, নানা বিধৰ অনা অসমীয়া ৰন্ধন প্ৰকৰণেৰে খোৱা ভোজটোৰ প্ৰাধান্য এতিয়া সৰ্বত্ৰ।" হোমেন গগৈ (সন্তাৰ, ৮ জানুৱাৰী, ২০০৬, পৃ: ১২)

**মাঘ বিহুৰ সন্মিলন**

ব'হাগ বিহুত বিহুতলী আয়োজন কৰাৰ দৰেই আজিকালি মাঘ বিহুতো কিছুমান ঠাইত সন্মিলন, সমাৰোহ পাতিবলৈ লোৱা দেখা গৈছে। যতীন্দ্ৰ কুমাৰ বৰগোহাঞিদেৱে 'অসমৰ উৎসৱ আৰু পূজা' গ্ৰন্থত এই বিষয়ে এনেদৰে লিখিছে : "এনে সন্মিলন সাধাৰণতে নৈৰ পাৰৰ বাকৰিত নাইবা বৰ বৰ পথাৰত বিপুলায়তনৰ মেজি আৰু ভোজৰ আয়োজনেৰে সাৰ্বজনীন অনুষ্ঠান হিচাবে আয়োজন হয়। নগৰীয়া সভ্যতাৰ বিকাশৰ লগে লগে গাঁৱৰ শিপাৰ পৰশ হেৰুৱাই নগৰত বাস কৰা লোকসকলে মাঘ বিহুৰ আয়োজন সমূহীয়াভাৱে কৰিবলৈ লোৱাৰ পৰাই এনে মাঘ বিহুৰ সন্মিলনৰ প্ৰভাৱ বাঢ়িছে। এনে সন্মিলনৰ তিনিটা ইতিবাচক দিশ আছে। প্ৰথমটো পৰম্পৰাগত খাদ্যৰ প্ৰদৰ্শন আৰু প্ৰতিযোগিতা। মাঘ বিহুৰ বিপুল আয়োজনে সামাজিক ঐক্য দৃঢ়তৰ কৰাৰ লগে লগে থলুৱা ক্ৰীড়া, থলুৱা খাদ্য আদিৰ সংৰক্ষণ তথা উন্নতিৰ ক্ষেত্ৰত সুস্থ পৰিৱেশ ৰচনা হ'ব।"

এইখিনিতে এনে সন্মিলনৰ আয়োজনৰ সন্দৰ্ভত দুটিমান ভাববোধ ব্যক্ত কৰিব খুজিছোঁ-

১) এনে সন্মিলনৰ আয়োজন যাতে ব'হাগৰ বিহুতলীৰ দৰে দিনক দিনে অধিক ব্যয়বহুল হৈ নপৰে, তাৰ প্ৰতি লক্ষ্য ৰখা প্ৰয়োজন বুলি বোধ হয়।

২) সন্মিলনত লগে ভাগে ভোজ-ভাত খোৱাসকলে নিজা বৰঙণিৰে বিহু পতা প্ৰক্ৰিয়াটো যাতে সলনি নহয় অৰ্থাৎ ব'হাগৰ বিহুতলী আয়োজনৰ দৰে আনৰ পৰা বৰঙণি তোলা প্ৰক্ৰিয়াই গা কৰি নুঠে তাৰ প্ৰতিও লক্ষ্য ৰখা প্ৰয়োজনবোধ হয়। এনে সন্মিলনৰ সাংস্কৃতিক সন্ধিয়া (যদিহে পতা হয়) অসমীয়া সাংস্কৃতিক অনুষ্ঠানৰ পৰিৱেশনতে সীমাবদ্ধ থাকিলে ভাল হ'ব বুলি বোধ হয়।

৩) জাকজমতকা, মঞ্চ, ৰভা আদিৰ খৰচ যিমান সম্ভৱ যাতে কম হয়। অন্যথাই কোনো কোনোৰ বাবে এই ব্যৱস্থাপনা অযথা বোজা যেন হ'ব। আধুনিক মঞ্চ নোহোৱা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে দেখুৱাই থৈ যোৱা ৰভা মঞ্চৰ আৰ্হি আদৰি ল'ব পাৰিলে খৰচ বহু পৰিমাণে কম হ'ব বুলি বোধ হয়। এই বিষয়ে পিছত আলোচনা কৰা হৈছে।

আজিকালি একোটা চুবুৰী অথবা প্ৰতিষ্ঠান একোটাৰ বৃহৎ চৌহদৰ বাসিন্দাসকলে একেলগে উৰুকাৰ ভোজ খোৱাৰ উপৰি সিদিনাখনৰ নাইবা পিছদিনাখনৰ সন্ধিয়া নিজা অনুষ্ঠানেৰে অৰ্থাৎ সেই চুবুৰী বা চৌহদৰে শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰু, বয়সীয়াল আদিয়ে পৰিৱেশন কৰা অনুষ্ঠানেৰে সাংস্কৃতিক সন্ধিয়াৰো আয়োজন কৰিবলৈ লোৱা দেখা গৈছে। এয়া নিশ্চয় আদৰণীয়। এনে সাংস্কৃতিক অনুষ্ঠানত দুই-চাৰিটা হ'লেও লোকগীত-মাতৰ অনুষ্ঠান পৰিৱেশন হোৱাটোও অৱশ্যেই বাঞ্ছনীয়। পিছে আজিৰ পৰিস্থিতিত কিছুমান চুবুৰী বা চৌহদত লোকগীত-মাতৰ অনুষ্ঠান পৰিৱেশন হোৱাটো বাস্তৱিকতেই টান হৈ পৰিছে। কাৰণ আজিৰ শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুৱে (বিশেষকৈ নগৰীয়া পৰিৱেশত) টোকাৰী গীত, নেগেৰা নাম আদিৰ চৰ্চা নকৰেই বুলিব পাৰি। গাবলৈ মন মেলিলে গাব নোৱাৰিব বুলি পিছে নাভাবোঁ; কিন্তু আচল কথা তেনে

মানসিকতাই গঢ় লৈ উঠা নাই। সেয়েহে এনে ক্ষেত্ৰত বয়স্কসকলৰ কোনোবাই হ'লেও লোকগীত-মাতৰ অনুষ্ঠান পৰিবেশন কৰিব পাৰিলে অৱশ্যেই কৰিব লাগে বুলি বোধ হয়। এবাৰ দুবাৰমান বয়সস্থৰ গোটে অথবা বয়সস্থ আৰু কনিষ্ঠৰ একত্ৰ গোটে পৰিৱেশন কৰিলে পিছত কনিষ্ঠইঁত আগবাঢ়ি আহিবলৈ সুবিধা হ'ব পাৰে। অন্যথাই ইবিলাক কেছেট, চি.ডি.ত শুনা বস্তুতহে পৰিণত হৈছে আৰু ক্ৰমান্বয়ে অৱহেলিত হৈ আহিছে। সি যি নহওক এনে সাংস্কৃতিক সন্ধিয়াত হিন্দী চিনেমাৰ গীত-নৃত্যৰ পয়োভৰ হ'লে পিছে অসমীয়াৰ চেনেহৰ মাঘ বিহুৰ নামত স্বকীয়তাহীন আনন্দ উল্লাস কৰাহে হ'ব। তাতকৈ এনে সাংস্কৃতিক সন্ধিয়া বিহুটোৰ আলম লৈ নাপাতি অন্য সময়ত পাতিলে অন্ততঃ বিহুটোৰ মৰ্যাদা হানি নহ'ব।

**কণী যুঁজ লেৰেলা লঠঙা হ'ল**

ৰঙালী বিহুৰ সেই কণী যুঁজ আজি প্ৰায় নোহোৱা হ'ল বুলিব পাৰি। ক'ৰবাত ক'ৰবাত অৱশ্যে কম পৰিসৰত চলি আছে। আগৰ দিনৰ তুলনাত অসমত হাঁহ কণীৰ উৎপাদন বৰ্তমান বহু পৰিমাণে কম। চাহিদা কম। অধিকাংশ লোকেই হাঁহকণী নাখায়, কুকুৰা কণীহে খায়। আমদানিকৃত কুকুৰা কণীয়ে বজাৰ ভৰি থাকে। হাঁহকণী দৰব বিচৰাৰ দৰে বিচাৰিবলগীয়া অৱস্থা। আজিও কণী যুঁজ চলি থকা গাঁও কিছুমানত হাঁহৰ কণী যুঁজুৱাতকৈ আমদানিকৃত কুকুৰা কণীহে বেছিকৈ যুঁজাবলৈ লোৱা পৰিলক্ষিত হয়। তেনে কণীহে থাওকতে কিনিবলৈ পোৱা যায় বাবে কণী যুঁজত ৰাপ থকাসকলে সেইবিধেৰেই অগত্যা কাম চলাবলৈ লৈছে বুলি অনুমান কৰিব পাৰি। পিছে হাঁহকণী যুঁজুৱাৰ সমান আমেজ ফাৰ্মৰ কুকুৰাৰ কণী যুঁজাই লাভ কৰিব নোৱাৰি।

এইখিনিতে প্ৰসংগক্ৰমে প্ৰশ্ন হয় যে গুণাগুণৰ ফালৰ পৰা কুকুৰাৰ কণী হাঁহৰ কণীতকৈ কি কি দিশত কিমান শ্ৰেষ্ঠ? নে বিশেষ হীন-ডেঢ়ি নাই?

আমাক সৰুতে মায়ে কোৱা 'কুকুৰা কণী খালে বল-শক্তি বাঢ়ে' অৰ্থাৎ হাঁহ কণীৰ তেনে গুণ কম বোলা বিশ্বাসটো কিমান শুদ্ধ? হাঁহৰ কণীৰ চাহিদা কমি যোৱাটো জাতিৰ অৰ্থনৈতিক দিশৰ ক্ষেত্ৰত এক চিন্তনীয় বিষয় নহয়নে? এই বিষয়ে কৰিবলৈ একো নাইনে? হাঁহৰ মাংসই পেটত ধৰে অথবা গ্ৰহণী চপাই বুলি একপ্ৰকাৰ ভাববোধ প্ৰচলিত। কুকুৰা আৰু ছাগলীতকৈ বেছি তেলী বাবে এইটো সত্য হ'ব পাৰে। পিছে হাঁহৰ মাংসৰ সেই অপকাৰিতা নোহোৱা কৰিবৰ উপযোগী ৰন্ধন ব্যৱস্থা আমাৰ ঐতিহ্যপূৰ্ণ ৰন্ধন প্ৰকৰণ ফঁহিয়াই চালে ওলায়েইবা? আকৌ হাঁহৰ মঙহৰ তেল বেছি হোৱাটো গুণ হিচাবে গণ্য কৰি তাক জনপ্ৰিয় কৰাৰ স্থল বা প্ৰয়োজন আছে নেকি? এনেবোৰ দিশত যথাপৰিমাণে গৱেষণা আৰু আলোচনা-বিলোচনা হোৱা নাই বুলিয়েই বোধ হয়।

**আমদানিকৃত বিহুৱান**

বিহু বুলি বিহুৱান উপহাৰ দিয়া পৰম্পৰাটো বহুতে অদ্যাপি চলাই আছে; অন্য বহুতেই কিন্তু এৰি পেলাইছে। আজিৰ পৰিস্থিতিত নিজহাতে বোৱা বিহুৱান দিয়াৰ সুযোগ সুবিধা

অনেক জীয়ৰী-বোৱাৰীৰেই নাই । পিছে বজাৰৰ পৰা কিনি অনাখনো অসমৰ শিপিনীয়ে তাঁতত বোৱা নহৈ বাহিৰৰ পৰা আমদানিকৃত হোৱাটো প্ৰশংসনীয় নহয় যেন বোধ হয়। বিহু বুলি বিহুৱান এখন উপহাৰ দিয়া ৰীতিটো অদ্যাপি চলাই থকা বোৱাৰী বা জীয়ৰী এগৰাকীৰ অসমীয়া কৃষ্টি-সংস্কৃতিৰ প্ৰতি প্ৰভূত প্ৰেম আৰু শ্ৰদ্ধা আছে বুলি নিশ্চয় ধৰি ল'ব পাৰি। গতিকেই তেওঁলোকে বিহুৱানখন অসমৰ শিপিনীয়ে বোৱা হোৱাটোত আদৰণি জনাব বুলি আমি আশাবাদী। বিহুতলীৰ আয়োজকসকলেও যে এই দিশত গুৰুত্ব দিব লাগে তাৰ ব্যাখ্যাৰ প্ৰয়োজন নিশ্চয় নাই ।

**ব'হাগ বিহুত শাক খোৱা লোকাচাৰৰ উত্তৰণ নহ'বনে?**

ব'হাগ বিহুত এশবিধ আৰু সাতশাক খোৱা ৰীতিটো অনেক পৰিয়ালে সাধ্যানুসৰি বৰ্তমানেও বৰ্তাই আছে। নগৰ অঞ্চলৰ বহুতো পৰিয়ালৰ বাবে ইচ্ছা কৰিলেও এই ৰীতি পালিবলৈ সুবিধা নোহোৱাৰ পৰিৱেশ। গতিকেই বিহুৰ দিনত এশ এবিধ আৰু সাত শাকৰ বিক্ৰী হ'ব বুলি আশা কৰিব নোৱাৰিনে? অন্যহাতে এই লোকাচাৰৰ বৈজ্ঞানিক বিশ্লেষণ আৰু ৰন্ধন প্ৰণালী আদিৰ পৰীক্ষা-নিৰীক্ষা তথা প্ৰচাৰৰ প্ৰয়োজনীয়তা অৱশ্যেই আছে বুলি বোধ হয়।

**বিহুৰ সেৱা-সৎকাৰ, প্ৰীতি-সম্ভাষণত প্ৰযুক্তি কৌশলৰ প্ৰয়োগ**

আজিকালি টেলিফোন, মোবাইলতো বিহুৰ শুভেচ্ছা জনোৱা হয়। এয়া যুগৰ লগত খাপ খোৱাকৈ এই লোকাচাৰ পালনৰ এক ৰূপ বুলি নিশ্চয় আদৰি ল'ব পাৰি। পিছে অনায়াসে সোঁশৰীৰে লগ ধৰি বিহুৰ সেৱা-শুভেচ্ছা জনাব পৰা সকলৰ কাষলৈ গৈ শুভেচ্ছা জনোৱাটো নিশ্চয় শ্ৰেয় । বিশেষকৈ ফোনত সেৱা জনোৱা আৰু সোঁশৰীৰে সেৱা ধৰাৰ পাৰ্থক্য বহুত। তথাপি অগত্যা দূৰ-দূৰণিত থাকিবলগীয়া হ'লে আপোনজনক একেবাৰে সেৱা বা শুভেচ্ছা নজনোৱাতকৈ ফোনযোগেই জনোৱাটো অৱশ্যে কৰণীয় । উল্লেখযোগ্য যে ব'হাগ আৰু মাঘ বিহুত পৰিয়ালৰ সকলোটি একেলগ হোৱাটোও একপ্ৰকাৰ পৰম্পৰা। সেয়েহে কিবা লেঠাত বিহুত, বিশেষকৈ ব'হাগৰ বিহুত ঘৰলৈ আহিব নোৱাৰিলে যি কোনো অসমীয়াৰে মন উদাস হয়।

আজিকালি কোনো কোনোৱে বন্ধু-বান্ধৱলৈ ৰঙালী বিহুত 'গ্ৰীটিংচ কাৰ্ড' প্ৰেৰণ কৰিবলৈকো লৈছে। এইটোক ৰাইজে কি বুলি লয় নাজানো; মই ব্যক্তিগতভাৱে ইংৰাজী নৱবৰ্ষত 'গ্ৰীটিংচ কাৰ্ড' বিনিময় কৰাতকৈ আমাৰ ৰঙালী বিহু উপলক্ষে কৰিবলৈ বেছি ভাল পাওঁ। মোৰ এজন গুজৰাটী বন্ধু আছে। তেওঁ ইংৰাজী নৱবৰ্ষৰ সলনি দেৱালীতহে মোলৈ 'গ্ৰীটিংচ কাৰ্ড' প্ৰেৰণ কৰে, কাৰণ গুজৰাটীসকলৰ স্ব-সংস্কৃতিত দেৱালীত নৱবৰ্ষৰ আৰম্ভণি হয়। ময়ো তেওঁলৈ ব'হাগৰ বিহুতহে 'গ্ৰীটিংচ কাৰ্ড'ত শুভেচ্ছা প্ৰেৰণ কৰোঁ। উল্লেখনীয় যে আজি ভালেমান বছৰৰ আগৰ পৰাই গোটচেৰেক উদ্যোগী অসমীয়া ডেকাই ৰঙালী বিহুৰ উপলক্ষে অসমৰ প্ৰকৃতি তথা অসমীয়া সংস্কৃতিৰ সাক্ষ্য বহন কৰা বিশেষ 'গ্ৰীটিংচ কাৰ্ড' প্ৰস্তুত কৰি বিপণন কৰি আহিছে। ○

**পঞ্চম অধ্যায়**

# ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানৰ ঐতিহ্য আৰু বিৱৰ্তন

নৃত্য-গীতৰ অনুষ্ঠান অনুষ্ঠিতকৰণ ৰঙালী বিহু উদ্‌যাপনৰ বিশেষ বৈশিষ্ট্য। ৰঙালী বিহুৰ নাচ-নাম-বাদ্য-বাজনাত প্ৰকাশ পাই আহিছে অসমীয়াৰ আৱেগ, অনুভূতি, সৃষ্টিশীলতা। অনেক প্ৰকাৰৰ বিহুনাম, বিহুনাচ, বিহুবাদ্য-বাজনাৰে সমৃদ্ধ নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ যোগেদি এই বিহুত অসমীয়া জনগণে ঐতিহ্যমণ্ডিতভাৱে আৰু সৃষ্টিশীলতাৰে প্ৰেম, ভালপোৱা, আৱেগ-অনুভূতি, আনন্দ, উল্লাস, মান-সন্মানৰ আদান-প্ৰদানৰ সোৱাদ লৈ আহিছে। উৎসৱটিৰ উদযাপন বিশেষভাৱে মনোৰম আৰু বৈশিষ্ট্যপূৰ্ণ কৰি আহিছে । ইয়াৰ উপৰি বিহু নৃত্য-গীতৰ অনুষ্ঠানৰ মাধ্যমত অসমীয়া জাতিয়ে স্বকীয় বৈশিষ্ট্যৰে সামাজিক ঐক্য-সম্প্ৰীতি সুদৃঢ়কৰণ আৰু সমাজ উন্নয়নতো যোগাই আহিছে প্ৰভূত অৰিহণা।

ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানবোৰ তথা বিহুগীত, বিহুনাচ, বিহু বাদ্য-বাজনা স্বকীয় বৈশিষ্ট্যৰে মহিমামণ্ডিত, অতি মনোৰম, অতি ৰসাল । ইবিলাকৰ অমিয়া মাধুৰী তুলনাবিহীন। বিশিষ্ট নান্দনিক গুণেৰে সমৃদ্ধ আমাৰ বিহুনাম, বিহুনাচ, বিহুবাদ্য-বাজনাবোৰ কালজয়ী । যুগ যুগ ধৰি ইবিলাকে সকলোৰে মন-প্ৰাণ হৰি আহিছে। অসমীয়াৰতো কথাই নাই, বিশ্বৰ সকলো প্ৰান্তৰ মানুহকে *থিতাদহে* আকৰ্ষণ তথা আপ্লুত কৰে বিহুনাম-বিহুনাচৰ অতুলনীয় মাধুৰ্যই।

সময়ৰ সোঁতত ৰঙালী বিহুৰ এই নৃত্য-গীতৰ অনুষ্ঠানবোৰ উদ্‌যাপনৰ ধৰণ আৰু পৰিৱেশৰ পৰিৱৰ্তন হৈ আহিছে। ইয়াৰ উপৰি ন ন সৃষ্টি তথা সংযোজনেৰে ইবিলাক দিনক দিনে অধিক বিশাল হৈ আহিছে, অথচ স্বকীয় বৈশিষ্ট্য অটুত আছে; স্বকীয় বৈশিষ্ট্য আৰু গৰিমাৰে এক বিশিষ্ট ধাৰা হিচাপে অদ্যাপি মনোৰমকৈ বৰ্তি আছে। অন্য কথাত জীৱন-যাপনৰ পৰিৱৰ্তিত পৰিৱেশ পৰিস্থিতিৰ লগত খাপ খোৱাকৈ অসমীয়াই বিহু-নৃত্য-গীতৰ অনুষ্ঠানসমূহ বছৰৰ পিছত বছৰ ধৰি অনুষ্ঠিত কৰি আহিছে আৰু তথাপি বিহুনাচ, বিহুনাম, বিহুবাদ্য-বাজনাৰ মূল বৈশিষ্ট্যবোৰৰ বিশেষ হৰণ-ভগন নোহোৱাকৈ আছে বুলিব পাৰি। কিছুক্ষেত্ৰত ইবিলাকৰ কিছু পৰিমাণৰ পৰিৱৰ্তন পৰিলক্ষিত হ'লেও সেয়া মূলতঃপৰিৱেশ-পৰিস্থিতিসাপেক্ষহে বুলিব পাৰি। কালৰ সোঁতে আমাৰ এই কলা-কৃষ্টিখিনিৰ মূল বৈশিষ্ট্যত বিশেষভাৱে আঁচোৰ পেলাব পৰা নাই ।

এই অধ্যায়ত নৃত্য-গীতৰ অনুষ্ঠানসমূহৰ তাহানিৰ ধৰণ-কৰণ আৰু কালৰ গতিত বৰ্তমানলৈকে হোৱা বিৱৰ্তনৰ আভাস দাঙি ধৰিবৰ প্ৰয়াস কৰা হৈছে।

**বিহু নৃত্য-গীতৰ অনুষ্ঠান উদ্‌যাপনৰ বিৱৰ্তিত ধাৰা**

মংগোলীয় জনগোষ্ঠীৰ কৃষি সম্পৰ্কীয় লোকবিশ্বাসৰ আধাৰতে বিহু নৃত্য-গীতৰ আৰম্ভ আৰু প্ৰচলন হৈছিল বুলি পণ্ডিতসকলে কয়। প্ৰকৃতিক উৰ্বৰা কৰাৰ প্ৰয়াসেৰে মাংগলিক অনুষ্ঠান হিচাপে গণ্য কৰি গছৰ তল আৰু পথাৰত ৰঙালী বিহু নৃত্য-গীত কৰা হৈছিল। প্ৰকৃতিৰ বৰ্ণনা-বন্দনা, প্ৰেম-ভালপোৱা আৰু প্ৰজননৰ জৈৱিক তাড়নাৰ সাংকেতিক আবেদন স্বাভাৱিকতেই প্ৰকাশ পাই আহিছে এই নৃত্য-গীত-বাদ্য-বাজনাবিলাকত। বিভিন্ন জনগোষ্ঠীয় সংস্কৃতিৰ প্ৰভাৱ অৱশ্যেই পৰি আহিছে আৰু সমন্বিত বিশিষ্ট ধাৰা বিশেষত পৰিণত হৈছে। ভালেমান পণ্ডিতে অষ্ট্ৰিকসকলেই প্ৰস্তৰ যুগৰ পিছৰ কোনো এক সময়ত শালিধানৰ কঠীয়া সিঁচাৰ পূৰ্বে কিছুদিন নৃত্য-গীত কৰাৰ প্ৰথা প্ৰচলন কৰে বুলি ধাৰণা কৰে। এই বিষয়ত ইতিপূৰ্বে উল্লিখিত প্ৰবন্ধটোত ধ্ৰুৱজ্যোতি দাসে এনেদৰে লিখিছেঃ "বিহুৰ নৃত্য-গীত-বাদ্য আৰু অন্যান্য লোকাচাৰত অষ্ট্ৰিক-মংগোলীয়, দ্ৰাবিড় ৰীতিৰ সংমিশ্ৰণ ঘটিছে। শংকৰদেৱৰ সময়ত এই মুকলি যৌনমুখী কৃষি উৎসৱলৈ নামধৰ্মৰ ৰীতি-সংযমৰো আগমন ঘটিল। গুটিলগা গছ আঁহত, জৰী, বৰজামুক, আম আদিৰ তলত বিহুতলী অনুষ্ঠিত হৈছিল। নেগ্ৰিট'সকলেই ভাৰতত ডিমৰু জাতীয় গুটিলগা গছক উৰ্বৰা বিশ্বাসৰ লগত সংযোজিত কৰি পূজা কৰাৰ পৰম্পৰা এৰি গৈছিল। এইদৰে ভাৰতৰ বিভিন্ন সংস্কৃতিৰ উপাদান বিহু উৎসৱৰ বুকুত বিলীন হৈ আছে।"

আহোম ৰাজত্বৰ শেষৰফালে স্বৰ্গদেউসকলে পথাৰ আৰু গছৰ তলত অনুষ্ঠিত হৈ অহা বিহু নৃত্য-গীতৰ ৰাজহুৱা প্ৰদৰ্শনৰ ব্যৱস্থা কৰিলে। স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত শিৱসাগৰ জিলাৰ বিহুবৰত বৰগছৰ তলত পোন প্ৰথমে আনুষ্ঠানিকভাৱে বিহু উৎসৱৰ উদ্‌যাপন তথা বিহু নৃত্য-গীতৰ ৰাজহুৱা পৰিৱেশন আৰম্ভ হৈছিল বুলি জনা যায়। পিছত স্বৰ্গদেউসকলে বিহুৰ ৰাজহুৱা প্ৰদৰ্শনৰ দিহা ৰংঘৰৰ বাকৰিত কৰিবলৈ ল'লে। এই বিষয়ে ভাস্কৰজ্যোতি শইকীয়াই প্ৰান্তিকত প্ৰকাশিত 'স্বৰ্গদেউৰ পৃষ্টপোষকতাত ৰঙালী বিহু' শীৰ্ষক প্ৰবন্ধত তথ্য দাঙি ধৰিছে এনেদৰেঃ "বিহু উৎসৱৰ খেলা-ধূলা আৰু নৃত্য-গীত-সংগীত উপভোগৰ সুবিধাৰ্থে স্বৰ্গদেউ ৰুদ্ৰসিংহই ৰংপুৰত পোন্ধৰ-যোলহতীয়া শাল কাঠৰ খুঁটা আৰু তাৰে এটা বিশাল চাংঘৰ সজাইছিল। এই ঘৰটোৰ নামেই ৰংঘৰ নামেৰে জনাজাত হৈছিল। ৰংপুৰৰ এই ৰংঘৰৰ পৰাই স্বৰ্গদেউ ডা-ডাঙৰীয়াসকলৰ লগত প্ৰজাসকলে বিহুৰ আনুষ্ঠানিকতাৰ সোৱাদ লৈছিল। স্বৰ্গদেউ প্ৰমত্ত সিংহই সজোৱা বৰ্তমানৰ পকী ৰংঘৰটোৰ কাষতেই বিহু চোৱাৰ সুবিধাৰ্থে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই এটা সৰু ধুনীয়া ৰংঘৰ সজাইছিল। কিন্তু সময়ৰ সোঁতত ই বিনষ্ট হৈ চিন-মোকাম নোহোৱা হ'ল।" (প্ৰান্তিক, ১-১৫ এপ্ৰিল, ২০০৪, পৃঃ ৩৬)

স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাতেতেতিয়াই বিহু নৃত্য-গীতৰ প্ৰতিযোগিতাও অনুষ্ঠিত হৈছিল বুলি ৰজনীকান্ত বৰদলৈয়ে "ৰংপুৰত ব'হাগৰ সাত বিহুৰ উৎসৱ" প্ৰবন্ধত উল্লেখ কৰিছে ঃ "বিহুৰ সাত দিনত ৰংপুৰত নানা ধৰণৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰি প্ৰতিযোগীসকলক উৎসাহিত কৰিবৰ কাৰণে ঢুলীয়া, নামতি, নাচনী, পেঁপুৱা আদি বিহু শিল্পীক বঁটা প্ৰদানৰ দ্বাৰা আদৰ-সন্মান যাচিছিল।"

স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত আৰম্ভ হোৱা বিহু-নৃত্য-গীতৰ ৰাজহুৱা পৰিৱেশনৰ প্ৰেৰণাতে হুঁচৰিৰ সৃষ্টি হ'ল বুলি পণ্ডিতসকলে কয়। ৰাইজে গঞাৰ চোতালে চোতালে বিহু নৃত্য-গীত কৰি গৃহস্থক আশীৰ্বাদ দিয়াৰ প্ৰথা তথা অনুষ্ঠানৰ প্ৰচলন কৰিলে। এইটো অৱশ্যে কেৱল গঞাৰ চোতালতে সীমাবদ্ধ নাথাকিল; ডা-ডাঙৰীয়াৰ চোতালতো প্ৰজাই হুঁচৰি মাৰিছিল।

স্বাধীনোত্তৰ কালৰ প্ৰথম তিনিটা দশকত বিহু নৃত্য-গীত তথাকথিত সংস্কৃতিৱান তথা উচ্চ শ্ৰেণীৰ অনাদৰ-অৱহেলাৰ পাত্ৰ হ'বলগীয়া হ'ল। বিশেষকৈ গাভৰু আৰু ডেকা-গাভৰুৱে একেলগে নৃত্য-গীত কৰাটোক সংৰক্ষণশীল মনোভাবাপন্নসকলে অশ্লীল বুলি আৰু বিহু মৰাসকলক তলখাপৰ লোক বুলি গণ্য কৰিবলৈ ল'লে। তাৰফলত স্বাধীনোত্তৰৰ সেই কালছোৱাৰ পৰিৱৰ্তিত ৰাজনৈতিক, প্ৰশাসনিক, আৰ্থ-সামাজিক আৰু বৌদ্ধিক পটভূমিত বিহু-নৃত্য-গীতে আশাব্যঞ্জক প্ৰসাৰ আৰু প্ৰচাৰ লাভৰ পৰিৱৰ্তে দুৰ্ভাগ্যজনকভাৱে অপপ্ৰচাৰ আৰু দমনৰ বলি হ'বলগীয়া হ'ল। সেয়ে হ'লেও অসমীয়া জনজীৱনৰ হিয়াৰ আপোন, মনৰ দাপোণ, প্ৰাণৰো প্ৰাণ বাপতিসাহোন বিহু নৃত্য-গীতৰ জনপ্ৰিয়তা কদাপি হ্ৰাস পোৱা নাছিল আৰু অদ্যাপি পোৱা নাই। অৱশ্যে জীৱন-যাপনৰ পৰিৱৰ্তিত পৰিৱেশ-পৰিস্থিতি, আৰ্থ-সামাজিক আৰু বৌদ্ধিক মূল্যবোধৰ বিন্যাস তথা পৰিৱৰ্তনৰ ফলশ্ৰুতিত বিহু নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ প্ৰচলন ক্ৰমান্বয়ে কমি আহিছিল। তথাপি পিছে অনেক গাঁৱত পঞ্চাছৰ দশক পৰ্যন্ত তিনিও প্ৰকাৰৰ বিহু অনুষ্ঠান পূৰ্ণোদ্যমে চলি আছিল ঃ

১) গঞাৰ চোতালত মৰা 'হুঁচৰি'

২) দিনৰ ভাগত এৰাবাৰী, জুপজুপীয়া হাবিয়নী অথবা আঁহত, বৰ, জৰী, পিপল, হিজল, কেন্দু আদিৰ দৰে ডাঙৰ গছ একোজোপাৰ তলত ছোৱালীয়ে বিহু নৃত্য-গীত কৰা, 'গছ-তলৰ বিহু', 'চেনেহী বিহু', 'গাভৰু বিহু' ওৰফে 'জেং বিহু' আৰু

৩) ৰাতিৰ ভাগত বিহুৱা ডেকাৰ সহযোগত গাভৰুৱে বিহু নৃত্য-গীত কৰা 'ৰাতি বিহু'।

পিছে যাঠিৰ দশকলৈকে অতি কমসংখ্যক গাঁৱতহে ৰাতি বিহু বৰ্তি থাকিল। ছোৱালীয়ে দিনৰ ভাগত মৰা গছতলৰ বিহু অৱশ্যে সত্তৰৰ দশকলৈকে ভালেখিনি গাঁৱত কম-বেছি পৰিমাণে চলি আছিল। তাৰ পিছৰ পৰা এই দুই প্ৰকাৰৰ বিহু অনুষ্ঠান

প্ৰায় নোহোৱা হ'ল। ক'ৰবাত ক'ৰবাত তাৰপিছৰ সময়ছোৱাতো প্ৰচলিত হৈ আছিল যদিও সেয়া ব্যতিক্ৰমহে। অন্যহাতে গঞাৰ চোতালে চোতালে গোৱা হুঁচৰি অনুষ্ঠানটি বেছিভাগ গাঁৱত আশীৰ দশকৰ শেষলৈকে পূৰ্ণোদ্যমে চলি আছিল। পিছৰফাললৈ আনকি ব'হাগৰ এপষেক অথবা গোটেই মাহটো হুঁচৰি মৰা হৈছিল। প্ৰায়বোৰ গৃহস্থৰ চোতালতে ভালেখিনি সময় ধৰি (এঘণ্টামান বা ততোধিক সময়) হুঁচৰি চলিছিল। নিজ গাঁৱৰ উপৰি নিমন্ত্ৰণ পালে এখন গাঁৱৰ হুঁচৰি দলে অন্য গাঁৱৰ গৃহস্থৰ চোতালতো হুঁচৰি মাৰিছিল। পিছে নবৈৰ দশকৰ পৰা চোতালৰ হুঁচৰিৰ প্ৰচলন ক্ৰমান্বয়ে কমি আহিবলৈ ল'লে। অনেক গাঁৱৰ ৰাইজে গঞাৰ চোতালে চোতালে হুঁচৰি গাবলৈ ইতিমধ্যে এৰি পেলাইছে আৰু আজিৰ তাৰিখত মুষ্টিমেয় কিছুমান গাঁৱৰ ৰাইজেহে অদ্যাপি পৰম্পৰাটো চলাই আছে। আকৌ হুঁচৰি বৰ্তি থকা গাঁওবোৰৰো বেছিভাগতে ই নামতহে চলি আছে বুলিব পাৰি। ৰাইজ চোতালত ভৰি দিয়াৰ প্ৰায় লগে লগে নাইবা হুঁচৰি-ঘোষাৰ শেষ হ'লেই গৃহস্থই শৰাই আগবঢ়ায দিয়ে, আৰু হুঁচৰি সিমানতে ইতি পৰিবলৈ লৈছে। এনেক্ষেত্ৰত গৃহস্থই ৰাইজৰ বিহুৱবীয়া আশীৰ্বাদ লাভ কৰে আৰু মাননিৰ জৰিয়তে হুঁচৰি গোৱা ৰাইজৰ অৰ্থ সংগ্ৰহ হয়। পিছে হুঁচৰি মৰাৰ আনন্দ উলাহৰ পৰা হুঁচৰি গোৱাসকল বঞ্চিত হয়; গৃহস্থ আৰু ৰাইজ বঞ্চিত হয় হুঁচৰি উপভোগৰ পৰা।

অন্যহাতে ষাঠিৰ দশকৰ মাজভাগৰ পৰা সন্মিলন/ব'হাগী উৎসৱ/মুকলি বিহু/বিহুতলী আদি নামকৰণেৰে বিহু নৃত্য-গীতৰ ৰাজহুৱা তথা মঞ্চভিত্তিক প্ৰদৰ্শন আৰু প্ৰতিযোগিতা অনুষ্ঠিতকৰণৰ প্ৰক্ৰিয়াটো ক্ৰমান্বয়ে গা কৰি উঠিল। (লিখাৰ সুবিধাৰ বাবে এতিয়াৰ পৰা আমি এই পুথিত 'বিহুতলী' শব্দটো ব্যৱহাৰ কৰিছোঁ।) বছৰে বছৰে বিহুতলীৰ সংখ্যা, প্ৰসাৰ আৰু চোক-বৃদ্ধি পাই আহিল। প্ৰথম অৱস্থাত আঙুলিৰ মূৰত গণিব পৰা ঠাই বিশেষত আৰু প্ৰধানতঃ নগৰতহে বিহুতলী অনুষ্ঠিত হৈছিল। বৰ্তমান নগৰৰ উপৰি গ্ৰামাঞ্চলতো অনুষ্ঠিত হ'বলৈ লৈছে। আনকি সৰু একোটা অঞ্চল আৰু গাঁও একোখনতো একোখনকৈ বিহুতলী অনুষ্ঠিত হ'বলৈ ধৰিছে। বৰ্তমান প্ৰতিবছৰে অসমত হাজাৰখনৰো অধিক বিহুতলী আয়োজিত হয়।

এই বিহুতলীবিলাকত বিহুৱতী, বিহুৱা, পেঁপুৱা, ঢুলীয়া, হুঁচৰি, গাভৰু বিহু, মুকলি বিহু আদি বিভিন্ন প্ৰতিযোগিতা অনুষ্ঠিত হৈ আহিছে। ইয়াৰ উপৰি ইবিলাকত সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰা হয়, য'ত বিহু নৃত্য-গীতৰ অনুষ্ঠানৰ উপৰি লোক-সংস্কৃতি আৰু আধুনিক গীত-মাত-নৃত্যৰ অনুষ্ঠানে ঠাই পায়।

ৰঙালী বিহু উদ্‌যাপনৰ এই ধৰণটোক সকলোৱে একমুখে আদৰণি জনোৱা নাই। কিছুসংখ্যক লেখক, সমালোচকৰ মতে মঞ্চলৈ আনি বিহুক বিজতৰীয়া কৰা হৈছে। প্ৰকৃতিৰ বিনন্দীয়া পৰিৱেশত অনুষ্ঠিত হৈ অহা বিহু-নৃত্য-গীতে মঞ্চত আধুনিকতা আৰু যান্ত্ৰিকতাৰ কবলত স্বকীয়তা হেৰুৱাইছে। অন্যহাতে ভালেসংখ্যক লেখক-সমালোচকে

বিহু নৃত্য-গীতৰ মঞ্চভিত্তিক পৰিৱেশন যুগসাপেক্ষ বুলি মত প্ৰকাশ কৰাৰ লগতে এই ধৰণতে যাতে বিহু নৃত্য-গীত সু-সংস্কৃত, অবিকৃত আৰু উত্তমভাৱে অনুষ্ঠিত হোৱাৰ লগতে বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধন হয় তাৰ প্ৰতি অসমীয়া ৰাইজ সচেতন আৰু যত্নবান হোৱা উচিত বুলি সকিয়াইছে।

এইখিনিতে উপৰিউক্ত দিশবোৰৰ সন্দৰ্ভত যোৱা দুবছৰত প্ৰকাশিত কেইটিমান প্ৰণিধানযোগ্য উদ্ধৃতি তলত দাঙি ধৰা হওক —

"গাঁৱৰ বিহুক নগৰৰ মঞ্চলৈ লৈ অনা কাৰ্যটোৱেই সংৰক্ষণৰ ক্ষেত্ৰত এক উচিত পদক্ষেপ বুলি ধৰিব পাৰি। তাকে নকৰা হ'লে অৱহেলা আৰু অনাগ্ৰহৰ কবলত পৰি পৰিৱৰ্তিত গ্ৰাম্য জীৱনৰ মাজত বিহুৰ গীত-মাত, নৃত্য-ঢোলৰ ছেও কিমান পৰ্যায়লৈকে আদৰৰ হৈ থাকিলহেঁতেন তাত সন্দেহ আছে। ৰক্ষণশীলতাৰ বিচাৰেৰে বহুতেই হয়তো বিহুক বিজতৰীয়া কৰাহে হ'ল বুলি অভিযোগ আনে। কিন্তু আমাৰ চৌদিশৰ দ্ৰুতগতিৰ সামগ্ৰিক পৰিৱৰ্তনক সম্পূৰ্ণৰূপে নেওচাও সম্ভৱপৰ নহয়। সকলো ধৰণৰ হেঁচা আৰু প্ৰভাৱৰ মাজতে কিছু এৰা-ধৰাৰ মাজৰে বৰ্তি থকাটোৱেই এতিয়া যুগধৰ্ম হৈ পৰিছে আৰু আমাৰ বিহুৱেও সকলো প্ৰকাৰৰ বাহিৰা প্ৰভাৱৰ মাজতো স্বকীয় বৈশিষ্ট্য অটুত ৰাখিছে বুলিব পাৰি। বায়ু প্ৰদূষণ, ন ন বীজাণুৰ আৱিৰ্ভাব সত্ত্বেও মানুহৰ আয়ুস বাঢ়ি অহাৰ দৰে উপযুক্ত সচেতনতা বাহাল ৰাখিলে বিহুৰ স্বকীয় বৈশিষ্ট্য একোৱেই ম্লান কৰিব নোৱাৰে। বৰং এতিয়া সমাজৰ সকলো শ্ৰেণীৰ মাজত বিহুৰ সমাদৰ বাঢ়িছে। বিদেশত অনা অসমীয়াসকলেও ৰঙালী বিহু উদ্‌যাপন কৰাৰ বাতৰিৰ লগতে পুৰুষ-মহিলা মিলি বিহু নচাৰ ছবি দেখিলে ভাল লাগে। এতিয়া বিহুগীতক কোনেও ইতৰ লোকৰ সংস্কৃতি বুলি কোৱাৰ অৱকাশ নাপায়।" (সম্পাদকীয়, প্ৰান্তিক- ১-১৫ এপ্ৰিল, ২০০৫ চন)

"দেশে স্বাধীনতা লাভ কৰাৰ দহ-বাৰ বছৰৰ পাছৰ পৰাই গুৱাহাটীকে ধৰি অসমৰ বিভিন্ন চহৰত মঞ্চ বিহু আৰম্ভ হ'বলৈ ধৰিলে। লাহে লাহে ইয়াৰ সম্প্ৰসাৰণ হ'ল। বৰ্তমান একেবাৰে আওহতীয়া গাঁৱতো মঞ্চ বিহু অনুষ্ঠিত হয়। ইয়াক আমি বেয়া বুলিব নোৱাৰোঁ। যুগৰ বতাহৰ লগত ই হালিব-জালিব লাগিব।" - পদ্মকান্ত বৰা (প্ৰান্তিক - ১ এপ্ৰিল, ২০০৫ চন; পৃ: ২২)

পৰিৱৰ্তিত পৰিস্থিতিতো আমাৰ বহু নৃত্য-গীত-বাদ্য-বাজনাৰ মূল স্বকীয় বৈশিষ্ট্যখিনিৰ বিশেষভাবে অৱনতি নঘটাটো আমাৰ বাবে অতি সৌভাগ্যৰ কথা। সিবিলাকৰ বিশিষ্ট অমিয়া মাধুৰীয়ে অদ্যাপি সকলোকে মোহিত কৰি ৰাখিব পৰাটো সমগ্ৰ জাতিটোৰ বাবেই গৌৰৱৰ কথা। তাৰোপৰি ৰাজহুৱা প্ৰদৰ্শন তথা প্ৰতিযোগিতাৰ পৰিপ্ৰেক্ষিতত বিহুৱা-বিহুৱতীসকলে ইবিলাক বৰ্তমান অতি যত্নসহকাৰে চৰ্চা কৰে। চ'ত মাহতে আখৰাৰ ধুম উঠে। মাঘ বিহুৰ পিছতে ঠায়ে ঠায়ে বিহু নৃত্য-গীত-বাদ্যৰ প্ৰশিক্ষণৰ কৰ্মশালাও অনুষ্ঠিত হ'বলৈ লৈছে। কিতাপ-আলোচনীৰ পাতত বিহু সংস্কৃতি বিষয়ক

জ্ঞান লাভ কৰিবৰ যত্নবান হয় আজিৰ বিহুতো বিহুৱা-বিহুৱতী। এনে চৰ্চাৰ ফলত বিহু নৃত্য-গীতৰ পৰিবেশন চোতাল আৰু গছ তলৰ তুলনাত অধিক সাৱলীল আৰু মনোগ্ৰাহীভাৱে পৰিবেশিত হৈ আছে বুলিব পাৰি। বিভিন্ন অঞ্চলৰ বিহু নৃত্য-গীতৰ শৈলী আদিৰ সমাহাৰত সোণত সুৰগা চৰিছে।

বিহু নৃত্য-গীতৰ ৰাজহুৱা প্ৰদৰ্শন আৰু প্ৰতিযোগিতা অনুষ্ঠিতকৰণ প্ৰক্ৰিয়াৰ আৰম্ভণিৰ বছৰবোৰত অৱশ্যে কিছুমান বিকৃত তথা বিজতৰীয়া নাচোন শৈলীৰ প্ৰচলন হ'বলৈ ধৰিছিল। ভাৰত নাট্যম, সত্ৰীয়া নৃত্য, ৰাজস্থানী নৃত্য আদিৰ অনুকৰণত কোনো কোনোৱে কিছুমান পৰম্পৰহীন নৃত্য-শৈলীৰ সংযোজনেৰে বিহু নৃত্য-গীতত নতুন আংগিক যোগ দিবলৈ অযথা আৰু অদূৰদৰ্শী চেষ্টা চলাইছিল। পিছে ভালেসংখ্যক বিহুপ্ৰেমী চিন্তাশীল ব্যক্তিৰ লেখা-সমালোচনা আদিৰ ফলত বিহু নৃত্য-গীত আৰু বাদ্য-বাজনা বিকৃত আৰু বিজতৰীয়া হৈ পৰাৰ পৰা বহুপৰিমাণে ৰক্ষা পৰিল বুলিব পাৰি। আশী আৰু নব্বৈৰ দশকত প্ৰায়বোৰ বিহুতলীতে বিহু বিষয়ক আলোচনাচক্ৰ অনুষ্ঠিত হৈছিল যদিও ক্ৰমান্বয়ে হ্ৰাস পাই আহিছে। দৰ্শক-শ্ৰোতাৰ অনুপস্থিতি ইয়াৰ এক প্ৰধান কাৰণ। বিহুৰ বতৰত বিহুৱলীয়া ৰাইজৰ বক্তৃতা শুনাৰ মানসিকতাৰ অভাৱ। 'বিহু কৃষ্টি চৰ্চা আৰু বিকাশ সমিতি', যোৰহাটৰ সৌজন্যত আয়োজিত ১৯৮১ চনৰ ৫ আৰু ৬ এপ্ৰিলত যোৰহাটত অনুষ্ঠিত হোৱা আৰু 'কিশলয় গোষ্ঠী'ৰ সৌজন্যত আয়োজিত ১৯৮১ চনৰ ১৯ এপ্ৰিলত নগাঁৱত অনুষ্ঠিত হোৱা দুখন বিহু কৰ্মশালাৰ জৰিয়তে প্ৰস্তুত বিহু প্ৰতিযোগিতাৰ নিয়মাৱলীয়েও এই উদ্দেশ্যত প্ৰভূত অৰিহণা যোগালে। পিছৰ বছৰবোৰত ভালেসংখ্যক বিচাৰক, বিহুৱা-বিহুৱতীয়ে সেই নিয়মাৱলী অনুসৰণ কৰিছে। সেয়ে হ'লেও বিহু অনুষ্ঠানবোৰৰ প্ৰতিযোগিতাত বিচাৰৰ ক্ষেত্ৰত এতিয়াও কিছুমান বিষয়ত বিভিন্ন অঞ্চলৰ বিচাৰকৰ মতানৈক্য বিদ্যমান। এনে মতানৈক্যই কেৱল বিচাৰকেই নহয়, বিহুৱা-বিহুৱতী, তেওঁলোকৰ অভিভাৱক, বিহুতলীৰ উদ্যোক্তা আৰু অন্য বিহুপ্ৰেমীসকলৰ মন-প্ৰাণত স্বাভাৱিকতেই অশান্তি আৰু অসন্তোষৰ সৃষ্টি কৰি আহিছে। কিছুমান সূক্ষ্ম বিষয়বস্তুৰ সন্দৰ্ভত বিভ্ৰান্তিত ভুগি আহিছে বিশেষকৈ বিহুৱতী, বিহুৱা, তেওঁলোকৰ অভিভাৱক আৰু বিহু-বিচাৰকসকল।

সত্তৰৰ দশকৰ শেষভাগৰ পৰা ইলেক্ট্ৰনিক মাধ্যমৰ যোগেদি বিহুগীতৰ বহুল প্ৰচাৰে গা কৰি উঠিল। অৱশ্যে তাৰ আগৰ পৰাই গ্ৰামোফোন ৰেকৰ্ড আৰু ৰেডিঅ'ৰ যোগেদি বিহুগীতৰ প্ৰচাৰ চলিছিল। আশীৰ দশকৰ পৰা কেছেটৰ মাধ্যমত প্ৰতি বছৰে ভালেসংখ্যক বিহুগীতৰ কেছেট প্ৰকাশ পাবলৈ ল'লে। এই সংখ্যা আজি পৰ্যন্ত বছৰে বছৰে বৃদ্ধি পাই আহিছে। নব্বৈৰ দশকৰ শেষভাগৰ পৰা বিহুনামৰ কেছেট, চি. ডি.-ৰ উপৰি বিহুগীত-বিহুনাচক মুখ্য উপাদান হিচাপে লৈ ভালেমান ভিডিঅ' ছবিও প্ৰকাশ পাইছে।

যষ্ঠ অধ্যায়

# ৰাতি বিহু, গাভৰু বিহু হুঁচৰিৰ চমু আভাস

ৰাতি বিহু, গাভৰু বিহু আৰু হুঁচৰিৰ চমু আভাস দাঙি নধৰাকৈ ৰঙালী বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানৰ ঐতিহ্য আৰু বিৱৰ্তনৰ আলোচনা সামৰাটো কিবা আধাডুখৰীয়া হ'ব যেন পাওঁ। ইয়াৰ উপৰি এই পুথিখনৰ পিছৰ অধ্যায়কেইটাত সন্নিৱিষ্ট আলোচনা-পৰ্যালোচনাত এই অনুষ্ঠানকেইটাৰ ঐতিহ্যমূলক বৈশিষ্ট্যাদিৰ প্ৰসংগ স্বাভাৱিকতেই উত্থাপিত হৈছে। সেয়েহে এই অনুষ্ঠানকেইটিৰ চমু আভাস ১৯৮৯ চনত প্ৰথম আৰু ২০০৪ চনত দ্বিতীয় সংস্কৰণ প্ৰকাশ পোৱা আমাৰ দ্বাৰা লিখিত 'ৰঙালী বিহুৰ নৃত্য-গীত' পুথিখনৰ পৰা যৎকিঞ্চিৎ সম্পাদনা কৰি তুলি দিয়া হৈছে। লগতে প্ৰয়োজন সাপেক্ষে অন্য দুই-এক লেখকৰ লেখনিৰ নিৰ্বাচিত অংশ সংযোজিত কৰা হৈছে।

## ৰাতি বিহুৰ চমু আভাস

ৰাতি ভাত-পানী খাই-বৈ উঠাৰ পাছত বিহুৱা ডেকা আৰু বিহুৱতী গাভৰুহঁতে যি বিহু মাৰিছিল তাকে ৰাতি বিহু বুলি জনা যায়। ডেকা-গাভৰুৱে একেলগে মৰা বুলি কোৱা হৈছে যদিও আমাৰ অনুসন্ধানে ঢুকি পোৱা তথ্য অনুযায়ী ডেকা-গাভৰু একাকাৰ হৈ বিহু মৰা নাছিল। ডেকাহঁতে গাভৰুহঁতৰ পৰা এক নিৰ্দিষ্ট দূৰত অৱস্থান কৰাটো এক ৰীতি আছিল। অৱশ্যে বহুদূৰ অতীতত এনে ৰীতি আছিল নে নাছিল সেই কথা ঠাৱৰ কৰা টান। এই বিহুক 'গছতলৰ বিহু', 'চ'তৰ বিহু', 'হাত বিহু' আদি নামেৰেও অঞ্চলভেদে বুজা হৈছিল।

উজনি অসমৰ ভালেমান গাঁৱত পঞ্চাছৰ দশকলৈকে প্ৰচলিত 'ৰাতি বিহু' কেতিয়া উৎপত্তি হৈছিল নিশ্চিত কৰা কঠিন। পৰিৱৰ্তিত পৰিস্থিতি তথা পৰিৱেশত ক্ৰমে লোপ পাই বৰ্তমান অসমৰ ক'তো অনুষ্ঠিত নোহোৱা ৰাতি বিহু ৰাজ্যখনৰ কোন কোন অঞ্চলৰ গাঁওবোৰত কেতিয়াৰ পৰা কেতিয়ালৈকে প্ৰচলিত আছিল সেইটোও নিৰ্ণয় কৰা টান। আশীৰ দশক পৰ্যন্ত চেগাচোৰোকাকৈ যোৰহাট, গোলাঘাট জিলাৰ দুই এখন গাঁৱত এই বিহু অনুষ্ঠিত হৈ আছিল বুলি জনা যায়। কেতিয়াৰ পৰানো এই অনুষ্ঠানক ৰাতি বিহু বুলি নামকৰণ কৰা হ'ল সেই তথ্যও আমি আহৰণ কৰিব পৰা নাই। ৰাতিৰ ভাগত অনুষ্ঠিত হোৱা বাবেই ৰাতি বিহু বুলি বুজিব অৱশ্যেই পাৰি।

যোৰহাট আৰু গোলাঘাট জিলাৰ মৰাণ গাঁও, খেৰেমা গাঁও, বজালকটা, বৰ কছাৰী, সৰু কছাৰী, নেঘেৰী, লাহিং, বেবেজীয়া, টায়াকুৰী, ৰজাবাহাৰ, শ্যাম গাঁও, অভয়াপুৰী, কাৰিকুৰি, আহোম গাঁও, শালিকীহাট, বামুণ চুক, ৰজনাঘাট, গৰৈ চুক, বৰবাৰী, লোক-শলীয়া, হৰিগাঁও, গোহাঁই গাঁও আদি গাঁওবোৰত পঞ্চাছৰ দশকত ৰাতি বিহু অনুষ্ঠিত হৈছিল বুলি সেই সময়ৰ কেইবাগৰাকী বয়োজ্যেষ্ঠৰ পৰা জানিব পাৰিলো। ইবিলাকৰে নেঘেৰী আৰু বজালকটাকে ধৰি কিছুমান গাঁৱত এই বিহুৰ প্ৰচলন আশীৰ দশকৰ মাজভাগলৈকে চলি আছিল। শিৱসাগৰ জিলাৰ বেতবাৰী অঞ্চলৰ কিছুমান গাঁৱত, ডিব্ৰুগড় জিলাৰ নামৰূপৰ আশে-পাশে ৰাতি বিহুৰ প্ৰচলন পঞ্চাছৰ দশকত পূৰ্ণোদ্যমে চলিছিল। উল্লেখনীয় যে আমাৰ অনুসন্ধানত নিৰ্দিষ্টকৈ তথ্য সংগ্ৰহ কৰিবলৈ সক্ষম হোৱা গাঁও তথা অঞ্চলৰ নামহে আমি ইয়াত উল্লেখ কৰিছোঁ। সিবিলাকৰ বাদেও অন্য বহুতো গাঁও তথা অঞ্চলতো সমসাময়িকভাৱে ৰাতি বিহু চলিছিল বুলি জনা যায়। ৰাতি বিহুৰ প্ৰচলন শিৱসাগৰ জিলাত যে ব্যাপকভাৱে আছিল সেই কথা ড° লীলা গগৈদেৱে আইতাকৰ পৰা লোৱা তথ্যৰ ভিত্তিত ১৮ শতিকাৰ সাংস্কৃতিক পৰিৱেশ অংকিত কৰা গ্ৰন্থ 'নৈ বৈ যায়'ত উল্লিখিত ৰাতি বিহুৰ বৰ্ণনাৰ পৰাই ঠাৱৰ কৰিব পাৰি ঃ "সম্ভৱতঃ আহোম, কছাৰী, চুতীয়া আৰু কোঁচ-কেওঁট জনগোষ্ঠীৰ মাজত ৰাতি বিহু এসময়ত সমগ্ৰ অসমতে ব্যাপকভাৱে অনুষ্ঠিত হৈছিল।"

তলত বিভিন্ন অঞ্চলৰ অংশগ্ৰহণকাৰী অভিজ্ঞ ব্যক্তিৰ পৰা আহৰিত তথ্যৰ ভিত্তিত এই বিহুৰ এক আভাস দাঙি ধৰিবৰ যত্ন কৰা হৈছে।

সোমাল চ'ততে এই বিহু আৰম্ভ কৰা হৈছিল। কিছুমান গাঁৱত সোমাল চ'তৰ পৰা গোটেই চ'ত মাহটো আৰু কিছুমানত ১৫, ২০ দিনলৈ এই বিহু মৰা হৈছিল। অন্য কিছুমান গাঁৱত সাত বিহুৰ দিনাখনলৈকে (ব'হাগৰ ছদিনলৈ) এই বিহু চলিছিল। ৰাতি বিহু আৰম্ভ কৰাৰ দিনা আৰম্ভণিতে তামোল-পাণ আগবঢ়াই (গছৰ গুৰিত ৰাখি) হৰিধ্বনি কৰা নিয়মৰ প্ৰচলন থকাৰ কথা কিছুমান অঞ্চলৰ অভিজ্ঞই কয়। সেইদৰে বিহু উৰুৱাৰ অৰ্থাৎ সামৰণিৰ দিনা গছৰ গুৰিত তামোল-পাণ থৈ আৰু গছত বিহুৱান নাইবা বগা কাপোৰ এখন বান্ধি হৰিধ্বনি কৰিছিল বুলিও কয়। সিদিনা টকাবোৰ ফালি বিহুখোলাত এৰি আহিছিল। এইটো অৱশ্যে পূৰ্বৰ পৰা প্ৰচলিত ৰীতি নহ'বও পাৰে। কাৰণ এসময়ত কোনো কোনো গাঁৱৰ কোনো কোনো পৰিয়ালৰ গাভৰুৱে ৰাতি বিহু মাৰিবলৈ লুকাই-চুৰকৈ যাবলগীয়া অৱস্থাৰ সৃষ্টি হৈছিল, আৰু সেইবাবেই হয়তো ৰাতি বিহু মৰাৰ পাছত টকাবোৰ সাধাৰণতে বিহুখোলাতে এৰি আহিছিল। পিছলৈ বিহু উৰুৱাৰ দিনাখন টকাবোৰ ঘৰলৈ নিনি ফালি থৈ অহাৰ একপ্ৰকাৰ নিয়মেই হৈ পৰিছিল বুলি ভাবিব পাৰি।

গাঁও একোখনৰ একোডোখৰ নিৰ্দিষ্ট ঠাইত ৰাতিৰ সাঁজ খাই-বৈ উঠাৰ পিছত ৰাতি বিহু অনুষ্ঠিত হৈছিল। সাধাৰণতে বৰ, জৰী, আঁহত, পিপল, কেন্দু আদি ডাঙৰ গছ

একোজোপাৰ তল চাফ-চিকুণ কৰি বিহুখোলা (বিহু মৰা ঠাইখিনি) পাতিছিল। গাভৰু নচুৱাৰ আকুলতাত হেনো সাধাৰণতে ডেকাহঁতেই প্ৰথমে বিহুখোলাৰ কাষলৈ গৈ পেঁপা আদি বাদ্য বজাইছিলগৈ। এইটো অৱশ্যে কোনো ধৰা বন্ধা ৰীতি বুলিব নোৱাৰি। পেঁপাৰ সুৰ ভাঁহি গৈ গাভৰুহঁতৰ কাণত পৰে। সেইসময়ত কোনোবাই খাই বৈ উঠে, কোনোবাই ভাতৰ পাতত বহেহে। ওচৰ চুবুৰীয়া গাভৰুহঁত লগ হৈ হাতত টকা, গগনা আৰু জোৰ ফানচু অথবা লেম-বাতি লৈ বিহুখোলালৈ ঢাপলি মেলে। দুই এখন ঠাইৰ গাভৰুৱে ৰাতি বিহুলৈ সুতুলিও নিছিল; অৰ্থাৎ ৰাতি বিহুত তেনে ঠাইত সুতুলি ব্যৱহাৰ হৈছিল। বিহুখোলালৈ যাওঁতে গাভৰুহঁতে স্বাভাৱিকভাৱে হাঁহি-মেলি, টকা বজাই অথবা বিহুনাম একোফাঁকি গাই গৈছিল। আবিয়ৈ ছোৱালীয়ে এই বিহুত অংশ ল'ব নোৱাৰিছিল।

কোনো কোনো ঠাইত বিহুখোলাত উপস্থিত হৈয়েই গাভৰুহঁতে হুঁচৰিৰ আৰম্ভণিতে হুঁচৰি-ঘোষা গোৱাৰ দৰে বৃত্তাকাৰে ঘূৰি ঘূৰি কেইফাঁকিমান কৃষ্টি-প্ৰকৃতিমূলক বিহুনাম গায়। অন্য কিছুমান ঠাইত এনেকৈ বৃত্তাকাৰে ঘূৰাৰ ৰীতিটো নাই। সেয়েহে হুঁচৰিৰ অনুকৰণত এইটো ক'ৰবাত ক'ৰবাত পিছত সংযোজিত ধৰণ বুলি ভবাৰ থল নথকা নহয়। অৱশ্যে এই বিহুত প্ৰথমতে কৃষ্টি-প্ৰকৃতিমূলক বিহুনাম কেইফাকিমান অৱশ্যেই গায় বুলি অভিজ্ঞসকলে কয়। তাৰপাছৰ পৰা মাজে মাজে পেঁপুৱাই বজোৱা পেঁপাৰ মাতত, মাজে মাজে একো একো জাউৰি বিহুনাম গাই, মাজে মাজে গগনা, সুতুলি বজাই, মাজে মাজে ডেকাৰ লগত যোৰা নাম গাই বিহু মাৰি থাকে দুপৰ ৰাতিলৈকে। বিহু মাৰোঁতে বিহুনাম আৰু বিভিন্ন বিহুবাদ্য খোৱা খোৱাকৈ, আৰু টকাৰ মাত আৰু বিহুনাচ· প্ৰায় লানি নিচিগাকৈ চলি থাকে । কেইগৰাকীমান বিহুৱতী বিহুখোলাৰ মাজৰ অংশত নাচে আৰু বাকীবোৰে তেতিয়া কাষৰীয়াকৈ অৱস্থান লৈ টকা বজাই বিহুনাম গায় অথবা গগনা বজায়, নাইবা পেঁপাৰ মাতত তাল ধৰি টকা বজায়। নাচি থকা কাৰোবাৰ আমনি লাগিলে নাচিবলৈ এৰি টকা বজাই বিহুনাম গাবলৈ ধৰে; সেইদৰে বিহুনাম গাই থকা কাৰোবাৰ নাচিবলৈ মন গ'লে মাজ অংশলৈ গৈ নাচিবলৈ ধৰে। অৱশ্যে নাচি থাকোঁতেও যে মুখত বিহুনাম লাগি নাথাকে সেইটো নিশ্চয় নহয়। মাজ অংশত কেইবাগৰাকীয়ে নাচোঁতে বৃত্তাকাৰে নাচে।

ৰাতি বিহুত আৰম্ভণিতে গাভৰুহঁতে দুই-চাৰিফাঁকি কৃষ্টি-প্ৰকৃতিমূলক বিহুনাম গাইছিল যদিও তাৰপিছৰ বেছিভাগ বিহুনামেই আছিল পিৰীতিমূলক তথা যৌনগন্ধী। যোজনা হিচাপে আৰু টকাৰ তালত ছন্দ মিলাই, এই দুয়োটা ধৰণেৰেই বিহুনামবোৰ গোৱা হৈছিল। হুঁচৰিত জাত লগাই বিহুনাম গোৱা ধৰণেৰে ৰাতি বিহুত বিহুনাম গোৱা নহৈছিল বুলি অংশগ্ৰহণকাৰী অভিজ্ঞই কৈছিল। ৰাতি বিহুত যোজনা একোটা গাওঁতে অৱশ্যেই এজনী গাভৰুৱে আৰম্ভ কৰিছিল আৰু বাকীসকলে বাকী অংশ একেলগে গাইছিল। পিছে টকাৰ তালত গাওঁতে একোফাঁকি বিহুনাম সকলোৱে সাধাৰণতে একেলগে গাইছিল আৰু

এনেকৈ ইফাঁকিৰ পিছত সিফাঁকিকৈ কেইবাফাঁকিও বিহুনাম একেলেথাৰিকৈ গাইছিল। এনে একোজাউৰি বিহুনামৰ মাজে মাজে যোজনা গাইছিল, নাইবা বিহুৱাৰ পেঁপা বাজিছিল অথবা গাভৰুৱে গগনা, সুতুলি বজাইছিল। পেঁপা বজোৱা ডেকা একোজনেও চেগ বুজি বিহুনাম একোফাঁকি গাইছিল। তাৰ উত্তৰত নাইবা সেইফাঁকি বিহুনামৰ জেৰ টানি গাভৰুহঁতে জাউৰিয়ে জাউৰিয়ে বিহুনাম গাইছিল। বিহুনামেৰেই ডেকাহঁতক জোকাইছিল। কেতিয়াবা হেনো জোকোৱা বিহুনামৰ চোক সহিব নোৱাৰি ডেকা একোজনে ওফোন্দ পাতি বিহুখোলাৰ পৰা আঁতৰি গৈছিল। তেনেকৈ যাবলৈ লোৱা ডেকাক গাভৰুৱে বিহুনামেৰেই নাযাবলৈ কৈছিল। আকৌ বিহুনামেৰেই পেঁপুৱাক পেঁপা বজাবলৈ কৈছিল। বিহুনামেৰেই পেঁপা বাদনৰ শলাগ লৈছিল। পেঁপাৰ মাতত নাচিবলৈ হেনো গাভৰুহঁতে আটাইতকৈ ভাল পায়। পাৰদৰ্শী পেঁপুৱাই পেঁপা বজালে এৰিবকে নোখোঁজে। কেতিয়াবা তেনে পেঁপুৱাক বাকী কেইজন পেঁপুৱাই পেঁপা বাদন সামৰিবলৈ সোঁৱৰাই দিবলগীয়াও হেনো হৈছিল। আকৌ কেতিয়াবা পেঁপুৱা আৰু বিহুৱতীৰ মাজত প্ৰতিযোগিতা হৈছিল। কোন আগেয়ে ভাগৰে সেই লৈ। কেতিয়াবা আকৌ কোনোবা ডেকা-গাভৰুৰ মাজত বিহুনামেৰে প্ৰশ্ন-উত্তৰ দিয়া অথবা যোৰানামেৰে জোকোৱাৰ খেল চলিছিল। এনেদৰে যোৰানাম গাওঁতে আগেয়ে শুনা বিহুনামৰ ফাঁকি গোৱাৰ উপৰি একোগৰাকী গাভৰুৱে কেতিয়াবা থিতাতে সৃষ্টি কৰিও একোফাঁকি বিহুনাম গাই দিব পাৰিছিল বুলি এগৰাকী ৰাতি বিহু মৰা অভিজ্ঞ বিহুৱতীয়ে জানিবলৈ দিছিল। এনে বিহুৱতীৰ সংখ্যা পিছে কম।

উল্লেখনীয় যে বাদ্য বজোৱা ডেকাবোৰ কোনো ক্ষেত্ৰতেই গাভৰুৰ মাজলৈ যাব নোৱৰা নিয়ম আছিল। ডেকাবোৰে কমেও তিনি-চাৰিহাত অথবা তাতোকৈ বেছি দূৰত থাকিহে গাভৰুহঁতক নচুৱাইছিল। অতীতত ৰাতি লেম-বাতি অথবা জোনৰ চয়াময়া পোহৰত মনৰ উলাহেৰে বিহু মাৰোঁতে হয়তো কোনোবা ডেকা কোনোবা গাভৰুৰ নিচেই কাষলৈ যোৱা বাবে অনুষ্ঠানটোত খেলিমেলিৰ সৃষ্টি হৈছিল আৰু সেইবাবেই এনে নিয়মে গা কৰি উঠিছিল বুলি ভাবিবৰ থল আছে। অন্যহাতে এই বিহু উপভোগ কৰিবলৈ অহা নিজ গাঁৱৰ আৰু অন্য গাঁৱৰ ডেকাহঁতে যথেষ্ট দূৰৰ পৰাহে ৰাতি বিহু চাব পাৰিছিল। এনেদৰে বিহু চাই থকা ডেকা একোজনেও কেতিয়াবা বিহুনাম একোফাঁকিৰে গাভৰুক জোকাইছিল, মনৰ কথা কৈছিল নাইবা গাভৰুৰ নাচোন উপভোগ কৰি আনন্দ-উল্লাস প্ৰকাশ কৰিছিল। তাৰ উত্তৰো গাভৰুহঁতে বিহুনামেৰেই দিছিল।

যোৰহাট আৰু গোলাঘাট জিলাত প্ৰচলিত ৰীতি অনুযায়ী গাভৰুহঁতে প্ৰতি বছৰে ৰাতি বিহু আৰম্ভ কৰাৰ দুই-চাৰিদিন পূৰ্বে কেইজনমান বিহুৱা ডেকাক পেঁপা বজাবলৈ কৈ থয়। সেইদৰে বীণ বজোৱা ডেকা থাকিলে বীণ বজাবলৈকো কৈ থৈছিল। উল্লেখযোগ্য যে আমাৰ অনুসন্ধানত এই বিহুত ঢোল ব্যৱহাৰ হৈছিল বুলি কোৱা অংশগ্ৰহণকাৰী কেৱল দুখন গাঁৱৰহে। অন্যহাতে শিৱসাগৰ, ডিব্ৰুগড় (অবিভক্ত) জিলাত ৰাতি বিহুত বাদ্য বজাবলৈ

গাভৰুহঁতে নির্দিষ্ট ডেকা কেইজনমানক কৈ থৈছিল নে নাই সেই কথা আমাৰ অনুসন্ধানত জানিব পৰা নগ'ল।

কেইজনমান অংশগ্ৰহণকাৰী অভিজ্ঞই কোৱা মতে যোৰহাট আৰু গোলাঘাট জিলাত প্ৰচলিত ৰাতি বিহুত গাভৰুৱে বিহুৱা ডেকাক পেঁপা আদি বাদ্য বজাবলৈ আগে ভাগে কৈ থোৱা ৰীতিটোৰ মুখ্য উদ্দেশ্য বিশৃংখলতা আৰু অবাঞ্ছনীয় পৰিস্থিতি এৰাই চলা। যেয়ে ইচ্ছা সেয়ে ওপৰা-উপৰিকৈ বজাই-মেলি যাতে খেলি-মেলি আৰু কাজিয়াৰ সৃষ্টি নকৰে। এই উদ্দেশ্যলৈ লক্ষ্য কৰি ৰীতিটো অভিজ্ঞতাৰ ফলশ্ৰুতি তথা সময় আৰু পৰিস্থিতিসাপেক্ষ সংযোজন বুলি বোধ হয়। এই একে উদ্দেশ্যৰে উপৰিউক্ত অঞ্চলবোৰৰ ৰাতি বিহুত সাঙোৰ খাই পৰা অন্য এক ৰীতি এনেধৰণৰ — অপ্ৰীতিকৰ পৰিস্থিতিৰ উদ্ভৱ নহ'বৰ বাবে দুই-চাৰিজন বয়সীয়াল মানুহে ৰাতি বিহু মৰা ঠাইৰ কিছু আঁতৰত (প্ৰয়োজন অনুযায়ী চাৰিও দিশত) টোকোন আদি লৈ ৰখি থাকে। এনেদৰে গাভৰুহঁতক ৰখি থকাসকলক 'গাভৰু বৰা' বোলা হৈছিল। পিছৰফাললৈ কোনো কোনো ঠাইত গাভৰুহঁতে বিহুখোলা (বিহুমৰা ঠাইখিনি)ৰ চাৰিওফালে লাং জেং আদি বান্ধি তাৰ ভিতৰত বিহু মাৰিবলৈ লৈছিল বুলিও কেইজনমান অভিজ্ঞই জানিবলৈ দিলে। মনকৰিবলগীয়া যে ৰাতি বিহুৰ প্ৰচলন হৈ থকা কালছোৱাত অসমীয়া ডেকা-গাভৰুৱে সামাজিকভাৱে বিয়া নপতাকৈ স্ব-ইচ্ছাৰে যুগ্ম জীৱন-যাপন কৰাটো সাধাৰণ কথা আছিল। ৰাতি বিহু মাৰিবলৈ গৈ গাভৰু একোগৰাকী ঘৰলৈ উভতি যোৱাৰ সলনি মনেখোৱা ডেকাৰ লগত ঘৰ কৰিবলৈ গুচি যোৱাৰ নজিৰ হেনো ঢেৰ। বিহুনাম, বিহুনাচ, পেঁপাৰ মাতত উন্মনা হোৱা হিয়া-মনেৰে 'তোৰো মনে গ'লে মোৰো মনে গ'লে' ভাবত সমস্ত বাধা নেওচি অনেক গাভৰু ৰাতি বিহু মাৰি থকাৰ পৰা বাহিৰে বাহিৰে গুচি গৈছিল মনেখোৱা ডেকাৰ লগত যুৰীয়া জীৱনৰ পাতনি মেলিবলৈ। ৰাতি বিহু ডেকা-গাভৰুৰ জীৱন সংগী বাচিবৰ এক উপযোগী পৰিৱেশ বুলি গণ্য হৈছিল । প্ৰেম-পিৰীতিৰ আদান-প্ৰদানৰ স্থলী হিচাপে পৰিণত হৈছিল। অন্য সময়ত অন্যভাৱে কাৰোবাক প্ৰেম যাচিব নোৱাৰিলে ৰাতি বিহুত বিহুনামৰ যোগেদি, অথবা উপহাৰ যাচি (আঁতৰৰ পৰা উপহাৰ দলিয়াই দি) প্ৰেম নিবেদন কৰিছিল। ৰাতি বিহু মাৰিবলৈ অহা গাভৰুক জোৰকৈ পলুৱাই নিব খোজাৰ ঘটনাও হেনো ঘটিছিল।

ৰাতি বিহু মাৰিবলৈ অহা গাভৰুক বলেৰে পলুৱাই নিব খোজা, গাভৰুৱে স্ব-ইচ্ছাৰে বিহুতলীৰ পৰাই পলাই যোৱা, ডেকাহঁতৰ মাজৰে পেঁপা বজোৱা কোনোবাই কাৰোবাক প্ৰেম নিবেদন কৰা ইত্যাদিবোৰ ঘটিছিল বাবেই পিছৰফাললৈ অনেক পিতৃ-মাতৃয়ে জীয়েকহঁতক ৰাতি বিহু মাৰিবলৈ যোৱাত বাধা দিবলৈ ধৰিছিল। ইয়াৰ উপৰি দেশে স্বাধীনতা লাভ কৰাৰ কিছু আগৰ আৰু পাছৰ কালছোৱাত সম্ভ্ৰান্ত পৰিয়ালবিলাকে বিহুক হেয় জ্ঞান কৰিবলৈ লোৱাটোৱেও এই ক্ষেত্ৰত ইন্ধন যোগাইছিল। সেয়ে হ'লেও পিছে

বিহু মৰাৰ মাদকতা আৰু যৌৱনে উতলা কৰা মনক দমাব নোৱাৰি অনেক বিহুৱতীয়ে ঘৰৰ বাকীসকলৰ টোপনি আহিলেই মনে মনে বিহুখোলালৈ ঢাপলি মেলিছিল। আকৌ বিহু মাৰিবলৈ যাবলৈ কেতিয়াবা ফাকতিৰ আশ্ৰয়ো লৈছিল। বিহুনামতো এনে ফাকতিৰ সম্ভেদ পোৱা যায়। এনেকৈয়ে চলি থাকি পৰিৱৰ্তিত সামাজিক, ৰাজনৈতিক আৰু বৌদ্ধিক পৰিস্থিতিত এটা সময়ত এই ৰাতি বিহুৰ প্ৰচলন নোহোৱা হৈ পৰিল। পৰিৱেশ-পৰিস্থিতিভেদে ক'ৰবাত পঞ্চাছৰ দশকৰ ভিতৰতে, ক'ৰবাত ক'ৰবাত যাঠিৰ দশকত , আৰু অন্য দুই-এখন গাঁৱত আশীৰ দশকত এই বিহু লোপ পালে।

বৃহত্তৰ হাতীগাঁও ৰঙালী বিহু উৎসৱৰ ৰূপালী জয়ন্তী বৰ্ষ (২০০৫ চন) ৰ স্মৰণিকা 'ব'হাগী'ত প্ৰকাশিত 'চকৰী বিহু' শীৰ্ষক প্ৰবন্ধত নবীন চন্দ্ৰ কেওটে যোৰহাট জিলাৰ একেবাৰে দক্ষিণাংশত অৱস্থিত 'খেৰেমীয়া কছাৰী' নামৰ জনজাতীয় গাঁওখনত প্ৰচলন থকা ৰাতিৰ ভাগত মৰা 'চকৰী বিহু'ৰ বিষয়ে এনেদৰে লিখিছে - "কেৱল গাভৰুসকলৰ বাবে ৰাতি ৰাতি পালনীয় বিহুক তেওঁলোকে 'চকৰী বিহু' বোলে। ইয়াত ডেকাসকলে অংশ ল'ব নোৱাৰে, কেৱল লুকাই চুৰকৈ ৰাতিৰ এন্ধাৰত দূৰৈৰ পৰা দৰ্শনহে কৰিব পাৰে। গাভৰুহঁতে গাঁৱৰ এমূৰীয়া হাবিৰ দাঁতিত গোটেই চ'ত মাহ জুৰি ৰাতি বিহু অনুষ্ঠিত কৰিছিল। যৌনগন্ধী গৰখীয়া নাম আৰু নাচৰ অংগী ভংগী মুক্তভাৱে প্ৰদৰ্শন কৰা, কেৱল বাঁহৰ টকা আৰু হাত চাপৰি বজাই গোৱা এই বিহু চাবলৈ কাষৰীয়া গাঁৱৰ ডেকাবোৰে জুম পাতি পাতি এক নিৰ্দিষ্ট দূৰৈৰ পৰা ঠুৰীয়া তামোল, লং-দালচেনিৰ টোপোলা বহুতৰে প্ৰেয়সীক উদ্দেশ্য কৰি দলিয়াই দিয়ে - বিহুৱতী গাভৰুহঁতলৈ মৰমৰ উপহাৰ বুলি।"

ফটিক চন্দ্ৰ নেওগ ডাঙৰীয়াই তিনিচুকীয়া জিলাৰ মৰাণ অধ্যুষিত অঞ্চলসমূহ ভ্ৰমণ কৰি যুগুতোৱা 'মৰাণসকলৰ বিহুৰ ঐতিহ্য আৰু স্বকীয়তা' শীৰ্ষক প্ৰবন্ধত মৰাণসকলৰ মাজত প্ৰচলিত ৰাতি বিহুৰ ৰেহ-ৰূপ এনেদৰে দাঙি ধৰিছে — "ৰাতি বিহু আৰম্ভ হোৱাৰ দুদিন পূৰ্বে গাঁৱৰ ডেকাসকলে বিহু মাৰিবৰ বাবে বাঁহেৰে এটা কেঁচা ঘৰ সাজি লয়। ঘৰটোৰ চাউনি সাধাৰণতে গেৰেগুৰা পাতেৰে দিয়া হয় যদিও গেৰেগুৰা পাতৰ অভাৱত জেঙু পাত বা ৰাইদাং পাতো ব্যৱহাৰ কৰা হয়। বিহু পালনৰ বাবে ডেকাসকলৰ মাজত আলোচনাৰ প্ৰক্ৰিয়াৰে দলপতি, উপ-দলপতি আদি নিৰ্বাচন কৰি লোৱা নিয়ম। তাৰপাছত ডেকাসকলৰ মুৰব্বীজনৰ নিৰ্দেশ অনুসৰি ৰাতি লগ বিহু মাৰিবৰ বাবে গাভৰু ছোৱালীৰ অভিভাৱকসকলক ছোৱালী খোজা হয়। অভিভাৱকে তেতিয়া 'পাখি লগা উৰণীয়া চৰাই ধৰি ৰাখিব পাৰিবা জানো?' — এই বুলি ডেকাসকলক প্ৰশ্ন কৰে। ডেকাসকলে হয় পাৰিম বুলি জনালে অভিভাৱকসকলে গাভৰুক ৰাতি বিহু মাৰিবলৈ অনুমতি প্ৰদান কৰে। বিহু শেষ হোৱাৰ পাছত ডেকাসকলে গাভৰুসকলক ঘৰে ঘৰে থৈ অহাটো দায়িত্ব আৰু কৰ্তব্য। নিৰ্দিষ্ট বিহু ঘৰটোৰ মাজত এডাল বাঁহ বান্ধি দুভাগ কৰি এভাগ

ডেকা আৰু আনভাগত গাভৰুসকলে বিহু গায়। প্ৰথমে গাভৰুৱে বিহু আৰম্ভ কৰে। ডেকাসকলেও নিজৰ ভাগে বিহু মাৰে। শেষত ডেকাসকলে গাভৰুসকলক বিহুনাম গাই নচুৱায়। ৰাতি বিহু সাধাৰণতে আঞ্চলিক ভিত্তিত পতা হয়। ওচৰৰ গাঁওবোৰৰ পৰা হাতত জোঁৰ লৈ বিহুতলীলৈ আহে। সন্ধিয়া আঠ-ন বজাৰ পৰা ৰাতিপুৱালৈকে বিহু চলে। বিহুতলীৰ ঢোল-পেঁপাৰ মাতে অপূৰ্ব আলোড়ন সৃষ্টি কৰে। মৰাণসকলৰ আধুনিক লগ-বিহু ৰাতি বিহুৰে এক ৰূপান্তৰ বুলি বহুজনে মত পোষণ কৰা দেখা যায়।" (প্ৰান্তিক, ১ এপ্ৰিল, ২০০৪, পৃ: ৩৫)

## গাভৰু বিহুৰ চমু আভাস

গাভৰু বিহু বিংশ শতিকাৰ ষাঠিৰ দশকৰ শেষভাগলৈকে মধ্য আৰু উজনি অসমৰ কেউখন জিলাৰ অনেক গাঁৱত প্ৰচলিত আছিল বুলি জনা যায়। তাৰপাছৰ পৰা এই বিহু ক্ৰমে লোপ পাই আহিছে। অঞ্চলভেদে গৰু বিহু অথবা মানুহ বিহুৰ দিনাৰ পৰা এই বিহু আৰম্ভ হৈ গাঁওভেদে চেৰাবিহুৰ দিনাখনলৈকে অথবা ব'হাগৰ পোন্ধৰ দিনলৈকে চলিছিল। এই বিহু এৰাবাৰী, জুপজুপীয়া হাবিয়নি, বাঁহনি নাইবা জৰী, পিপল, হিন্দল, কেন্দু, বড় আদি ডাঙৰ গছৰতলত দিনৰ ভাগত মাৰিছিল। এই বিহুত কেৱল গাভৰুৱে অংশ লৈছিল বাবে ইয়াৰ নাম 'গাভৰু বিহু'। কোনো কোনো ঠাইত 'চেনেহী-বিহু' আৰু অনেকে গছৰ তলত অনুষ্ঠিত হয় বাবে 'গছতলৰ বিহু' বুলি কয়। গাভৰুৱে মৰা এই বিহুত সাধাৰণতে আবিয়ৈ ছোৱালীক অংশ ল'বলৈ নিদিছিল। কিছুমান গাঁৱত আবিয়ৈ ছোৱালীয়ে (পাত গাভৰুহঁতে) পৃথকেও এই বিহু মাৰিছিল। প্ৰধানতঃ টকা আৰু হাতচাপৰি বজাই জাউৰীয়ে জাউৰীয়ে বিহুনাম গাই গাভৰুহঁতে এই বিহু মাৰিছিল। কোনো কোনো গাঁৱৰ গাভৰুৱে এই বিহুত গগনা আৰু সুতুলিও বজাইছিল। আনকি যোৰহাট আৰু গোলাঘাট জিলাৰ দুই এখন গাঁৱৰ দুই-এক বিহুৱতী গাভৰুৱে হেনো পেঁপাও বজাইছিল। এইটো পিছে ব্যতিক্ৰমহে।

ৰাতি বিহুৰ দৰেই গাভৰু বিহুৰো প্ৰথম দিনাৰ আৰম্ভণিতে বিহুখোলাৰৰ এমূৰত নাইবা গছৰ গুৰিত তামোল-পাণ এযোৰ ৰাখি হৰিধ্বনি কৰা নিয়ম বুলি কিছুসংখ্যক গাভৰু বিহু মৰা অভিজ্ঞ বিহুৱতীয়ে কয়। কোনো কোনো ঠাইত উক্তধৰণে হৰিধ্বনি কৰোঁতে গছত বিহুৱান এখন বন্ধাৰ নিয়মো আছিল বুলি কয়। এনে নিয়ম অতীতৰ পৰা আছিল নে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ পিছত কোনো কোনো ঠাইত প্ৰচলিত হ'বলৈ লৈছিল সেইটো ঠাৱৰ কৰা টান। কাৰণ অষ্ট্ৰিক তথা মংগোলীয় জনগোষ্ঠীৰ মাজত গছ পূজা প্ৰচলিত আছিল আৰু বিহু নৃত্য-গীত মাংগলিক ভাববোধত শস্য উৎপাদন বৃদ্ধিৰ হকে কৰিছিল বুলি গৱেষক, পণ্ডিতসকলে কয়।

গাভৰু বিহুৰ নামবোৰ প্ৰধানতঃ কৃষ্টি-প্ৰকৃতিমূলক আৰু পিৰীতিমূলক আছিল। অতি লঠঙা যৌনগন্ধী বিহুনাম সাধাৰণতে নাগাইছিল। শিৱসাগৰ জিলাৰ অঞ্চল বিশেষত

সাবিত্রী-সত্যবানৰ অমৰ কাহিনী বৰ্ণিত কেইফাঁকিমান বিহুনাম বৰ জনপ্ৰিয় আছিল। যোজনা হিচাপে আৰু টকাৰ তালত ছন্দ মিলাই, এই দুয়োটা ধৰণেৰেই এই বিহুত বিহুনামবোৰ গোৱা হৈছিল। সাধাৰণতঃ এই বিহুত হুঁচৰিত জাত লগাই গোৱা ধৰণে বিহুনাম গোৱা নহৈছিল। টকাৰ তালত গাওঁতে একোফাঁকি বিহুনাম সকলোৱে একেলগে গাইছিল আৰু এনেকৈ ইফাঁকিৰ পিছত সিফাঁকিকৈ কেইবাফাঁকিও বিহুনাম একেলেথাৰিকৈ গাইছিল। একোজাউৰি বিহুনামৰ অন্তত একেলেথাৰিয়ে কিছুসময় টকা বজাইছিল আৰু তাৰ পাছত আকৌ একোজাউৰি বিহুনাম চলিছিল, ন'হলেবা গগনা, সুতুলি বজাইছিল। বিহু মাৰোঁতে ৰাতি বিহুৰ দৰেই দুটা ক্ৰিয়া প্ৰায় লানি নিচিগাকৈ চলি থাকে, টকাৰ মাত আৰু বিহু নাচ। কেইগৰাকীমানে বিহুখোলাৰ মাজৰ অংশত নাচে আৰু বাকীবোৰে তেতিয়া টকা বজাই বিহুনাম গায় নাইবা গগনা, সুতুলি বজায়। বিহুতলী কোনো সময়তে নিজম পৰিবলৈ নিদিছিল। নাচি থকা কাৰোবাৰ আমনি লাগিলে নাচিবলৈ এৰি টকা বজাই বিহুনাম গাবলৈ ধৰে। সেইদৰে বিহুনাম গাই থকা কাৰোবাৰ নাচিবলৈ মন গ'লে মাজ অংশলৈ গৈ নাচিবলৈ ধৰে। অৰ্থাৎ যাৰ যেতিয়াই নাচিব গাবলৈ মন যায় নাচিছিল-গাইছিল। নাচি থাকোঁতেও যে মুখত বিহুনাম লাগি নাথাকে সেইটো নিশ্চয় নহয়। নাচোঁতে গাভৰুহঁতে সাধাৰণতে বৃত্তাকাৰে গতি কৰি নাচিছিল।

প্ৰচলিত অঞ্চলসমূহৰ কিছুমানত এই বিহু ডেকা বা পুৰুষে চোৱাত বিশেষ বাধা নাছিল কিন্তু একেবাৰে ওচৰৰ পৰা চাবলৈ সাধাৰণতে কোনো ডেকা বা পুৰুষ নগৈছিল। অন্য কিছুমান অঞ্চলত আকৌ নিজ গাঁৱৰ আৰু অন্য গাঁৱৰ ডেকা, চেমনীয়াহঁতে লুকাই-চুৰকৈহে এই বিহু উপভোগ কৰিছিল। এই লুকাই চোৱাটো আচাৰ বুলিবহে পাৰি। লুকাই চাই থকাৰ পৰা ডেকা একোজনে ক'ৰবাত কেতিয়াবা লগতে থকা পেঁপা, বাঁহী বজায়ো গাভৰু নচুৱাইছিল; কেতিয়াবা একোজন ডেকাই বিহুনাম একোফাঁকিও গাই দিছিল; ক'ৰবাত কেতিয়াবা ডেকা-গাভৰুৰ মাজত যোৰানামো চলিছিল। ক'ৰবাত কেতিয়াবা চলি যোৱা এইখিনি পিছে এই বিহুৰ লেখৰ বস্তু নহয়; ব্যতিক্ৰমহে।

এইখিনিতে উল্লেখনীয় যে এই গাভৰু বিহুক কোনো কোনো ঠাইত জেং বিহু বুলিছিল নেকি সেই তথ্য আমি আশীৰ দশকত কৰা অনুসন্ধানত আহৰণ কৰিব নোৱাৰিলো। সকলো অঞ্চল সামৰি তথ্য সংগ্ৰহো কৰা হোৱা নাছিল। তাৰ পিছৰ কালছোৱাৰ কোনো প্ৰবন্ধাদিত এই বিহুক কোনো কোনো অঞ্চলত অতীতৰ পৰা জেং বিহু বুলিছিল আৰু এই নামকৰণহে পৰম্পৰাগত নেকি, তেনে তথ্য বৰ বেছি প্ৰকাশ হোৱা চকুত পৰা নাই। পিছে জেং বিহুৰ প্ৰতিযোগিতা চলি আহিছে; গাভৰু বিহু, চেনেহী বিহু, গছতলৰ বিহু নামকৰণেৰে প্ৰতিযোগিতা বা অন্য পৰিৱেশন কমকৈহে হৈছে বুলিব পাৰি। এই প্ৰসংগত দুগৰাকী লেখিকাই দুটি প্ৰবন্ধত দাঙি ধৰা তথ্য তলত উল্লেখ কৰা হৈছে।

"উজনি অসমৰ প্ৰায়বোৰ গাঁৱতেই প্ৰচলিত আছিল গাভৰু বা মাইকী বিহু। এই বিহু আঁহত গছ বা বাঁহৰ তলত পাতে। গাভৰুসকলৰ বাদ্যযন্ত্ৰ হিচাপে মাত্ৰ বাঁহৰ টকা আৰু গগনাহে ব্যৱহাৰ হৈছিল। ইয়াত ডেকাসকলে ভাগ ল'ব নোৱাৰিছিল। অৱশ্যে দূৰৰ পৰাই ডেকাসকলে দিনৰ ভাগৰ বিহু উপভোগ কৰিব পাৰিছিল।" ..."আধুনিক ৰভাতলীত হোৱা যি বিহুক জেং বিহু নামকৰণ কৰা হৈছে সেই বিহুৰেই অতীতত আছিল মাইকী বিহু আৰু মাৰ্জিত ভাষাত গাভৰু বিহু। জেংবিহু নামটো আধুনিক ।" (পুষ্পলতা দাস, প্ৰকৃতিৰ বিনন্দীয়া ৰূপেৰে ভৰা বসন্ত ঋতুত অসমৰ জাতীয় উৎসৱ; ব'হাগী, ২০০৫, পৃ: ১৫৫)

দীপালী চেতিয়াই 'ব'হাগী', ২০০৫ ত প্ৰকাশিত 'জেং-বিহু' নামৰ প্ৰবন্ধত এনেকৈ লিখিছে: " 'জেং-বিহু' টাই জনগোষ্ঠীৰ লোকসকলে প্ৰব্ৰজনৰ সময়ত কঢ়িয়াই লৈ অহা সংস্কৃতিৰেই ফলশ্ৰুতি মাত্ৰ। উজনি অসমৰ টাই বসতিপ্ৰধান এলেকা বকতা নেমুগুৰি, সোণাৰি, বৰাহীবাৰী, উজলি, চফৰাই আদি অঞ্চলৰ মহিলাসকলে অতীতৰ পৰা জেং বিহু গছৰ তলত, পথাৰৰ মাজত পালন কৰি আহিছে আৰু আজিও চলি আছে। জেং বিহু নামকৰণ সম্পৰ্কত বিভিন্নজনৰ বিভিন্ন মত শুনিবলৈ পোৱা যায়। বিহু আৰম্ভ কৰাৰ আগতে এডাল শুকান ঠাল, বগৰীৰ জেং বা বাঁহৰ আগ পুতি লৈ তাত এখন বগা কাপোৰ বা গামোচা দি প্ৰণাম জনাই বিহু আৰম্ভ কৰা হয়। প্ৰতীক হিচাপে লোৱা এই জেংডালক বহুতে মহিলাৰ ওপৰত থকা সামাজিক প্ৰতিবন্ধকতাৰ প্ৰতীক হিচাপেও আখ্যা দিব খোজে।... এই বিহুত সাধাৰণতে বাঁহৰ টকা, মাটিৰ সুতুলি আৰু বাঁহ আৰু মুগা সূতাৰে নিৰ্মিত গগণাকেই বাদ্যযন্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হয়। এই বিহুত গোৱা বিহুনামবিলাকত মহিলাসকলৰ দ্বাৰা ব্যৱহৃত বিভিন্ন আহিলা সঁজুলি আদিৰ উল্লেখ থাকে আৰু লগৰীহঁতৰ ইজনীয়ে সিজনীক জোকাই ৰং তামাছা কৰা নাম পোৱা যায়; যেনে -

লইলাং থইলাং লিলাং লাং
ৰঙিলী নেকেচি জকাই বাং
ৰঙিলী আহ বাই
পমিলী আহ বাই
বিহু মাৰিবলৈ যাওঁ (যাং)

"হুৰাই লৈ কণুৱাৰ পাখি
কি কৰ বোৱাৰী ভাতৰ চৰু ৰাখি"
চ'ত গ'ল ব'হাগত জীযৰি মুকলি হ'ল
দেহি ঐ, কেনেকৈ মুকলি হ'ল ?
ফলিয়া বেতেৰে বান্ধি থৈ আহিলো
দেহি ঐ, বতৰ পাই মুকলি হ'ল।"

## হুঁচৰিৰ চমু আভাস

হুঁচৰি ল'ৰা-বুঢ়া-ডেকা মিলি ব'হাগ মাহত গৃহস্থৰ চোতালে চোতালে ৰীতিগতভাৱে অনুষ্ঠিত কৰা ব'হাগ বিহুৰ আটাইতকৈ মৰ্যাদাসম্পন্ন, সুশৃংখলিত আৰু সুনিৰ্দিষ্ট ৰীতি-নীতি সমৃদ্ধ নৃত্য-গীতমূলক ৰং-ধেমালিৰ অনুষ্ঠান। অনুষ্ঠানটিৰ অন্তৰ্গত কাৰ্যকলাপ অঞ্চলভেদে কিছু ভিন্ন হ'লেও সমন্বিত ৰূপত তলত উল্লিখিত ধৰণৰ এক আৰ্হি পাব পাৰি। উল্লেখনীয় যে এই আৰ্হি ড° লীলা গগৈদেৱৰ 'নৈ বৈ যায়' গ্ৰন্থত বৰ্ণিত হুঁচৰিৰ আৰ্হি, আনন্দ মোহন ভাগৱতীদেৱৰ 'বিহু নৃত্য আৰু পৰম্পৰা প্ৰসংগত' নামৰ প্ৰবন্ধৰ কিছু তথ্য আৰু আমাৰ স্ব-অনুসন্ধানলব্ধ তথ্যৰ ভিত্তিত প্ৰস্তুত কৰা হৈছে।

হুঁচৰি গোৱা ৰাইজ আহি পদুলিমুখ পোৱাৰ লগে লগে গৃহস্থই চোতালৰ হুঁচৰি মৰা অংশত গামোচাৰ আগ চোঁচৰাই অথবা অন্য কিহবাৰ দ্বাৰা চাফা কৰি পানী, তুলসী, দুবৰিবন আদি ছতিয়াই দিয়ে। ৰাইজ আহি চোতালত ভৰি দিলেহি গৃহস্থই কৰযোৰে ৰাইজক সম্ভাষণ জনায়। সমবয়সীয়া দুই-এজনৰ লগত আলিংগনো কৰে। বিহুৱাসকলৰ মূৰত তেল-পানী দিয়ে। এই আটাইখিনি কাৰ্যৰ অন্তৰ্নিহিত অৰ্থ হ'ল ৰাইজক আদৰ-অভ্যৰ্থনা জনোৱা। একেজন গৃহস্থই এই সকলোখিনি নকৰিবও পাৰে, অৰ্থাৎ যিকোনো এক বা দুইভাৱেও ৰাইজক আদৰিব পাৰে। এনেদৰে আদৰণি জনোৱাৰ লগতে গৃহস্থই ৰাইজলৈ শৰাই এখন আগবঢ়ায় আৰু ৰাইজে 'গৃহস্থৰ কুশলাৰ্থে হৰি বোল', 'লাইত দিবৰ হেদালি, জিকাত দিবৰ জেং, বছৰেকৰ বিহুত ফুৰিবৰ নিয়ম, গৃহস্থৰ কুশলাৰ্থে হৰি বোল' আদি মংগলসূচক আশীৰ্বাদ দিয়ে। উল্লেখনীয় যে পিছলৈ হুঁচৰি গোৱা ৰাইজক আদৰ অভ্যৰ্থনা জনোৱা এইধৰণৰ কাৰ্যকলাপখিনি পালিবলৈ এৰিবলৈ ধৰা দেখা গ'ল। সেইদৰে কোনো কোনো হুঁচৰি দলে গৃহস্থক বিহুৱৰীয়া আশীৰ্বাদ দিয়াটো গৌণ আৰু ধন ঘটা বা দান-বৰঙণি সংগ্ৰহক মুখ্য উদ্দেশ্য হিচাপে গণ্য কৰি হুঁচৰি গাবলৈ ধৰিলে। সেয়ে হ'লেও যোৱা তিনিটা দশকত প্ৰতিযোগিতা আৰু অন্য প্ৰকাৰৰ বিহুতলীভিত্তিক পৰিৱেশনত প্ৰায়বোৰ হুঁচৰি দলেই ঐতিহ্য হিচাপে গৃহস্থই হুঁচৰি গোৱা ৰাইজক জনোৱা উক্ত পৰম্পৰা প্ৰদৰ্শন কৰি অহাটো পৰিলক্ষিত হয়।

উপৰিউক্ত আশীৰ্বাদৰ পিছতে হুঁচৰি-ঘোষা বা হুঁচৰি-দিহা আৰম্ভ হয়। তাৰ পাছৰ পৰা বিভিন্ন অপিৰীতিমূলক বিহুনাম আৰু ঢোলৰ বিশিষ্ট চেও, পেঁপা বাদন আৰু সিবিলাকত নচা বিশিষ্ট নাচেৰে হুঁচৰি আগবাঢ়ে। এটা সময়ত গৃহস্থই তামোল-পাণ আৰু মাননিৰে শৰাই আনি ৰাইজলৈ আগবঢ়ায়। তাৰ কিছুপৰৰ পাছতে ৰাইজে হুঁচৰি সামৰে; গৃহস্থই সেৱা লয়, ৰাইজে গৃহস্থৰ কুশল-মংগল কামনাৰে আশীৰ্বাদ দি শৰাইৰ মাননি লৈ শৰাইখন গৃহস্থক ওভোতাই দি অন্য এঘৰত হুঁচৰি গাবলৈ ৰাওনা হয়। আশীৰ্বাদ সাধাৰণতে হুঁচৰিৰ দলৰ বয়োজ্যেষ্ঠজনে বা মুৰব্বীজনে (কিছুমান ঠাইত সাতোলা বোলে) লগায়। সেইদৰে

হুঁচৰি-ঘোষাও কিছুমান গাঁৱৰ অথবা দলৰ মুৰব্বীজনেহে লগায়। এইটো অৱশ্যে সকলো ঠাইতে ধৰা-বন্ধা নিয়ম নহয়। শৰাইত আগবঢ়োৱা মাননি সংগ্ৰহ কৰিবলৈ দলৰ এজন নিৰ্দিষ্টকৈ থাকে, তেওঁক 'ভৰালী' বুলি কোৱা হয়। ভৰালীৰ কান্ধত সাধাৰণতে এটি মোনা দেখা যায়।

উল্লেখনীয় যে গৃহস্থই শৰাই আগবঢ়োৱাৰ লগে লগে ৰাইজে হুঁচৰি নাসামৰি বিহুনামৰ যোগেদি গৃহস্থক শৰাইত আগবঢ়োৱা মাননি বেছি কৰিবলৈ নাইবা গামোচা বা চেলেং চাদৰ দিবলৈ (যদি নিদিয়ে) ধৰিবও পাৰে। এইটো অৱশ্যে সকলোৱে ঘৰত নকৰে। সাধাৰণতে গাভৰু আৰু ন-বোৱাৰী থকা ঘৰত হুঁচৰি গাওঁতে শৰাইত গামোচা বা চেলেং চাদৰ নিদিলে ৰাইজে তেওঁলোকক বিহুনামেৰে জোকাবলৈ নেৰে। সেইদৰে কোনোবা গৃহস্থই শৰাইত মাননি আগবঢ়াওঁতে অতি কৃপণালি কৰা বুলি ৰাইজৰ বোধ হ'লেহে তেনে গৃহস্থক বিহুনামেৰেই মাননি অধিক কৰিবলৈ কয়। এনেদৰে মাননিৰ বাবে ৰাইজে ধৰাৰ পিছত গৃহস্থই শৰাইত মাননি যোগ কৰিলে ৰাইজে হুঁচৰি সামৰে । তেতিয়া গৃহস্থই সেৱা ধৰে আৰু ৰাইজে আশীৰ্বাদ দিয়ে। মনকৰিবলগীয়া যে তেনে বিহুনাম দুফাঁকিমান শুনাৰ হেঁপাহতে কেতিয়াবা ইচ্ছা কৰিয়েই গাভৰু-বোৱাৰী একোজনীয়ে শৰাইত পোনচাতেই গামোচা বা চেলেং চাদৰ আগনবঢ়োৱাকৈও থাকে। পিছৰফাললৈ এই মাননিক লৈ বিহুনাম গোৱা পৰম্পৰাৰ আলমত কোনো কোনো হুঁচৰি দলে গৃহস্থ একোজনে মনত অসন্তোষ পাই যোৱাকৈ মাননিৰ বাবে পেৰিবলৈ ল'লে বাবে এই পৰম্পৰাগত ৰীতিটোৱেই নহয় পৱিত্ৰ হুঁচৰিও আনকি সমালোচনাৰ পাত্ৰ হ'বলগীয়াত পৰিল।

অন্যহাতে কোনো কোনো অৱস্থাপন্ন গৃহস্থই আশীৰ্বাদ লোৱাৰ পাছতে স্ব-ইচ্ছাৰে হুঁচৰি গোৱা ৰাইজক চাহ-পিঠা, গুৱা-চালিৰে আপ্যায়িত কৰে। এইটো হুঁচৰিৰ অন্তৰ্ভুক্ত কাৰ্যকলাপ নহ'লেও অনুষ্ঠানটিৰ লগত সাঙোৰ খাই পৰা এক বিশেষ আচাৰ বুলিব পাৰি। হুঁচৰি অনুষ্ঠানটি আৰু হুঁচৰি গোৱা ৰাইজৰ প্ৰতি থকা অপাৰ শ্ৰদ্ধা-ভক্তি আৰু চেনেহৰ বাবেই এই আচাৰৰ প্ৰচলন ঘটিছিল।

এতিয়া আহোঁ বহুতো অঞ্চলত প্ৰচলিত হুঁচৰিৰ উল্লিখিত আৰ্হিতকৈ ভিন্ন ধৰণটোৰ আলোচনালৈ। এই ভিন্ন ধৰণটোৰ আৰম্ভণি অংশ উল্লিখিত আৰ্হিৰ সৈতে একে। হুঁচৰি ঘোষা গোৱাৰ পাছত কিছুসময় বিভিন্ন অপিৰীতিমূলক বিহুনাম আৰু ঢোলৰ বিশিষ্ট চেও, পেঁপা বাদন আৰু সিবিলাকত পুৰুষে নচা বিশিষ্ট নাচেৰে হুঁচৰি আগ বাঢ়ে। এইখিনিৰ পিছতে এজনী বা দুজনী বা ততোধিক 'সজোৱা নাচনী' (ল'ৰাই ছোৱালীৰ সাজ-পোছাক, আ-অলংকাৰ পিন্ধি তথা প্ৰসাধন আদি ঘঁহি ছোৱালী যেন হৈ ছোৱালীৰ দৰে নচা-নাচনী)ৰ প্ৰৱেশ ঘটে হুঁচৰিৰ মাজলৈ। তাৰ পাছৰ পৰা গৃহস্থই শৰাই আগবঢ়োৱা পৰ্যন্ত অনুষ্ঠানটোত প্ৰধানতঃ পিৰীতিমূলক বিহুনাম গোৱা হয় আৰু বিহুবাদ্য-বাজনাখিনিয়ো মুখ্যতঃ 'সজোৱা

নাচনী' নাচিবৰ উপযোগীকৈ বজোৱা হয় । সিবিলাকত গাভৰু নচাৰ দৰে 'সজোৱা নাচনী'য়ে নাচে।

হুঁচৰিত 'সজোৱা নাচনী' নাচিবলৈ লোৱাটো ক'ত কেতিয়াৰ পৰা আৰম্ভ হ'ল সেইটো ঠাৱৰ কৰা টান। সেয়ে হ'লেও পিছে ষাঠিৰ দশকত যোৰহাট, গোলাঘাট জিলাৰ বাদে বাকী কেইখন জিলাৰ গাঁওবোৰৰ হুঁচৰিত 'সজোৱা নাচনী'য়ে অপৰিহাৰ্য অংগ হিচাপে স্থান লাভ কৰিলে। সেইবিলাক গাঁৱৰ হুঁচৰিত 'সজোৱা নাচনী'ৰ নাচ আৰু পিৰীতিমূলক বিহুনামেই মূল আকৰ্ষণ হৈ পৰিল। হুঁচৰি এনে হৈ পৰিল যে 'সজোৱা নাচনী'ৰ অবিহনে এই অনুষ্ঠান তেনেই নিৰস হ'বলৈ ধৰিলে। পিছৰফাললৈ বহুত গাঁৱত হুঁচৰি-ঘোষা গোৱাৰ পিছতেই 'সজোৱা নাচনী'ৰ প্ৰৱেশ ঘটিবলৈ ল'লে। কোনো কোনো গাঁৱত আকৌ সত্তৰৰ দশকৰ শেষভাগৰ পৰা 'সজোৱা নাচনী'ৰ সলনি গাভৰু আৰু পাত গাভৰুৱে নাচিবলৈ লৈছিল।

উল্লেখনীয় যে ষাঠি-সত্তৰৰ দশকত আৰু ছেগাচোৰোকাকৈ তাৰো পাছলৈ কিছুমা... গাঁৱত কোনো কোনো গৃহস্থই 'সজোৱা নাচনী'ৰ আগমনৰ পূৰ্বে হুঁচৰি গোৱা ৰাইজক সেৱা ধৰি আশীৰ্বাদ লৈছিল (হুঁচৰিৰ শেষতো অৱশ্যে নোলোৱাকৈ নাছিল)। এই সেৱা সাধাৰণতঃ হুঁচৰি-ঘোষা গোৱাৰ পিছতেই লোৱা হৈছিল বাবেই কোনো ঠাইত 'পদসেৱা' বোলা হৈছিল। আকৌ কোনো কোনো গাঁৱত 'সজোৱা নাচনী'ৰ আগমনৰ পূৰ্বেই 'বিহু' মাৰিবলৈ ৰাইজে গৃহস্থৰ অনুমতি লৈছিল। এইবিলাকৰ পৰাই অনুমান কৰিব পাৰি যে আগেয়ে সকলো ঠাইতে হুঁচৰি কেৱল পুৰুষে অংশগ্ৰহণ কৰা অনুষ্ঠানহে আছিল আৰু বহুতেই 'সজোৱা নাচনী'ৰ আগমনৰ পূৰ্বৰ অংশকহে প্ৰকৃত হুঁচৰি বুলি গণ্য কৰিছিল। শিৱসাগৰ জিলাৰ কিছুমান গাঁৱত পঞ্চাছৰ দশক পৰ্যন্ত হুঁচৰিত 'সজোৱা নাচনী' নচা নাছিল বুলি বয়োবৃদ্ধই কয়। সি যি নহওক, পৰম্পৰাগতভাৱে হুঁচৰি যে কেৱল পুৰুষে অংশগ্ৰহণ কৰা অনুষ্ঠানহে সেই কথা ইতিমধ্যে অনেক লেখকে গ্ৰন্থ, কাকত, আলোচনী আদিত প্ৰকাশ কৰিছে আৰু এইটো সত্য নহয় বুলি আজিকোপতি কোনেও ভিন্ন মত দাঙি ধৰা নাই। তথাপি আজিকালি বহুতো বিহুতলীৰ হুঁচৰি প্ৰতিযোগিতাত কোনো কোনো দলে পুৰুষ আৰু ছোৱালীয়ে একেলগে মৰা হুঁচৰিয়েই পৰিৱেশন কৰি আহিছে।

উল্লেখনীয় যে 'সজোৱা নাচনী'ৰ অন্তৰ্ভুক্তিৰ সন্দৰ্ভত দুৰ্লভ বুঢ়াগোহাঞিয়ে ২০০৫ চনত প্ৰকাশ পোৱা তেখেতৰ গ্ৰন্থ 'ধনকলীয়া'ত নিম্নলিখিত তথ্য দাঙি ধৰিছে: "হুঁচৰি এখন সুস্থ সমাজৰ বাধ্যতামূলক বিশেষ অনুষ্ঠান হোৱা কাৰণে ৰাইজে সৰ্বসম্মতিক্ৰমে দায়িত্ব অৰ্পণ কৰা হুঁচৰি দলটিৰ সাতোলা (দলপতি বা বিহুৱৰা)জনে গাঁওখনিৰ প্ৰত্যেকৰ চোতালত হুঁচৰি মাৰি নিৰ্ধাৰিত দিনত শেষ কৰাৰ উদ্দেশ্যে আবেলি পৰৰ পৰা ৰাতি ৰাতি

বিহু মাৰি বিহুৱা দলটিৰ সদস্যসকল ভাগৰি পৰি বিহুচেৰা হোৱাৰ ক্ষণতে কৌশলী সাতোলাজনে গোপনে গাঁৱৰ জ্যেষ্ঠ আই, মাহী-পেহীসকলৰ পৰা মহিলাৰ সাজ যোগাৰ কৰি এজন চেঙেলীয়াক সজাই-পৰাই চেৰা পৰা হুঁচৰি জুমৰ মাজলৈ আগবঢ়াই দিয়াৰ লগে লগেই মৰম আকলুৱা বিহুৱা ডেকাৰ মন চঞ্চল হৈ উঠে। এইদৰেই এদিন ৰাইজৰ শৃংখল ভাবৰ মাজতে 'হুঁচৰি'ত গাভৰুৰূপী সজোৱা নাচনি জন্ম হৈছিল।"

মনকৰিবলগীয়া যে আমি ওপৰত হুঁচৰি অনুষ্ঠানটিৰ এক থূলমূল আভাসহে দাঙি ধৰিছোঁ। অঞ্চলভেদে দুই-এক ৰীতি-নীতিৰ যোগ-বিয়োগ হোৱাটো অথবা ইফাল-সিফাল হোৱাটো তেনেই স্বাভাৱিক।

**সপ্তম অধ্যায়**

# বিহুনামৰ বৈশিষ্ট্য আৰু প্ৰাসংগিক আলোচনা

এই অধ্যায়ত বিহুনাম বা বিহুগীতৰ বৈশিষ্ট্য কিছুমান ফঁহিয়াই আলোচনা কৰিবৰ প্ৰয়াস কৰা হৈছে। চিন্তাশীল ব্যক্তিৰ প্ৰণিধানযোগ্য উক্তি, মতদাতাৰ মতামত আৰু স্ব-ধাৰণা গোটাচেৰেকৰ আধাৰত বিশ্লেষণ আৰু আলোচনা দাঙি ধৰা হৈছে।

কেছেট-চি.ডি. আদিৰ মাধ্যমত বিহুগীত বুলি আজিকালি কিছুমান গীত প্ৰচাৰ কৰি থকা হৈছে যিখিনিৰ তাল-লয় সূক্ষ্ম অনুভৱত পৰম্পৰাগত বিহুগীতত সঠিক তাল-লয় বুলিব নোৱাৰি কিন্তু অতি ওচৰ চপা। এনে কিছুমান গীতত পৰম্পৰাগত বিহুবাদ্যৰ উপৰি অন্য পশ্চিমীয়া বাদ্যযন্ত্ৰও ব্যৱহাৰ কৰা হৈছে। সিবিলাকৰে কিছুমান বিহুনাম আকৌ পৰম্পৰাগত বিহুনামৰ তালতকৈ তবলাৰ খেমতা তালৰহে বেছি ওচৰ চপা আৰু দুই এটা তেনেই খেমতা তালৰ বুলিয়েই ধাৰণা কৰিব পাৰি। কিছুমান গীত আকৌ পৰম্পৰাগত বিহুনাম আৰু তাতকৈ কিছু ভিন্ন সুৰ-তাল-লয়ৰ সংমিশ্ৰণ।

উপৰিউক্ত গীতবিলাকে বিহুগীতৰ স্বকীয়তা হানি কৰিছে বুলি অনেকেই মন্তব্য কৰিছে। এই গীতবিলাকত স্বকীয় বৈশিষ্ট্যৰে বিহু নাচিব নোৱাৰি বাবেই সিবিলাকত নচা বিহুনাচ স্বকীয় বৈশিষ্ট্যৰ পৰা কিছুপৰিমাণে ফালৰি কাটিছে। পিছে আজিৰ নৱপ্ৰজন্মই তেনে বিহুসুৰীয়া গীতকো বিহুগীত বুলিবলৈ লৈছে। বিহুসুৰীয়া গীতত নচা নাচ কিছুমানকো বৈশিষ্ট্যসূচক বিহুনাচ বুলি স্বাভাৱিকতেই গণ্য কৰিবলৈ লৈছে যিখিনি সূক্ষ্ম দৃষ্টিত স্বকীয় বৈশিষ্ট্যৰ পৰা ফালৰি কাটি যোৱা বুলি অভিজ্ঞসকলে মন্তব্য দিয়ে। এইটো হৈ থাকিবলৈ হ'লে বিহুগীত আৰু বিহুনাচে এদিন স্বকীয়তা হেৰুৱাই বিজতৰীয়া হৈহে বৰ্তি থাকিবগৈ বুলি ভয় হয়।

বিহুগীত, বিহুনাচ অতিকৈ বিশিষ্ট । পৃথিৱীৰ কোনো প্ৰকাৰৰ গীত-নৃত্যৰ সৈতে বিহুগীত-বিহুনাচ একে নহয়। বিহুবাদ্যৰ বাজনাবোৰো অন্য যিকোনো বাদ্যৰ বাজনাতকৈ সূক্ষ্ম দৃষ্টি তথা উপলব্ধিত একে নহয়। এই একে নোহোৱাটো সম্ভৱ হৈছে ইবিলাকৰ বৈশিষ্ট্যবোৰৰ বাবেই আৰু সেইবাবেই অন্য যিকোনো গীত, নৃত্য-বাদ্য-বাজনাৰ সংযোজনেৰে চহকী কৰিবলৈ কৰা চেষ্টাই ইবিলাকৰ স্বকীয় বৈশিষ্ট্য বিনষ্ট কৰে আৰু এনে প্ৰচেষ্টা চলি থাকিবলৈ হ'লে উপৰ্যুক্ত ভয় বাস্তৱত পৰিণত হ'বলৈ আৰুনো লাগিছে কিমানদিন ?

সেয়েহে বিহুগীত-বিহুনাচৰ স্বকীয় বৈশিষ্ট্যখিনি ফঁহিয়াই বিশ্লেষণ কৰাটো বৰ্তমান অত্যন্ত প্ৰয়োজন হৈ পৰিছে। কাৰণ আমি নৱ-প্ৰজন্ম তথা বিশ্বক অতি নিৰ্দিষ্টকৈ ক'ব পাৰিব লাগিব কিহৰ ভিত্তিত বা কি কি কথা বা গুণৰ ভিত্তিত বিহুগীত-বিহুনাচ বিশিষ্ট আৰু কিহৰ ভিত্তিত কেছেট-চি.ডি. আদিৰ কিছুমান গীত স্ব-বৈশিষ্ট্যৰ পৰা ফালৰি কাটি যোৱা, - সঠিককৈপৰম্পৰাগত বিহুনাম নহয় কিন্তু বিহুনামৰ সুৰ, লয় আৰু কাব্যিকতা আধাৰিত আৰু বিহুনামৰ অমিয়া নিৰ্যাসেৰে আমোলমোল বিহু-সুৰীয়া গীত।

এইখিনিতে অৰ্থাৎ বিহুগীতৰ মূল বৈশিষ্ট্যৰ আলোচনাৰ পূৰ্বে, কেছেট, চি.ডি. আদিৰ বিহুগীত-বিহুনাচ সন্দৰ্ভত আমাৰ নিজস্ব মত তথা উপলব্ধি দুটামান কৈ লোৱা সমুচিত হ'ব বুলি ভাবোঁ—

**১) কেছেট-চি.ডি.ৰ মাধ্যমত বিহুনাম-বিহুগীত-অসমীয়া গীত-মাত আৰু ছবিয়ে জনপ্ৰিয়তা লাভ কৰিছে ঃ**

বৰ্তমান কেছেট-চি.ডি.সমূহে বিহুগীত-বিহুনাচ, অসমীয়া লোক গীত-মাত, অসমীয়া আধুনিক গীত আৰু অসমীয়া ছবিক জনপ্ৰিয়তাৰ শিখৰত আৰোহণ কৰাত প্ৰভূত অৰিহণা যোগাইছে। ষাঠিৰ দশকৰ পৰা নব্বৈৰ দশক পৰ্যন্ত অসমত বজাৰে-সমাৰে, উৎসৱে-পাৰ্বণে আৰু সাংস্কৃতিক অনুষ্ঠান আদিত অসমীয়া গীত-মাতৰ উপৰি হিন্দী গীতৰ পয়োভৰ দেখা পোৱা গৈছিল। তাৰপিছৰ পৰা পিছে প্ৰায় সমগ্ৰ অসমৰ নগৰে-চহৰে, গাঁও-ভূঁই, দোকান-বজাৰ, উৎসৱ-পাৰ্বণ-অনুষ্ঠান আদি সৰ্বত্ৰে অসমীয়া গীত-মাত বিশেষকৈ বিহুগীত আৰু অন্যান্য লোক-গীত-মাতে ৰজনৃজনাই থাকিবলৈ ধৰিলে।ইবিলাকৰ অমিয়া মাধুৰীত তিষ্ঠিব নোৱাৰি হিন্দী গীতবোৰ যেন নিজে নিজেই আঁতৰি গৈছে। কেবল যে খিলঞ্জীয়া অসমীয়াসকলেই উক্ত অসমীয়া গীত-মাতত আপ্লুত হৈছে সেয়াও নহয়। মূলতঃ হিন্দীভাষীসকলৰ অনেকক আজিকালি অসমীয়া গীতৰ কেছেট-চিডি বজাই তালে তালে নাচি থকা দেখা পাওঁ। দেখা পালেই মনটো ভাল লাগি যায় ।এনে পৰিৱেশ সৃষ্টি কৰাৰ লগত জড়িত সকলোলৈকে মনতে আন্তৰিক ধন্যবাদ জনাওঁ। ষাঠি-সত্তৰৰ দশকত বহুতো অসমীয়া ডেকা-গাভৰু হিন্দী গীত আৰু চিনেমাৰ উপৰি ইংৰাজী 'মিউজিক' আৰু ইংৰাজী চিনেমাৰ ভক্ত হৈ পৰিছিল ।আজিকালি আমাৰ নৱপ্ৰজন্মৰ বহুতেই হিন্দী ছবিৰ ভি. চি. ডি.তকৈ অসমীয়া ছবিৰ ভি. চি. ডি.হে বেছিকৈ উপভোগ কৰে। বিশেষকৈ বিহুগীতৰ আধাৰত প্ৰস্তুত ভি. চি. ডি ছবিবোৰ। সেয়েহে কেছেট, ভি. চি. ডিৰ মাধ্যমত অসমীয়া গীত-মাত-ছবিক, বিশেষকৈ বিহুগীত আৰু আমাৰ অন্য লোকগীতবোৰ জনপ্ৰিয় কৰাৰ দৃষ্টিকোণৰ পৰা সিবিলাকৰ শিল্পী-কলা-কুশলী, পৰিচালক, প্ৰযোজকসকলক অভিনন্দন জনোৱাটো সমুচিত বুলি বোধ হয়।

উল্লেখনীয় যে ওপৰৰ সমস্তখিনি কথা আমি কেৱল জনপ্ৰিয়তাৰ দৃষ্টিকোণৰ পৰাহে কৈছোঁ। অন্যবোৰ দিশৰ পৰা সিবিলাক সমাজ-সংস্কৃতিৰ পৰিপন্থী হ'লে এনে জনপ্ৰিয়তা নিশ্চয় কাম্য নহয়।

## ২) বিহুসুৰীয়া গীতো আদৰণীয়, পিছে...

আজিকালি কেছেট, চি. ডি. আদিত বিহুগীতৰ সুৰ-তালৰ আলমত পশ্চিমীয়া বাদ্যৰ সংগতেৰে গোৱা 'বিহু-সুৰীয়া' গীতবোৰ অনাদৰণীয় বুলি কোৱাৰ বিশেষ যুক্তি আমি বিচাৰি নাপাওঁ। শিল্পীসকলে এনে গীত একোটাত কেৱল পশ্চিমীয়া বাদ্য অথবা বিহু আৰু পশ্চিমীয়া দুয়োবিধ বাদ্যৰ প্ৰয়োগৰ দ্বাৰা যদি প্ৰকৃতাৰ্থত উপকৃত হৈছে অথবা এনে গীত অধিক মধুৰ আৰু উচ্চখাপৰ হৈছে বুলি উপলব্ধি কৰিছে তেনেহ'লে আপত্তি কৰিবলৈ স্থল নথকা যেনেই লাগে। পিছে সিবিলাক বিহুগীত বুলি প্ৰচাৰ কৰাটো বিহুগীতৰ স্বকীয় বৈশিষ্ট্য হানিকাৰক। পৰম্পৰাগত তাল আৰু অন্য বৈশিষ্ট্যখিনি অটুত ৰাখি কেৱল বিহুবাদ্যৰ সংগতত গোৱাখিনিকহে বিহুগীত বুলি নিৰ্দিষ্টকৈক'ব লাগে। মনকৰিবলগীয়া যে অনেক কেছেট-চি.ডি.ত এনে 'বিহু-সুৰীয়া গীত'ৰ উপৰি স্বকীয় বৈশিষ্ট্যমণ্ডিত সুৰ-তাল-লয়ৰ বিহুগীতো সন্নিবিষ্ট হয়। সেয়ে এনে কেছেট-চি. ডি.-ৰ বেটুপাতত কোনবিলাক বিহু-সুৰীয়া আৰু কোনবিলাক বিহুগীত সেই কথা নিৰ্দিষ্টকৈ লিখিলে আৰু 'বিহুগীত'ৰ কেছেট-চি.ডি. বুলি নকৈ 'বিহুগীত আৰু 'বিহুসুৰীয়া গীত'ৰ বুলি লিখিলে অনাদি কাললৈকে বিহুগীতৰ স্বকীয় বৈশিষ্ট্য অটুত থকাৰ সহায়ক হ'ব বুলি আশা কৰিব পাৰি। এনে পৰামৰ্শ ইতিমধ্যেই কেইগৰাকীমান চিন্তাশীল বিহুপ্ৰেমীয়ে কাকত-আলোচনীত আগবঢ়াইছে। পিছে প্ৰযোজক আদিয়ে কেৰেপকে কৰা নাই। প্ৰয়োজন হ'লে অসমীয়া সংস্কৃতিপ্ৰেমী ব্যক্তি আৰু সংগঠনে যথাযোগ্য পদক্ষেপ গ্ৰহণ কৰিবলগীয়াও হয়তো হ'বগৈ পাৰে।

উল্লেখনীয় যে আমি উল্লিখিত গীতবোৰক 'বিহু-সুৰীয়া গীত' বুলিছোঁ যদিও ৰাইজে অন্য নামকৰণ কৰিবও পাৰে, পিছে সিবিলাকক পৰম্পৰাগত বিহুগীত বুলি বুজাব নালাগে বুলি ন-দি ক'ব খোজোঁ।

আজি দুই -তিনি দশক ধৰি বিহুগীত( ?)ৰ কেছেট, ভি. চি. ডি-বোৰত শুনিবলৈ পোৱা বিহুগীত/বিহুসুৰীয়া গীতবোৰক সুৰ-তাল-লয়ৰ দৃষ্টিৰে চাৰি প্ৰকাৰে বিভক্ত কৰিব পাৰি ঃ

১) পৰম্পৰাগত লয়-তালত বিহুবাদ্যৰ সংগতেৰে গোৱা (কথা-সুৰ পুৰণি নাইবা নতুন)।

২) পৰম্পৰাগত লয়-তালত কেইবাটাও ভিন্ন সুৰৰ পৰম্পৰাগতভাবে চলি অহা বিহুনামৰ একো একো অংশ সংমিশ্ৰণ কৰি বিহুবাদ্যৰ সংগতেৰে গোৱা।

৩) একোটা গীতৰ কিছু অংশ পৰম্পৰাগত সুৰ-লয়-তালত আৰু কিছু অংশ কিছু পৰিমাণে ভিন্ন সুৰ-তালত বিহুবাদ্যৰ উপৰি কী-বৰ্ড আদি সংগত কৰি গোৱা।

৪) পৰম্পৰাগত লয়-তালতকৈ সামান্য ভিন্নভাৱে নতুন সুৰত পাশ্চাত্য বাদ্যযন্ত্ৰৰ সংগতত অথবা পাশ্চাত্য বাদ্যযন্ত্ৰ আৰু বিহু -বাদ্য সংগত কৰি গোৱা। আমি এই পুথিত প্ৰথম দুই প্ৰকাৰক বিহুগীত বা বিহুনাম আৰু বাকী দুই প্ৰকাৰক বিহুসুৰীয়া গীত বুলি বুজাইছোঁ।

তাহানিৰ ৰাতি বিহু, গছতলৰ বিহু, হুঁচৰি, হুঁচৰি-বিহু আদিত গোৱা পৰম্পৰাগত বিহুনাম একোটা একে তাল-লয়-সুৰত গাওঁতেও বিহুবাদ্যৰ উপৰি পশ্চিমীয়া বাদ্য-বাজনা সংগত কৰাটো অন্য এক চিন্তনীয় বিষয় হৈ পৰিছে। এনে কৰাৰ প্ৰয়োজন আছে জানো? ঢোল, তাল, পেঁপা, টকা, গগনা, বাঁহী, সুতুলিৰ সংগতেই পৰম্পৰাগত সুৰ, তাল, লয়ত বিহুগীত গাবলৈ যথেষ্ট নহয়নে? বাঁহীত স্কেল নিৰ্দিষ্ট কৰিব পাৰি। ঢোলৰ স্কেল নিৰ্দিষ্ট কৰিব পাৰি আৰু ঢোলৰ ধ্বনিৰ লগত খাপখোৱাকৈ তালযোৰৰ ধ্বনি সৃষ্টি কৰিব পাৰি। আমাৰ মুগা সূতা লগোৱা বাঁহৰ গগনাৰ মাতৰ লগত পৰম্পৰাগত সুৰ-তাল-লয়ৰ বিহুনাম যিমান ভালকৈ খাপ খাই তাতোকৈও বেছিকৈ ধাতুৰে তৈয়াৰী গগনা নাইবা কোনো আধুনিক বাদ্যৰ বাজনা খাপ খাব পাৰে জানো? ম'হৰ শিঙৰ পেঁপাৰ মাতৰ লগত যেৰ মাৰিবই বা পাৰে কোন বাদ্যই? কী-বৰ্ডৰ পেঁপাৰ মাত আৰু ম'হৰ শিঙৰ পেঁপাৰ মাতৰ পাৰ্থক্য বুজিবলৈ অকণমান মন দিলেই হ'ল।

উল্লেখনীয় যে দ্ৰামজাতীয় লোকবাদ্যৰ ভিতৰত হেনো আমাৰ ঢোলটোৱেই একমাত্ৰ বাদ্য যাক শাস্ত্ৰীয় সংগীতৰ স্কেলত নিৰ্দিষ্ট কৰি বজাব পাৰি। ঘন ঘনকৈ বোৱা বৰতিৰ লগতে ফৰিঙা, কনাই আৰু বিশিষ্ট মলুৱাৰ বাবেই এইটো সম্ভৱ।

নিৰ্দিষ্ট তাল-সুৰ লয়ত সুদীৰ্ঘ সময় ধৰি বজাব পৰা আৰু একো একোটা গীতৰ কথা বজাব পৰা আমাৰ পেঁপাটোৱেই কিজানি জন্তুৰ শিঙৰ পৰা তৈয়াৰ কৰা আটাইতকৈ উচ্চ পৰ্যায়ৰ সুষিৰ লোকবাদ্য। ম'হৰ শিঙৰ লগত নল, খাগৰি অথবা বিজুলী বাঁহৰ থুৰি আৰু বাঁহৰ গপ বা নলিচা সংযোগ কৰি অতি সুনিৰ্দিষ্ট প্ৰণালীৰে আৰু অতি যতনেৰে প্ৰস্তুত কৰা হয় বাবেহে আমাৰ পেঁপাটো অনুপম আৰু উৎকৃষ্ট। তাতে যোগ হৈছে পেঁপা বজোৱাৰ বিশেষ কিটিপ তথা দক্ষতা। অন্য কোনোবা ঠাইত বা অন্য কোনো জনগোষ্ঠীৰ মাজত প্ৰচলিত জন্তুৰ শিঙৰ পৰা তৈয়াৰ কৰা সুষিৰ বাদ্যত আমাৰ পেঁপাৰ গম আৰু নলিচাৰ দৰে অংগ আছে যদি নাজানো কিন্তু সচৰাচৰ দেখাবোৰত নাই আৰু এইবাবেই সিবিলাকত পেঁপাৰ দৰে চেও একোটা আৰু গীত একোটাৰ কথা বজাব নোৱাৰি। এঘণ্টাতকৈও অধিক সময় দেহ-মুখত ভাগৰৰ অকণো চাপ নপৰাকৈ হুঁচৰি বিহুত পেঁপা বজোৱা আমি নিজে প্ৰত্যক্ষ কৰিছিলো ষাঠি-সত্তৰৰ দশকত।

অন্য দেশৰ কাঠৰ আৰু ধাতুৰ গগনাই কথা ক'ব পাৰেনে নোৱাৰে নাজানো, আমাৰ গগনাই কথা ক'ব পাৰে; আমাৰ গগনাত গীতৰ কথা বজাব পাৰি। এই অধ্যয়নৰ এগৰাকী মতদাতা কিৰণ অভয়পুৰীয়াই আমালৈ লিখা চিঠি এখনত এনেদৰে লিখিছে — "আমাৰ ফালে গগনাত তিনিটা বিহুনাম গায় —

১) বৈ চাপৰি ঐ, বৈ চাপৰি ঐ, বৈ তুলিছো ঐ, বৈ বাবৰি ঐ...

২) অ' সোণামুৱা বিহুৰে বতৰত তুমি ক'লৈ যোৱা...

৩) বাৰীত নেমু আছে নাই. আছে নেমু পকা নাই..."

এইখিনিতে ড° মহেশ্বৰ নেওগদেৱে 'অসমৰ সাংস্কৃতিক ঐতিহ্য' গ্ৰন্থত লিখি থৈ যোৱা গগনা সম্বন্ধীয় নিম্নলিখিত তথ্যখিনি উল্লেখনীয় ঃ "গগনা পিছে কেৱল অসমতে নাই, চীন দেশৰ পৰা চাইবেৰীয়ালৈকে মংগোলীয়সকলৰ সমস্ত দীঘলীয়া ভূমিভাগৰ দেশবোৰত ইয়াৰ বাস্তত্ব। সেই সেই দেশত তাৰ নামো 'গগনা'ৰ দৰে 'গংগিনা' আদি ধ্বন্যাত্মক শব্দবোৰ। এই সকলো ঠাইৰ গগনাৰ লগত কিন্তু অসমৰ গগনাৰ পাৰ্থক্য হ'ল - অসমৰ গগনা বাঁহৰ, সেইবোৰ দেশত কাঠৰ। ... সমস্ত ইউৰোপত এই বস্তুটি ধাতুৰে গঢ়া হয়। তাৰ এটা মূৰ দুই ওঁঠৰ মাজত লৈ মাজৰ এচলি সৰু পাতত কম্পন তুলি শব্দ সৃষ্টি কৰা হয়।" (অসমৰ সাংস্কৃতিক ঐতিহ্য; পৃ: ২৮২)

ঢোল, তাল, পেঁপা, গগনাৰ লগত কেতিয়াবাই স্বতঃস্ফূৰ্তভাৱে আহি তেনেই লীন যোৱা বাঁহী বা মুৰুলিৰ সংযোজনে বিহুবাদ্যৰ বাজনা সামগ্ৰিকভাৱে অধিক সমৃদ্ধ কৰিলে, অধিক উচ্চ কৰিলে। ইবিলাকৰ উপৰি আজিকালি চৰ্চাৰ অভাৱত প্ৰায় অপ্ৰচলিত হ'বলৈ লোৱা বীণ, জেংটং আদিও আছে।

ইমানখিনি উৎকৃষ্ট বিহুবাদ্য থকা সত্ত্বেও বিহুনাম গাবলৈ আমাক আৰু কিছুমান বিদেশী বাদ্যও লাগেনে ? আমাৰ পূৰ্বপুৰুষসকলৰ বহু যুগৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণা-তপস্যাৰ ফলতহে যে এনে উচ্চ মানদণ্ডৰ লোকবাদ্যৰ সৃষ্টি হৈছে, সেই কথালৈ আজি যেন বহুতৰে ভ্ৰূক্ষেপ নাই। অৱশ্যে ঢোলটোৰ চৰ্চা চলিছে, আজিৰ প্ৰয়োজনৰ লগত খাপ খোৱাকৈ শাস্ত্ৰীয় সংগীতৰ স্কেল নিৰ্দিষ্ট কৰিও বজাইছে। আগেয়ে ঢুলীয়াই প্ৰয়োজন অনুযায়ী ঢোলৰ মাত টান, ঢিলা, মিঠা, কাঢ়া কৰিছিল কেৱল নিজস্ব উপলব্ধিৰ আধাৰত। আজিকালি শাস্ত্ৰীয় সংগীতৰ বিভিন্ন স্কেলৰ আলমত কৰি লোৱা হয়। এয়া নিশ্চয় আদৰণীয়। অন্যখিনি বিহুবাদ্যৰ ক্ষেত্ৰত কিন্তু এনে চৰ্চাৰ অভাৱ পৰিলক্ষিত হয়। তেনে চিন্তা-চৰ্চা কৰাৰ সলনি সহজলভ্য হিচাপে কী-বৰ্ডকে ব্যৱহাৰ কৰিবলৈ লৈছে বুলি ভাব হয়।

প্ৰসংগক্ৰমে উনুকিয়াই থওঁ যে বিহুত আৰু অন্য অনুষ্ঠানত বজোৱা তাল একোযোৰ তৈয়াৰ কৰোঁতে নিৰ্দিষ্ট পৰিমাণৰ ৰূপ মিহলালে তালৰ জিলী শুৱলা হয়। আগেয়ে হেনো ৰূপ নিমিহলোৱা তালৰ ব্যৱহাৰ নাছিলেই। আজিকালি এই দিশত কিমানে গুৰুত্ব দিছে নাজানো । কিন্তু আজিৰ পৰিস্থিতিত মাইক্ৰফোনে তালৰ মাত ডাঙৰ কৰাৰ পৰিপ্ৰেক্ষিতত ৰূপ মিহলোৱা তালৰ প্ৰয়োজন অধিক। ৰূপ নিমিহলোৱা তালৰ চেংচেঙীয়া জিলী মাইক্ৰফোনত আৰু ডাঙৰ হৈ অধিক চেংচেঙীয়া হয়। উল্লেখনীয় যে তাল প্ৰস্তুত কৰোঁতে ৰূপ মিহলালে তালৰ জিলী ভাল হোৱা তথ্যটি আমাক গোলাঘাটৰ ড° পদ্মেশ্বৰ গগৈদেৱে দিলে।

এইখিনিতে এই অধ্যায়ত ইতিমধ্যে আলোচনা কৰি অহা বিষয়বোৰৰ প্ৰসংগত দুটিমান উদ্ধৃতি আগবঢ়োৱা হওক --

বৰেণ্য শিল্পী, সুধাকণ্ঠ খগেন মহন্তদেৱে এনেকৈ লিখিছে — "যদি প্ৰকৃততেই বিহুনাম গাবলগীয়া হয়, তেতিয়া বিহুনামৰ মূল বাদ্য-যন্ত্ৰহে ব্যৱহাৰ হ'ব লাগে। নগৰীয়া বিহুতলীত বিভিন্ন ধৰণৰ গীত পৰিৱেশন কৰিবলৈ গৈ তাৰ মাজতে বিহুনাম গাবলগীয়া হ'লে আধুনিক বাদ্যযন্ত্ৰৰে বিহুনাম চলাই দিয়া ডাঙৰ কথা নহয়। কিন্তু কেৱল বিহুনাম গাবলৈ যদি কেছেট ৰেকৰ্ড কৰিবলগীয়া হয় তেতিয়া সাম্প্ৰতিক কালৰ আমূল পৰিৱৰ্তন গ্ৰহণীয় নহয়। কিয়নো অসমৰ লোক-সংগীতৰ এক সংকলন বুলি যদি এই কেছেটটি কোনো বিদেশী লোকে শুনে তেতিয়া তেওঁলোকৰ প্ৰশ্ন হ'ব যে স্বৰূপাৰ্থত অসমীয়া লোক-সংগীত নাই নেকি?" (বিহু নগৰমুখী হ'ল; বৰদৈচিলা; ১৯২৭ শক)

"আজিকালি দেখা গৈছে যে বিহুগীতৰ কেছেটৰ বৃহৎ ব্যৱসায় গঢ়ি উঠিছে। অসমীয়া লোকসংগীত এবিধক সমল হিচাপে লৈ যে এবিধ জনপ্ৰিয় সংগীতৰ সৃষ্টি হৈছে সেয়া আনন্দৰ বিষয়। কিন্তু সেইবোৰক 'বিহুগীত' বোলাত আমাৰ আপত্তি আছে।" (সঞ্জীৱ পল, "কেছেটৰ বিহুগীত" , প্ৰান্তিক, ১ এপ্ৰিল ২০০৫ চন; পৃঃ ৪)

"বিগত শতিকাৰ নব্বৈৰ দশকতে ড° লীলা গগৈ, জয়কান্ত গন্ধীয়া, ক্ষেত্ৰধৰ বৰগোহাঁই, হেম বৰগোহাঞি, প্ৰদীপ নেওগ, আনন্দ মোহন ভাগৱতী আদি ব্যক্তিসকলৰ উপৰি 'বিহু কৃষ্টি চৰ্চা বিকাশ সমিতি'ৰ নিচিনা অনুষ্ঠানে হুঁচৰি, বিহুনাচ বা বিহুনামৰৰ প্ৰতিযোগিতা আদিৰ বিষয়ে আলোচনা কৰিছিল। যোৱা কেইবছৰমান এইধৰণৰ আলোচনাসমূহত উল্লেখিত পৰামৰ্শৰ ভিত্তিতে বিহু উদ্‌যাপিত হৈ আহিছে। ফলস্বৰূপে বিহুলৈ কিছুপৰিমাণে শৃংখলাও আহিছে। মাৰ্জিত আৰু সুন্দৰো হৈছে। কিন্তু এনেধৰণৰ আলোচনাসমূহৰো কোনো মূল্য নাথাকিব যদিহে বজাৰত বিক্ৰী হৈ থকা কেছেটবোৰৰ বিষয়ে আলোচনা কৰি খেলি-মেলিবোৰ আঁতৰাবলৈ যত্ন কৰা নহয়।" (মাণিক শইকীয়া, প্ৰান্তিক, ১ এপ্ৰিল, ২০০৪ চন)

"গতিময়তা হ'ল সংস্কৃতিৰ এক প্ৰধান ধৰ্ম। ই নিশ্চল প্ৰস্তৰখণ্ড নহয়, ৰাজহুৱা আচাৰ-অনুষ্ঠানবিলাক প্ৰদৰ্শিত হোৱা ই সংগ্ৰহালয়ৰ সামগ্ৰীও নহয়; আমাৰ পৰিৱৰ্তনশীল জীৱন চৰ্চাৰ লগত ওতপ্ৰোতভাৱে সম্পৰ্কিত। সংস্কৃতি এক চলিষ্ণুপ্ৰপঞ্চ। ... গতিকে যাক আমি সংস্কৃতিৰ সংকট বুলি ভাবোঁ, সি বহু ক্ষেত্ৰত আমাৰ মানসিক জড়তাৰহে প্ৰতিফলন। এই জড়তাৰ পৰিণাম হ'লগৈ প্ৰজন্ম প্ৰভেদ-ইংৰাজীত যাক কোৱা হয় 'Generation gap' " - শিৱনাথ বৰ্মন (ব'হাগী, ২০০৫ চন; পৃঃ ৫০)

## বিহুনামৰ বৈশিষ্ট্য সম্বন্ধীয় উক্তিত মতদাতাৰ মতামত

এই শিতানত তালত গোৱা বিহুনামৰ বৈশিষ্ট্য সম্বন্ধীয় মুঠ ১০ টা উক্তিত মতদাতাসকলৰ মতামতৰ বিশ্লেষিত তথ্য দাঙি ধৰা হৈছে। লগতে গোটাচেৰেক বিষয়ত পৰ্যালোচনাও যুগুতোৱা হৈছে।

**ক) ৭৫ শতাংশ বা ততোধিকে সমৰ্থন কৰা উক্তি**

১) একেটা তালত গাই থকাৰ মাজে মাজে দুই এক শব্দ অথবা দুই একোটা ফাঁকি সেই তালৰ পৰা আঁতৰি গৈ গালে বিহুনামে বিশিষ্টতা হেৰুৱাই বিহুসুৰীয়া আধুনিক গীতৰ শাৰীত পৰেগৈ (বৰ্তমান বিহুগীতৰ কেছেটবোৰৰ কিছুমান গীত এই ধৰণৰ।)

২) ঢোল সংগত কৰি বিহুনাম গাওঁতে নিৰ্দিষ্ট তালৰ ঢোলৰ বুলনি বজাই থকা হয় আৰু একুট বা একোফাঁকি বিহুনাম এবাৰ অথবা দুই-তিনিবাৰ গোৱাৰ অন্তত বুলনি -ঘাট বজোৱা হয়।

৩) পৰম্পৰাগত ঢোলৰ বুলনিৰ নিৰ্দিষ্ট তালত নাগালে বিহুনামে বিশিষ্টতা হেৰুৱাই আৰু সি বিহুসুৰীয়া আধুনিক গীতৰ শাৰীত পৰেগৈ।

৪) পৰম্পৰাগত ঢোলৰ বুলনিৰ নিৰ্দিষ্ট তালত নোগোৱা বিহুনামবোৰত বিহুৱতীয়ে বিহুনাচৰ বিশিষ্টতা ৰক্ষা কৰি কঁকাল ভাঙিবলৈ অসুবিধা পায়। এনে ধৰণৰ গীতত নাচোঁতে কঁকাল ভঙাৰ ছন্দ ঢোল-পেঁপাৰ চেওত নাচোঁতে ভঙাৰ ছন্দতকৈ কিছু পৰিমাণে ভিন্ন হয়। (এই ভিন্নতা বৰ্তমানত বিহুগীতৰ ভি চি. ডি. বোৰৰ প্ৰায়বোৰতে বিহুৱতীৰ নাচত প্ৰকাশ পাইছে।)

৫) আৰম্ভণিৰ পৰা শেষলৈকে একেটা স্কেল(Scale)ত নাগাই মাজে মাজে দুই এক শব্দ অথবা দুই একোটা ফাঁকি ভিন্ন স্কেলত গালে বিহুনামে বিশিষ্টতা হেৰুৱাই আৰু সি বিহুসুৰীয়া আধুনিক গীতৰ শাৰীত পৰেগৈ। (বৰ্তমানৰ বিহুগীতৰ কেছেটবোৰৰ কিছুমান গীত এই ধৰণৰ)

৬) বিহু অনুষ্ঠানত পৰম্পৰাগত বিশিষ্টতাখিনি (তাল, লয়, সুৰ, স্কেলৰ বৈশিষ্ট্য) অটুট থকাকৈহে বিহুনাম গোৱাটো বাঞ্ছনীয়।

৭) পৰম্পৰাগত বিশিষ্টতাখিনি অটুত থকাকৈ ন-সৃষ্টি আৰু পৰম্পৰাগত (তাহানিৰ ৰাতি বিহু, জেং বিহু, হুঁচৰি আৰু হুঁচৰি বিহুত গোৱা) উভয় প্ৰকাৰৰ বিহুনামেৰে বিহু অনুষ্ঠানবোৰ ৰসাল কৰাটো বাঞ্ছনীয়।

৮) বিহুৱা-বিহুৱতীয়ে পৰম্পৰাগত বৈশিষ্ট্যখিনি অটুত থকাকৈ নতুন (নতুনকথা আৰু সুৰৰ) বিহুনামৰ সৃষ্টি কৰি পৰিৱেশন কৰাটো কেৱল গ্ৰহণযোগ্যই নহয় আদৰণীয়ও।

**খ) ৫০ শতাংশৰ পৰা ৭৫ শতাংশ মতদাতাই সমৰ্থন কৰা উক্তি**

৯) পৰম্পৰাগতভাৱে বিহুনাম একোটা আৰম্ভণিৰ পৰা শেষলৈকে একেটা তালতে গোৱা হয়।

১০) পৰম্পৰাগত বিহুনাম একোটা আৰম্ভণিৰ পৰা শেষলৈকে একেটা স্কেলত গোৱা হয়।

## পৰ্যালোচনা— ১ ঃ
## বিহুগীতৰ বিশিষ্ট 'তাল'

অন্য যিকোনো গীতৰ লগত বিহুগীতৰ অতি সুস্পষ্ট পাৰ্থক্য তালত। সেয়ে পৰম্পৰাগত নিৰ্দিষ্ট তালেই বিহুগীতৰ মূল বৈশিষ্ট্য। এই তালৰ ভিত্তিতে বিহুগীত যে উপৰিউক্ত বিহুসুৰীয়া গীত আৰু পৃথিৱীৰ অন্য যিকোনো প্ৰকাৰৰ গীততকৈ ভিন্ন, সেই কথা বুজিব আৰু বুজাব পাৰি বুলি বোধ হয়। এইক্ষেত্ৰত কালজয়ী শিল্পী খগেন মহন্তদেৱে ইতিপূৰ্বে উল্লিখিত প্ৰবন্ধটিত অতি সুনিৰ্দিষ্ট আৰু সৰল প্ৰণিধানযোগ্য সূত্ৰ আগবঢ়াইছে — "ব্যৱসায়িক ভিত্তিত কোনো প্ৰযোজকৰ ইচ্ছা পূৰণ কৰিবৰ চেষ্টাৰে ৰাতিটোৰ ভিতৰতে চল্লিছ-পঞ্চলিছ মিনিটৰ বিহুগীত লিখি পেলোৱা হয়। যেন এচাম শিল্পীয়েও প্ৰযোজকৰ হাথিয়াৰ হিচাপে ব্যৱহৃত হ'বলৈ আগ বাঢ়ে। গায়ন শৈলীৰ ক্ষেত্ৰত এটা সম্পূৰ্ণ বেলেগ ৰূপ চলিবলৈ ধৰিছে। যদিওবা ঢোল আৰু তাল ব্যৱহাৰ কৰা হয় কিন্তু অসমীয়া বিহুনামৰ ছন্দৰ যেন পতন ঘটিছে। বিহুৰ তাল সাধাৰণতে চলি থকা দাদৰা বা খেমতা নহয়, সেইকাৰণেহে অনাঅসমীয়া মানুহে যদিওবা বিহুনাম খুব উপভোগ কৰে, অসমীয়া দুচাপৰীয়া চাপৰিটো শুদ্ধকৈ দিবই নাজানে। এই বৈশিষ্ট্য এৰাই চলি সৰ্বভাৰতীয় ৰূপ দিবলৈ গ'লে পৰম্পৰা ৰক্ষা হ'ব জানো?" মনকৰিবলগীয়া যে মহন্তদেৱে কোৱা এই দুই চাপৰীয়া চাপৰিটোৱেই বিহুগীতৰ পৰম্পৰাগত তাল। এই তাল 'দাদৰা', খেমতা'ৰ ওচৰ চপা হ'ব পাৰে, কিন্তু একে নহয়। সিবিলাকৰ পৰা উৎপত্তি হোৱাৰটো প্ৰশ্নই উঠিব নোৱাৰে।

বিহুগীত গাওঁতে বজোৱা (হুঁচৰি-ঘোষা, লহৰী, হুৱালি আৰু বুঢ়া চেওৰ গীতবোৰৰ বাদে বাকীখিনিত বজোৱা) ঢোলৰ বুলনিৰ তালো এই দুই চাপৰীয়া চাপৰি বজাব পৰাকৈ সজোৱা। এই তালতে টকা বজায়েই তাহানি ৰাতি বিহু, গছলতৰ বিহুত বিহুনামবোৰ গোৱা হৈছিল। পেঁপা বজাওঁতেও এই দুচাপৰীয়া তালেই সংগত কৰা হয়। আমি 'ৰঙালী বিহুৰ নৃত্য-গীত' পুথিখনত বিহুনামত বজোৱা ঢোলৰ বুলনি আৰু বুলনি ঘাট এনে বুলি হোৱা ধাৰণা ব্যক্ত কৰিছিলো —

**সাধাৰণ বিহুনামৰ বুলনিৰ উদাহৰণ ঃ**

**বুলনি ঃ ক)** । খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।
। খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।। খিত্ খিতি ।...

**বুলনি ঃ খ)** । খিত্ খিত্ ।। খিত্ খিত্ ।। খিত্ খিত্ ।। খিত্ খিত্ ।।
।খিৰ্ত খিৰ্ত ।। খিৰ্ত খিৰ্ত ।।খিৰ্ত খিৰ্ত ।।খিৰ্ত খিৰ্ত ।।খিৰ্ত খিৰ্ত ।।

**বুলনি ঘাট ঃ** (বিহুনামৰ এক বা ততোধিক কুট নাইবা একোফাঁকিৰ অন্তৰে অন্তৰে বজোৱা ঢোলৰ চুটি ঘাট সদৃশ বাজনা)

। খিত্ তাখি। ঘিন ঘিন। ঘিন তাক্। খিত্ তাখি।
। খিৰ্ত তাখি। ঘিন ঘিন। ঘিনss । ঘিন তাক্।

মনকৰিবলগীয়া এই যে ইতিমধ্যে আলোচনা কৰি অহা 'বিহুসুৰীয়া গীত'বোৰত ঢোল সংগত কৰোঁতে কোনো কোনো ক্ষেত্ৰত উক্ত বুলনি আৰু কোনো কোনো গীতত এই বুলনিৰ ওচৰ চপা বুলনি বজোৱা হয়। আকৌ একে বুলনি বজালেও এটা বিশেষ কায়দাত বজাই তাক প্ৰয়োজন অনুযায়ী পৰম্পৰাগত তালৰ পৰা কিছুপৰিমাণে আঁতৰায়ো বজোৱা হয়। এই কায়দাটো এনে বুলি ধাৰণা হয় —

পৰম্পৰাগত তালত বিহুনাম গাওঁতে বুলনিৰ বোল অধিকাংশ সময়ত ঢোলৰ খোলত ঢোলৰ মাৰিৰে টোকৰ মাৰি আৰু ঢোলৰ 'তালি'ত হাতৰ কোমল চাপৰেৰে উৎপন্ন কৰা হয়, মাজে মাজে 'ৰংগৰ' দিওঁতেহে কোবনিত বোল উৎপন্ন কৰা হয়। 'বিহুসুৰীয়া গীত'বোৰত ঢোল সংগত কৰোঁতে সঘনাই কোবনিত বুলনিৰ বোল উৎপন্ন কৰিবলগীয়া হয়। ঢোলৰ খোলাত ঢোলৰ মাৰিৰে উৎপন্ন কৰা বুলনিৰ 'বন্ধ বোল'ৰ ধ্বনি যিমান পৰিমাণে বন্ধ হয়, কোবনিত উৎপন্ন কৰিলে সিমান পৰিমাণে বন্ধ নহয়; আৰু প্ৰয়োজন অনুযায়ী বন্ধ বোল একোটা কিছুপৰিমাণে কম বন্ধ ধ্বনিত বজাবলৈ সুচল। এই পাৰ্থক্যৰ বাবেই একে বুলনি বজালেও দুচাপৰীয়া চাপৰিৰ তালৰ পৰা সামান্য ফালৰি কাটি যায় আৰু ফলস্বৰূপে তেনে বুলনিত গীত একোটা পৰম্পৰাগত বিহুনামৰ তাল-লয়তকৈ কিছুপৰিমাণে ভিন্নকৈ গাব পাৰি। এই সামান্য পাৰ্থক্যতে পিছে উক্তধৰণেৰে পৰম্পৰাগততকৈ কিছুপৰিমাণে ভিন্নকৈ বজোৱা ঢোলৰ বুলনিত গোৱা বিহুগীত অথবা বিহুসুৰীয়া গীত একোটা শুনিবলৈ পৰম্পৰাগত তাল-লয়ৰ বিহুগীত যেন নলগা হয়, ক'ৰবাত যেন কিবা পাৰ্থক্য হৈছে - এনে লাগে। আকৌ পেঁপাৰ চেও আৰু পেঁপাত বজোৱা বিহুনামতো সেই বিহুসুৰীয়া গীতত বজোৱা ঢোলৰ বুলনিবোৰ পৰম্পৰাগত বুলনিৰ তুলনাত কিঞ্চিৎ কমকৈ খাপ খায়।

আমাৰ এই অধ্যয়নৰ এগৰাকী মতদাতা সোণধৰ গগৈয়ে আমালৈ লিখা চিঠি এখনত এই কথাৰেই ইংগিত দিছে — "বিহুগীত পৰিৱেশন কৰোঁতে ঢুলীয়াই তালি-বুলনিৰ সহযোগত ঢোলৰ খোলাত ঢোলৰ মাৰিৰে তাল ৰাখি যোৱাটো বাঞ্ছনীয়।"

উল্লেখনীয় যে কেছেট আদিৰ বিহু-সুৰীয়া গীতবোৰৰ অনেকত পৰম্পৰাগত ঢোলৰ বুলনি নবজাই প্ৰয়োজন সাপেক্ষে ভিন্ন সাজোনৰ বুলনিৰ সৃষ্টি কৰিও বজাই থকা হৈছে।

## পৰ্যালোচনা ২ :

## পৰম্পৰাগত তালত বিহুনাম নাগালে বিহুৱতীয়ে স্বকীয় বৈশিষ্ট্যৰে নাচিবলৈ অসুবিধা পায় ঃ

হাতৰ দুচাপৰীয়া চাপৰি, টকা আৰু ঢোলৰ পৰম্পৰাগত-বুলনিত বিহুৱতীয়ে পথালিকৈ ভৰিৰ পতা খোপনি ৰাখি ৰাখি পিছলাই, সৰু সৰুকৈ কঁকাল ভাঙি ভাঙি বিশিষ্ট লয়ত

নাচে। এইদৰে নচাটোতেই বিহুৱতীৰ বিহুনাচৰ মূল বৈশিষ্ট্য নিহিত হৈ আছে। সচৰাচৰ দেখা পোৱা অন্য কোনো নাচত ইমান ঘনকৈ, ইমান সৰু সৰুকৈ তথা মিহি মিহিকৈ কঁকাল ভাঙি নানাচে। মংগোলীয় জনগোষ্ঠীৰ কোনোবা নাচৰ লগত বিহুনাচৰ সাদৃশ্য অৱশ্যে থাকিব পাৰে। ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে এনে উপলব্ধিৰ কথা এঠাইত লিখিছে। সি যি নহওক, বৰ্তমানৰ কেছেট আদিৰ 'বিহু-সুৰীয়া গীত'বোৰৰ কিছুমানত বজোৱা ঢোলৰ বুলনিত কোবনিত উৎপন্ন বন্ধ বোলৰ ধ্বনি পৰম্পৰাগততকৈ তুলনামূলকভাৱে কম পৰিমাণে 'বন্ধ' কৰি বজোৱা বাবে সিবিলাকত বিহুৱতীয়ে সিমান মিহি মিহিকৈ কঁকাল ভাঙি নাচিবলৈ কিছুপৰিমাণে হ'লেও অসুবিধা পায় বুলি ধাৰণা হয়। অন্যহাতে নতুনকৈ সৃষ্টি কৰি পৰম্পৰাগত তালৰ পৰা ফালৰি কাটি বজোৱা বুলনিত নাচিবলৈ পোৱা অসুবিধা আৰু নাচৰ বিসংগতি অনায়াসে বোধগম্য হয়। খেমতা আদি তালৰ লগত মিলাই বজোৱা ঢোলৰ চাপৰত গোৱা বিহুনামৰ কথা নক'লোৱেইবা।

মনকৰিব লগীয়া যে টকা বজাই নাইবা মাৰিৰে ঢোলৰ খোলাত মৰিয়াই উৎপন্ন কৰা একোটা বোল একেবাৰে একে কৰি ঢোলৰ কোবনিত উৎপন্ন কৰা সম্ভৱ নহয়। প্ৰসংগক্ৰমে গগনাৰ কথাও কৈ থওঁ। আমাৰ বাঁহৰ গগনাৰ মাত আৰু অন্য ঠাইৰ কাঠৰ আৰু ধাতুৰ গগনাৰ মাতৰ পাৰ্থক্য থাকিবই। বাঁহৰ গগনাৰ মাতৰ তুলনাত ধাতুৰ গগনাৰ মাত চেং চেঙীয়া আৰু কাঠৰ গগনাৰ মাত কিঞ্চিৎ মোটা বুলি ধাৰণা হয়।

## পৰ্যালোচনা ৩ :
## পৰম্পৰাগত বিহুনাম একোটা আৰম্ভণিৰ পৰা শেষলৈকে একেটা স্কেলত গোৱা হয়নে?

"পৰম্পৰাগত বিহুনাম একোটা আৰম্ভণিৰ পৰা শেষলৈকে একেটা স্কেলত গোৱা হয়।" ৭০ শতাংশ মতদাতাই সমৰ্থন কৰা এই উক্তিটিৰ সত্যাসত্য অৰ্থাৎ যিকোনো বিহুগীত একোটা গাওঁতে একেটা স্কেলত গোৱা হয়নে, নে স্কেল কিছুপৰিমাণে উঠা-নমা কৰিব পাৰে? অথবা কিছুমান বিহুগীত গাওঁতে তাল-লয়ৰ বৈশিষ্ট্য ৰাখি ভিন্ন অংশ কিছুপৰিমাণে ভিন্ন স্কেলত গালেও বৈশিষ্ট্য অটুত থাকেনেকি? এই প্ৰশ্নৰ পুংখানুপুংখ বিশ্লেষণ কৰা কাৰ্য আমি বিনয়ীভাবেৰে বিজ্ঞ সংগীতজ্ঞসকললৈ থ'লো। পিছে নৱৈ শতাংশ মতদাতাই সমৰ্থন কৰা নিম্নলিখিত উক্তিটি মনকৰিবলগীয়া তথা প্ৰণিধানযোগ্য বুলি বোধ হয়ঃ

"আৰম্ভণিৰ পৰা শেষলৈকে একেটা স্কেলত নাগাই মাজে মাজে দুই-এক শব্দ অথবা দুই-একোটা ফাঁকি ভিন্ন স্কেলত গালে বিহুনামে বিশিষ্টতা হেৰুৱায় আৰু ই বিহুসুৰীয়া

আধুনিক গীতৰ শাৰীত পৰেগৈ (বৰ্তমানৰ বিহুগীতৰ কেছেটবোৰৰ কিছুমান গীত এই ধৰণৰ)।" নব্বৈ শতাংশ মতদাতাই সমৰ্থন কৰা এই উক্তিটিয়ে এইটোকে বুজায় যে স্কেলৰ উঠা-নমা ভালেখিনি হোৱাটো তথা ওপৰ স্কেলৰ পৰা ঘপকৈ ভালেখিনি তলৰ স্কেলত গালে বিহুগীত গোৱা যেন নালাগে।

## বিহুগীতৰ বিষয়বস্তু

বিহুগীতত অসমৰ প্ৰকৃতিৰ সমস্তখিনি উপাদানে ঠাই পাইছে; নদ-নদী, জান-জুৰি, গছ-বন-লতিকা, ফল-ফুল, নল-খাগৰি, হাবি-বননি-ফুটুকানি, পৰ্বত-পাহাৰ-ভৈয়াম, পথাৰ, শইচ, আকাশ-বতাহ, মলয়া-ধুমুহা, গাজনি-ঢেৰেকনি, বৰষুণ-বানপানী, পশু-পক্ষী, চৰাই-চিৰিকতি ইত্যাদি ইত্যাদি। বিহুগীতত প্ৰতিফলিত হৈছে ডেকা-গাভৰু, জীয়ৰী-বোৱাৰী, হালুৱা-হজুৱা, ৰজা-বিষয়া, ধনী-দুখীয়া সকলোৰে কথা, সকলোৰে আৱেগ-অনুভূতি আৰু অসমীয়া জনজীৱনৰ বিশেষকৈ কৃষিভিত্তিক সমাজখনৰ আৰ্থিক-সামাজিক অৱস্থাই। যৌৱন-ভালপোৱাৰ আবেদন-নিবেদন তথা আদান-প্ৰদান অনেকখিনি বিহুগীতবোৰৰ মূল ভাবাৰ্থ। কলা-কৃষ্টি-সংস্কৃতিৰ ধৰণ-কৰণ-বৰণ আৰু সিবিলাকৰ প্ৰতি থকা অনুৰাগ-অনুভূতিয়েও ঠাই পাইছে বিহুগীতত। বহুতো বিহুগীত ৰচিত হৈছে সমসাময়িক, ঐতিহাসিক আৰু পৌৰাণিক ঘটনা, কাহিনী ইত্যাদিৰ আলমত। ইঁচৰিত ভাবাৰ্থৰ ভিত্তিত দহ-বাৰ প্ৰকাৰৰ বিহুনাম গোৱা হয়।

থোৰতে ক'ব পাৰি যে বিহুগীতৰ আলমত অসমীয়াই সকলো প্ৰকাৰৰ ভাব, আৱেগ, অনুভূতি, দুখ-সুখ, মৰম-চেনেহ প্ৰকাশ কৰি আহিছে। বিহুগীতবিলাক অনেক বিষয়বস্তু সম্বন্ধীয় আৰু অনেক ভাবাৰ্থৰ। সেয়েহে বিষয়বস্তু আৰু ভাবাৰ্থৰ ভিত্তিত কোনোবাটো বিহুগীত নহয় বুলি ক'বলৈ অসুবিধা।

ৰচনা কৰা ধৰণৰ দিশৰ পৰা আমাৰ বহুতো বিহুগীতত পৰিলক্ষিত হোৱা এটা পৰিস্ফুট বৈশিষ্ট্য হ'ল উপমাৰ ব্যৱহাৰ। এনে বিহুগীত একোফাঁকিত মূল কথাটো কোৱাৰ আগতে উপমা একোটিৰে পাতনি মেলা হয়। উদাহৰণ স্বৰূপে —

ৰিব্ ৰিব্ কৰি বতাহ জাকি মাৰিলে
শালিধানে মেলিলে থোৰ;
আয়ে খোজা নাই বোপায়ে খোজা নাই
ঈশ্বৰে পাতিলে যোৰ।

পিছে এনে উপমাৰ পাতনি নথকা বিহুনামো অনেক আছে। সেয়ে ৰচনাৰ এই দিশৰ ভিত্তিতো কোনোবা একোটা বিহুগীত নহয় বুলিবলৈ অসুবিধা। অন্যহাতে অতি উত্তম পৰ্যায়ৰ উপমা সংযোজিত হোৱা বাবে আমাৰ বহুতো বিহুগীতৰ কাব্যিকতা আৰু নান্দনিক দিশ অধিকতৰ হোৱাটো এক লক্ষণীয় দিশ ।

তাহানিৰ ৰাতিবিহু, গছতলৰ বিহুৰ বিহুনাম তথা বনঘোষাবোৰৰ প্ৰায় সকলোখিনিতে প্ৰকৃতিৰ উপাদানৰ উল্লেখ পোৱা যায়। হুঁচৰি তথা হুঁচৰি-বিহুৰ পিৰীতিমূলক আৰু অপিৰীতিমূলক উভয় প্ৰকাৰৰ বিহুনামৰ কিছুমানত প্ৰকৃতিৰ কথা থাকিলেও অন্য কিছুমান প্ৰকৃতিৰ কথা নথকা। সেয়ে প্ৰকৃতিৰ কথা নাথাকিলেই বিহুনাম একোটা বিহুনাম নহয় বুলি কৈ দিব নোৱাৰি। পিছে এই কথাও ঠিক যে তাহানিৰ বনঘোষা, ৰাতি বিহু আৰু গছতলৰ বিহুৰ উপৰি হুঁচৰি অনুষ্ঠানৰ বহুতো বিহুনাম প্ৰকৃতিৰ আৰু প্ৰকৃতিৰ বিভিন্ন উপাদানৰ নান্দনিক বৰ্ণনাই বিহুগীতৰ কাব্যিকতাত এক বিশেষ মাত্ৰা প্ৰদান কৰিছে ।

## নতুন কথা সুৰৰ বিহুনামৰ সৃষ্টি আদৰণীয়

এই বিশেষ উক্তিটি অধিকাংশ মতদাতাই সমৰ্থন কৰিছে। এই ক্ষেত্ৰত দুটিমান কথা স্পষ্টকৈ কৈ থোৱা ভাল হ'ব বুলি বোধ হয়। নতুন বিহুনাম একোটা সৃষ্টি কৰোঁতে তাৰ তাল-লয় আৰু কাব্যিকতা ওপৰত আলোচিত বিশিষ্টতাখিনিৰ পৰা ফালৰি কাটি নগ'লেহে সেইটো আদৰণীয় হ'ব। বিশেষকৈ তাল-লয় পৰম্পৰাগত হ'বই লাগিব। গীতৰ কথাও অসমীয়া জনজীৱনৰ লগত খাপখোৱা হোৱাটো বাঞ্ছনীয় নিশ্চয় ।

লক্ষণীয় যে আজিকালি নতুন বিহুগীত বুলি পুৰণি সুৰকে নতুন কথাৰে গোৱাৰহে ধুম উঠিছে। সেয়াও যে এক প্ৰকাৰ নতুন সৃষ্টিয়েই তাত আমাৰ দ্বিমত নাই। পিছে নতুন সুৰৰ বিহুগীতৰ সৃষ্টি তেনেই কমি যোৱাটোও এক গুৰুত্বপূৰ্ণ আৰু চিন্তনীয় বিষয় বুলি বোধ হয়। বিহুগীতৰ নতুন সুৰৰ সৃষ্টি আশীৰ দশকলৈকে বহুত গাঁৱত চলি আছিল। তাৰ পাছৰ পৰা মঞ্চতেই হওক বা কেছেট আদিতে হওক পুৰণি সুৰবোৰকে শুনিবলৈ পোৱা যায়। নতুন সুৰৰ 'বিহু-সুৰীয়া' গীত অৱশ্যে ভালেখিনি সৃষ্টি হৈছে; কিন্তু নতুন সুৰৰ 'বিহুগীত বা বিহুনাম'ৰ সৃষ্টিত যতি পৰিছে। আজিকালি কোনো কোনোৱে নতুন সুৰৰ 'বিহুগীত বা বিহুনাম 'ৰ সৃষ্টি কৰিব নোৱাৰি বুলিয়েই ভাবে যেনহে লাগে। নতুন সুৰৰ বিহুনামৰ সৃষ্টি কৰিব নোৱাৰি যদি আমাৰ ইমানবিলাক বেলেগ বেলেগ সুৰৰ বিহুনামৰ সৃষ্টি হ'ল কেনেকৈ? আমি জনা কেইবাখনো গাঁৱত ষাঠি-সত্তৰৰ দশকত প্ৰতি বছৰৰ হুঁচৰি-বিহুত এক বা ততোধিক নতুন সুৰৰ বিহুনাম গোৱাটো একপ্ৰকাৰৰ পৰম্পৰাই বুলিব পাৰি। এনে নতুন সুৰৰ বিহুনাম একোটা অৱশ্যেই পৰম্পৰাগত তাল-লয়ৰ; কথা আৰু সুৰহে ভিন্ন; অন্যবোৰ বিহুনামৰ লগত আৰু বিহুবাদ্যৰ পৰম্পৰাগত বাজনাৰ লগত একেবাৰে খাপ খাই পৰা বিধৰ। প্ৰসংগক্ৰমে উল্লেখনীয় যে এই অধ্যয়নৰ এগৰাকী মতদাতা সোণধৰ গগৈয়ে ষাঠিৰ পৰা আশীৰ দশকলৈ প্ৰতি বছৰেই এটি বা ততোধিক নতুন সুৰৰ বিহুনাম আমাৰ গাঁৱৰ হুঁচৰি-বিহুত পৰিৱেশন কৰিছিল আৰু তেখেতৰ এনে প্ৰতিটো গীতেই আমাৰ সকলোৰে মন পৰশিছিল। গাঁওখনৰ জীয়ৰী-বোৱাৰী, ল'ৰা-আদহীয়া সকলোৱেই আশা পালি ৰৈছিল প্ৰতি বছৰৰ হুঁচৰি-বিহুত চেনেহৰ সোণধৰৰ

নতুন কথা-সুৰৰ বিহুনাম শুনিবলৈ। আমি শিৱসাগৰৰ বলিয়াঘাট, ভটীয়াপাৰ, চাউলকৰা গাঁৱৰ হুঁচৰি-বিহুতো নতুন নতুন সুৰৰ বিহুনাম শুনিছিলো।

মন পৰশা নতুন সুৰৰ বিহুনাম শুনাত এক বিশেষ আমেজ আছে। আনহাতে বিহুনামৰ অমিয়া মাধুৰী এনে যে শুনি থকা কথা-সুৰৰ বিহুনাম বছৰে বছৰে শুনিও আমনি নালাগে। সেয়ে সৰহখিনি আগৰ কথা-সুৰৰ আৰু এটি-দুটিমান নতুন কথা-সুৰৰ বিহুনামেৰে হুঁচৰি-বিহু হৈ পৰিছিল অনন্য সুন্দৰ। এইখিনিতে উনুকিয়াই থওঁ যে অসমৰ অনেকখিনি পৰম্পৰাগত বিহুনাম অদ্যাপি কেছেট, চি. ডি. আদিৰ মাধ্যমত প্ৰচাৰ হোৱা নাই।

এইখিনিতে বিহুনামৰ ৰচয়িতাৰ স্বীকৃতিৰ বিষয়ে চমুকৈ আলোচনা কৰা প্ৰয়োজন বুলি বোধ হয়। আজি যদি কোনোবাই নতুন কথা-সুৰৰ বিহুনাম সৃষ্টি কৰি কেছেট আদিত প্ৰচাৰ কৰে, বেটুপাতত বা অন্যভাৱে তেওঁ ৰচনা কৰা বুলি উল্লেখ কৰাটো অনুচিত জানো? আমি অনুচিত বুলি নাভাবোঁ। আকৌ পুৰণি সুৰক নতুন কথাৰে সজোৱা ক্ষেত্ৰত কথা-অমুকৰ বুলি নিৰ্দিষ্ট কৰাটোও বোধ হয় অনুচিত নহয়। বিহুগীত লোক-গীত বুলিয়েই সৃষ্টি কৰাজনৰ নাম উল্লেখ কৰিব নালাগে বোলাৰ যুক্তি সিমান সবল বুলি মনে নধৰে। আগেয়ে এনে ব্যৱস্থাকৰণৰ সুবিধা নাছিল; গতিকেই সেই অমিয়া কথা-সুৰৰ সৃষ্টি কৰোঁতাসকলৰ নাম আমি নাজানো। ৰাতি-বিহু, গছতলৰ বিহু আৰু বনঘোষা একোফাঁকিৰ ৰচোঁতা একোগৰাকীক হয়তো বহুতেই নাজানিছিল, কিন্তু হুঁচৰি, হুঁচৰি-বিহুত গোৱা নতুন কথা-সুৰৰ বিহুনাম একোটাৰ ৰচকক গাঁও বা অঞ্চলৰ বাসিন্দাই জানিছিল। আমাৰ গাঁৱত কেইটামান পুৰণি বিহুনাম কোনে ৰচনা কৰি হুঁচৰি-বিহুত গাইছিল সেই কথা এতিয়াৰ চামেও জানে। সেয়েহে এই বিষয়ত সততে মনত ৰখা উচিত যে স্বীকৃতিয়ে সৃষ্টিৰ অনুপ্ৰেৰণা বঢ়ায়।

অন্যহাতে পৰম্পৰাগত কথা-সুৰৰ বিহুনাম একোটাও নিজৰ বুলি মাৰ্কা মাৰিবলৈ লোৱাও আজিৰ কেছেট আদিত পৰিলক্ষিত হৈছে। সেইদৰে পৰম্পৰাগত সুৰৰ কথাংশ অলপ অদল-বদল কৰিও নিজৰ গীত বুলিছে দুই-একে। এনে মাৰ্কা মৰা চেষ্টাৰ বিশেষ সুফল অৱশ্যেই নাই।

"কৃষ্টিৰ বিকশিত ৰূপটোৱেই হৈছে সংস্কৃতি। সেই সংস্কৃতি, সংস্কৃত পৰিৱৰ্তন হ'লেও মূল বস্তুবোৰ একে ৰাখিলেহে ভাল।" - বিপুল দুৱৰা (প্ৰশ্নাৱলীৰ লগত পঠোৱা চিঠিৰ পৰা তুলি দিয়া হৈছে)।

## অষ্টম অধ্যায়

# বিহুনাচ

এই অধ্যায়ত বিহুৱা আৰু বিহুৱতীৰ বিহুনাচৰ বিশিষ্ট ভংগী আৰু ইবিলাকৰ আনুষংগিক দিশৰ আলোচনা কৰা হৈছে। বিহুনাচ সম্বন্ধীয় ৬ টা শিতানৰ মুঠ ৯০ টা উক্তিৰ সন্দৰ্ভত আহৰিত মতামতৰ বিশ্লেষিত তথ্য নিম্নলিখিতভাৱে পৰিৱেশন কৰা হৈছে।

- ৮০ শতাংশৰ অধিক মতদাতাই সমৰ্থন কৰা উক্তিখিনিক 'প্ৰায় সৰ্বজন সমৰ্থিত' আৰু ৮০ শতাংশৰ অধিক মতদাতাই সমৰ্থন নকৰাখিনিক 'প্ৰায় সৰ্বজন অসমৰ্থিত' উক্তি হিচাপে বাছি উলিয়াই পৃথকে পৃথকে পৰিৱেশন কৰা হৈছে আৰু বাকীখিনিক 'মতানৈক্য বিদ্যমান' উক্তি বুলি ভাগ কৰা হৈছে।
- বুজিবৰ সুবিধা হ'বৰ বাবে, 'প্ৰায় সৰ্বজন অসমৰ্থিত' আৰু 'মতানৈক্য বিদ্যমান' উক্তিখিনিৰ পৰা প্ৰয়োজন সাপেক্ষে 'গ্ৰহণযোগ্য' শব্দটো বাদ দি পৰিৱেশন কৰা হৈছে।
- মতানৈক্য বিদ্যমান উক্তিত সমৰ্থন কৰা আৰু সমৰ্থন নকৰা মতদাতাৰ সংখ্যা উল্লেখ কৰা হৈছে। বাকীখিনিৰ প্ৰত্যেকতে শতাংশ উল্লেখ কৰাৰ প্ৰয়োজন নাই বুলি আৰু সিবিলাকত কাৰো দ্বিমত থাকিব নালাগে বুলি বোধ হয়। উনুকিয়াই থওঁ যে মতানৈক্য বিদ্যমান উক্তিবোৰৰ অধিকাংশত মতদাতাৰ সংখ্যা তুলনামূলকভাৱে কম।

উল্লেখনীয় যে প্ৰয়োজনীয় বুলি অনুভৱ হোৱা উক্তি গোটাচেৰেকৰ সন্দৰ্ভত চমু পৰ্যালোচনাও আগবঢ়োৱা হৈছে।

**বিহুনাচত বিহুৱা-বিহুৱতীৰ কঁকাল ভঙাৰ বৈশিষ্ট্য**

এই শিতানত মুঠ পাঁচটা উক্তিৰ সন্দৰ্ভত বিশ্লেষিত মতামত তলত দাঙি ধৰা হৈছে। এইখিনি তথ্য বিহুনাচৰ মূল বৈশিষ্ট্য বুজা আৰু বুজোৱাৰ সহায়ক হ'ব বুলি বোধ হয়। নশিকাৰুসকলক বিহুনাচ শিকাৰ ক্ষেত্ৰত সহায় কৰিব বুলি আশা কৰিব পাৰি।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত কঁকাল ভঙাৰ বৈশিষ্ট্য**

নিম্নলিখিত উক্তি তিনিটা ৮০ শতাংশৰ অধিক মতদাতাই সমৰ্থন কৰিছে ঃ

১। বিহুৱা আৰু বিহুৱতী উভয়ে তলৰ পৰা ওপৰলৈ বল প্ৰয়োগ কৰি কঁকাল ভাঙে কিন্তু বিহুৱতীয়ে বিহুৱাৰ তুলনাত কম পৰিমাণত বল প্ৰয়োগ কৰি ঘনকৈ কঁকাল ভাঙে।

২। বিহুৱতীয়ে কঁকাল প্ৰায় সমানত ভাঙিও নাচে।

৩। বিহুৱা-বিহুৱতী উভয়ে ঢোলৰ চেও একোটাৰ আবৰ্তনৰ শেষৰ বা ঘাট অংশ আৰু বিহুনাম একোফাঁকিৰ অন্তত বজোৱা ঢোলৰ চাপৰত সিবিলাকৰ অন্য অংশৰ তুলনাত কিছু পৰিমাণে বেছিকৈ বল প্ৰয়োগ কৰি কঁকাল ভাঙে।

**খ) মতানৈক্য বিদ্যমান কঁকাল ভঙাৰ বৈশিষ্ট্য**

১। বিহুৱতীয়ে হাত দোলাই (বিশেষকৈ বিহুনাচত) নাচোঁতে তুলনামূলকভাৱে বেছিকৈ বল দি কঁকাল ভাঙে যাতে কঁকাল ভঙাৰ লাচতে হাত দোল খায়।

২। পেঁপা বাদনৰ আৰম্ভণিত বিহুৱতীয়ে তুলনামূলকভাৱে বেছিকৈ বল প্ৰয়োগ কৰি কঁকাল ভাঙে।

**পৰ্যালোচনা ঃ**

হাত দোলাই নাচোঁতে হাত কঁকাল ভঙাৰ লাচতে দোল খাব লাগে। মতানৈক্য বিদ্যমান ২ নং উক্তিৰ বিষয়ে 'পেঁপা বাদনত বিহুৱা-বিহুৱতীৰ নাচ' শিতানৰ পৰ্যালোচনা দ্ৰষ্টব্য।

**ঢোলৰ চেও-চাপৰ আৰু বিহুৱা-বিহুৱতীৰ নাচ**

এই শিতানৰ চাৰিটা উক্তিৰ আটাইকেইটা প্ৰায় সকলোৱেই সমৰ্থন কৰিছে। নশিকাৰুসকলে বিহুনাচ শিকোঁতে আৰু প্ৰতিযোগিতাত বিহুনাচ আৰু বিহুবাদ্য-বাজনাৰ মানদণ্ড বিচাৰ কৰোঁতে এইখিনি দ্বিমত নথকা বৈশিষ্ট্যসূচক মতামতক গুৰুত্ব দিয়া সমীচীন।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। প্ৰধানতঃ বন্ধ আৰু খোলা বোলৰ সমন্বয়ত প্ৰস্তুত, অধিকাংশ ছন্দ বা তাল বন্ধ বোলত পৰা ঢোলৰ চেওবোৰহে বিহুৱতী নাচিবৰ বাবে বিশেষভাৱে উপযোগী।

২। হুঁচৰিত বজোৱা ঢোলৰ নাচনি চেও, ধেমেলীয়া চেও আৰু খঁৰা চেও বিহুৱতী নাচিবৰ অনুপযোগী; বিহুৱা নাচবিৰহে উপযোগী।

৩। হুঁচৰিত বজোৱা ঢোলৰ বুঢ়া বা কছাৰী চেও আৰু হুৱালি চেওৰ নিৰ্দিষ্ট নাচোন শৈলীত বিহুৱাহে নাচে; ইবিলাক বিহুৱতী নাচিবৰ তেনেই অনুপযোগী।

৪। অত্যধিক দ্ৰুতভাৱে বজোৱা ঢোলৰ চেও চাপৰ বিহুৱা-বিহুৱতী নাচিবৰ অনুপযোগী। ইবিলাকে বিহুনাচৰ বিশিষ্ট লয় আৰু সুষমা বিনষ্ট কৰে। (বৰ্তমান বিহুতলীবোৰত কিছুমান দলে অতি দ্ৰুত গতিত বজোৱা চেও-চাপৰৰ কথা কোৱা হৈছে।)

**পৰ্যালোচনা ঃ**

৪ নং উক্তিৰ তাৎপৰ্য এনেকৈ বুজিব পাৰি ঃ- যিমান খৰকৈ বজালে বিহুৱতীয়ে তালে তালে বৈশিষ্ট্যসূচকভাৱে সৰু সৰুকৈ কঁকাল ভাঙি ভাঙি লাচত কোমলভাৱে নাচিব পাৰে সিমান খৰকৈ বজাব লাগে। লেহেমীয়া কৰি পেলাবও নালাগে আৰু বিহুৱতী উফৰি ফুৰি নাচিবলগীয়াকৈ খৰকৈও বজাব নালাগে। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে ঢোলৰ চেও খৰ হয়।

মনকৰিবলগীয়া যে ৰাতি বিহু আৰু গছতলৰ বিহুত বিহুৱতী ঢোলৰৰ চেওত নচা নাছিল। হুঁচৰি-বিহুতো 'সজোৱা-নাচনী' মাজে মাজেহে ঢোলৰ চেওত নাচিছিল। সেয়েহে বিহুৱতীৰ নাচোনৰ ক্ষেত্ৰত ঢোলৰ চেওৰ সঠিক নিৰ্বাচন গুৰুত্বপূৰ্ণ। ১ নং উক্তিত উল্লিখিত ধৰণৰ ঢোলৰ চেওতহে বিহুৱতীয়ে কোমলভাবে লাচত ঘন ঘনকৈ নাচিবলৈ সুবিধা পায়। এইখিনিতে উল্লেখনীয় যে ঢোলৰ চেও একোটাৰ, বিশেষকৈ 'দীঘলীয়া চেও'ৰ যি অংশ বিশেষ কোবনিত মাৰি আৰু হাতৰ চাপৰৰ সমহাৰত উৎপন্ন কৰা বোলেৰে সজোৱা হয় সেই অংশ বিহুৱতী নাচিবৰ বিশেষ উপযোগী $_{৭১}$; তাহানি সজোৱা নাচনিয়ে এনে অংশত টাকুৰি ঘূৰাদি ঘূৰি, পখিলা উৰাদি উৰি তথা উলাহত নচা দেখিছিলো।

### পেঁপা বাদনত বিহুৱা-বিহুৱতীৰ নাচোন

এই শিতানৰ মুঠ ১২ টা উক্তিৰ ১০ টাত সমৰ্থন এটাত অসমৰ্থন আৰু এটা উক্তিত মতদাতাসকলৰ মতানৈক্য পোৱা গ'ল।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। 'তাহানিৰ ৰাতি বিহুত বজোৱা পেঁপাৰ চেওবোৰহে (নিৰ্দিষ্ট নাম নথকা) বিহুৱতী নাচিবৰ বিশেষভাৱে উপযোগী।

২। হুঁচৰি বজোৱা পেঁপাৰ বুঢ়া চেও আৰু ছুৱালি চেও বিহুৱতী নাচিবৰ অনুপযোগী।

৩। হুঁচৰি আৰু হুঁচৰি-বিহু উভয়তে ব্যৱহাৰ হৈ অহা পেঁপাৰ নাচনি চেও বিহুৱতী নাচিবৰো উপযোগী।

৪। বিহুনাম একোফাঁকিৰ সুৰত বজোৱা পেঁপাৰ লহৰ বিহুৱতী নাচিবৰ উপযোগী। উদাহৰণ হিচাপে " ('কিহেৰে বনালি পেঁপা ঐ পেঁপুৱা)$_২$, কিহেৰে বনালি পেঁপা। (কমাৰৰ কটাৰি বাঁহৰে লেকেচী)$_২$ তাৰে ঐ বনালো পেঁপা।" বুলি গোৱাৰ অন্তত সেই কথা-সুৰ গতিত ধ্বনি তুলি বজোৱা পেঁপাৰ লহৰ।

৫। পেঁপাত বজোৱা বিহুনামৰ সুৰ তাহানিৰ ৰাতি বিহুত বিহুৱতীয়ে গোৱা বিহুনামৰ সুৰৰ হ'লেহে বিহুৱতী নাচিবৰ উপযোগী হৈ পৰে।

৬। বিহুনাম একোফাঁকিৰ সুৰত বজোৱা পেঁপাৰ লহৰ পখিলা উৰাদি উৰি নাচিবৰ বিশেষভাৱে উপযোগী।

৭। অত্যধিক দ্ৰুতভাৱে বজোৱা পেঁপাৰ লহৰ (আজিকালি বিহুতলীবোৰত কিছুমান দলে বজোৱা) বিহুৱা-বিহুৱতী নাচিবৰ অনুপযোগী; ই বিহুনাচৰ বৈশিষ্ট্য বিনষ্ট আৰু বিকৃত হোৱাতহে অৰিহণা যোগায়।

৮। পেঁপা বাদনত নাচোঁতে (বিশেষকৈ আৰম্ভণিত) বিহুৱতীয়ে দুই হাতৰ পতা কঁকালত ৰাখি গা অংশ কিছুপৰিমাণে আগলৈ হাওলাই কঁকাল ভাঙি নচাটো বিহুৱতীৰ বিহুনাচৰ এক বিশিষ্ট শৈলী।

৯। পেঁপাৰ মাতত পখিলা উৰাদি উৰি নাচিবৰ বিশেষভাৱে উপযোগী আৰু ই মোহনীয়ও।

১০। পেঁপাৰ চেওতকৈ ঢোলৰ চেওত টাকুৰি ঘূৰাদি ঘূৰি নাচিবৰ বেছি উপযোগী।

**প্ৰায় সৰ্বজন অসমৰ্থিত ভংগী**

১। পেঁপা বাদনত নাচোঁতে (বিশেষকৈ আৰম্ভণিত) বিহুৱতীয়ে আঁঠু কাঢ়ি লৈ দুই হাতৰ পতা পিঠি অথবা কঁকালত ৰাখি কঁকালসহ দেহৰ ওপৰ অংশ ঘূৰাই নচা।

**মতানৈক্য বিদ্যমান উক্তি**

১। পেঁপা বাদন যিমানে দ্ৰুত হয় সিমানে বিহুৱা-বিহুৱতীৰ নাচোনৰ জেউতি চৰে। (সমৰ্থন : ৩৭ গৰাকী; অসমৰ্থন ৩২ গৰাকী)

**পৰ্যালোচনা ঃ ১। পেঁপা বাদন যিমানে দ্ৰুত হয়....... ঃ**

পৰম্পৰাগত গতিত পেঁপা বজালে বিহুৱা-বিহুৱতীয়ে পৰম্পৰাগত বৈশিষ্ট্য অটুত থকাকৈ নাচিবলৈ সুবিধা পায়। গাৰ জোৰ দি অতি দ্ৰুত গতিত পেঁপা বজাবলৈ চেষ্টা কৰিলে পেঁপুৱা এজনে বৰ বেছি সময় পেঁপা বজাবও নোৱাৰে। ৰাতি বিহু আৰু হুঁচৰি-বিহুত নিপুণ পেঁপুৱাই বহু সময় ধৰি একেলেথাৰিয়ে পেঁপা বজোৱাৰ কথা আগেয়ে কৈ অহা হৈছে। ৰাতি বিহু চোৱাৰ সৌভাগ্য আমাৰ নঘটিল। পিছে হুঁচৰি-বিহুত নিপুণ পেঁপুৱাৰ পেঁপা বাদন উপভোগ কৰাৰ সৌভাগ্যৰ কথা আগতে কৈ আহিছোঁৱেই। আজিৰ মঞ্চত দুই-চাৰি পেঁপুৱাই আৰম্ভণিৰ পৰাই যিমান পাৰি সিমান খৰকৈ পেঁপা বজাবলৈ চেষ্টা কৰা যেন লাগে, যেন খৰ হোৱাটো উচ্চ মানদণ্ডৰ বুলি ধৰি লয়। এই উপলব্ধিতে এই উক্তিটি প্ৰশ্নাৱলীত সন্নিবিষ্ট কৰিছিলো। মনকৰিব লগীয়া যে প্ৰায় সৰ্বজন সমৰ্থিত ৭ নং উক্তিটো এই মতানৈক্য বিদ্যমান উক্তিটোৰ বিপৰীত ভাব প্ৰকাশক।

দুগৰাকী বয়সস্থ মতদাতাই পেঁপাৰ চেও আৰু লহৰ সম্বন্ধীয় দুটিমান অতি সাৰুৱা তথ্য আমালৈ চিঠি একোখনত লিখি পঠিয়াইছে। তেখেতসকললৈ ধন্যবাদ জ্ঞাপন কৰি এইখিনিতে সেইখিনি উদ্ধৃত কৰাটো সমুচিত হ'ব ঃ

"বিহু সংস্কৃতিৰ পেঁপাটো লাইখুঁটা। পেঁপাৰ লহৰ মলয়া বতাহৰ পৰা অহা বুলি মোৰ অগ্ৰজসকলে কৈ গৈছে। প্ৰথমতে বিলম্বিত তালত (যেনেকৈ মলয়া বতাহজাক আৰম্ভণিতে ৰিব্ ৰিব্‌কৈ লাহে লাহে বলে) পিছত নিৰ্দিষ্ট লয়-গতিৰে খৰ।" - মুক্তিনাথ বৰগোহাঁই।

"আমাৰফালে পেঁপাৰ খঁৰা চেও আছে। মজলীয়া চেও, দীঘলীয়া চেও, নাম সম্বন্ধীয় চেওকেইটা শুনিবলৈ অতি সুন্দৰ। পেঁপাক লৈ আজিও কোনো ধৰণৰ বিচাৰ-বিশ্লেষণ হোৱা দেখা পোৱা নাই। আপুনি কোৱাৰ দৰে পেঁপাৰ হুৱালি চেও, বুঢ়া চেও আমি শুনা নাই" - কিৰণ, অভয়পুৰীয়া।

উল্লেখনীয় যে পেঁপাৰ হুৱালি চেও যোৰহাট, গোলাঘাট জিলাৰ উপৰি লখিমপুৰ জিলাৰ কিছুমান ঠাইৰ হুঁচৰিত প্ৰচলিত। এই চেওকে কোনো কোনোৱে বুঢ়া চেও বুলিও কয়। কোনোৱে আকৌ পেঁপাৰ বুঢ়া চেও বুলি হুৱালিতকৈ বেলেগ চেও এটাৰ কথাও কয়। আমি আশীৰ দশকত যোৰহাট-গোলাঘাট জিলাৰ বয়সস্থ পেঁপুৱা কেইগৰাকীমানৰ সহযোগত এই দুই জিলাত প্ৰচলিত ৰাতি বিহুত বজোৱা পেঁপাৰ চেওৰ বোলৰ লগতে

হঁচৰিত বজোৱা পেঁপাৰ হুৰালি চেওৰ বোল সংগ্ৰহ কৰি 'বঙালী বিহুৰ নৃত্য-গীত' পুথিখনত সন্নিবিষ্ট কৰিছিলো। আমাৰ অনুসন্ধানত এগৰাকী পেঁপুৱাইহে বুঢ়া চেও বুলি পেঁপাত চেও এটা বজাই শুনাইছিল। সেইটো পিছে হুৰালি চেও বুলিহে বোধ হ'লত আমি কিতাপখনত কেৱল হুৰালি চেওৰ কথাহে উল্লেখ কৰিছিলো। মনকৰিবলগীয়া যে অদ্যপি কেৱল পুৰুষে অংশ গ্ৰহণ কৰা হঁচৰিৰ প্ৰচলন থকা যোৰহাট-গোলাঘাট জিলাত ভালেমান গাঁৱৰ হঁচৰিত এই পেঁপাৰ চেওটো একলেখৰ চেও। আমাৰ উল্লিখিত কিতাপখনত পেঁপাৰ দীঘলীয়া চেওৰ আলোচনা উদাহৰণসহ দাঙি ধৰা হৈছে।

**পৰ্যালোচনা ২ ঃ পেঁপাৰ চেওত কঁকালত দুই হাত থৈ ঘূৰি ঘূৰি নচা শৈলী**

উপৰিউক্ত দুয়োগৰাকী মতদাতাই পেঁপাত নচা এক বিশেষ শৈলীৰ বিষয়েও চিঠিত লিখিছে। এইখিনিতে সেই শৈলীটি আৰু তাৰ বিষয়ে চমু আলোচনা দাঙি ধৰিছোঁ —

"আজিকালি বহুতে আনকি শ্ৰদ্ধেয় গন্ধীয়াদেৱেও ক'ব বিচাৰে যে পেঁপা বজালে দুই হাত ম'হৰ শিঙৰ দৰে যোৰ খুৱাই নাচিব লাগে। কিন্তু মই নাচোঁতে শিকাইছিল কঁকালত দুই হাত থৈ ঘূৰি ঘূৰি নাচিব লাগে। প্ৰথমতে বিলম্বিত তালত পিছত নিৰ্দিষ্ট গতিৰে খৰ। প্ৰথম লহৰটোত বহলকৈ কঁকালত ধৰি ঘূৰি ঘূৰি পিছত খৰ লহৰত কলীয়া লতাদাল গছত বগাই যোৱাৰ দৰে ঘূৰি ঘূৰি, ঢোলৰ বুলনিত হাত মেলি দিব আৰু যেতিয়া আপুনি কোনোৱে দৰে পেঁপাত পুৰণি বিহুনামৰ সুৰ বজাব তেতিয়া পখিলা নাচ দিলে শুৱনি হয়।" - মুক্তিনাথ বৰগোহাঁই।

কিৰণ অভয়পুৰীয়া ডাঙৰীয়াই লিখিছে এনেকৈ ঃ "শিৱসাগৰৰ কাষত পেঁপা বজালে '৪' অংকটোৰ আকৃতিৰে নচা দেখা যায়।" এই কথাফাকিৰ অৰ্থ ভালকৈ বোধগম্য নোহোৱাত শ্ৰীযুত অভয়পুৰীয়াৰ লগত ফোন যোগে আলোচনা কৰি গম পালো যে বৰগোহাঁইদেৱে ওপৰত কোৱা ধৰণেৰে নচাৰ কথাকৈকৈছে।

আমি আশীৰ দশকত কৰা অনুসন্ধান কালত যোৰহাট আৰু গোলাঘাট জিলাৰ বাি বিহু মৰা কেইগৰাকীমান বয়সস্থ বিহুৱতীয়ে পেঁপাৰ চেওত প্ৰথমতে অধিকাংশ মতদাতাই গ্ৰহণযোগ্য বুলি মত দিয়া ৮ নং শৈলীত নচাৰ পিছত হাত ম'হৰ শিঙৰ দৰে কৰি ভৰিৰ পতা পিছলাই কঁকাল ভাঙি নচাৰ মূৰে মূৰে সঘনাই ঘূৰি ঘূৰি নাচি দেখুৱাইছিল। গতিকে বিহু সংস্কৃতিৰ বিশিষ্ট সমালোচক গন্ধীয়াদেৱে কোৱা শৈলীটি যে পৰম্পৰাগত আৰু গ্ৰহণযোগ্য তাত দ্বিমত থাকিব নালাগে। মনকৰিবলগীয়া যে গন্ধীয়াদেৱে এই শৈলীৰ বাদে আন পৰম্পৰাগত শৈলী অগ্ৰহণযোগ্য বুলি কোৱা নাই; কিন্তু পেঁপা বজালেই আঁঠুকাঢ়ি লৈ গাৰ ওপৰৰ অংশ ঘূৰাই নচাটোহে অগ্ৰহণযোগ্য বুলি কৈছে, যিটো আমাৰ এই অধ্যয়নেও 'প্ৰায় সৰ্বজন অসমৰ্থিত' ভংগী বুলি নিৰ্দিষ্ট কৰিছে।। উল্লেখনীয় যে এই ভংগীটো পৰম্পৰাগত তথা বৈশিষ্ট্যসূচক ৮ নং উক্তিৰ শৈলীটোৰ বিকৃত ধৰণ বুলি বোধ হয়। অন্যহাতে বৰগোহাঁই আৰু অভয়পুৰীয়া ডাঙৰীয়াদ্বয়ে কোৱা শৈলীটিত পেঁপাৰ চেওত নাচিবৰ বিশেষ উপযোগী বুলি অনায়াসে ধাৰণা কৰিব পাৰি; পৰম্পৰাগত বুলি

দুয়োগৰাকীয়ে লিখিছেই। আজিৰ মঞ্চটো আমি বিহুৱতীক এই শৈলীত নচা দেখিছোঁ; মোহনীয় আৰু বিহুনাচৰ বৈশিষ্ট্যসূচক লয়লাস ফুটি উঠে। এই শৈলী আৰু ৮ নং শৈলী উভয়তে বিহুৱতীয়ে হালি-জালি নচাটো পৰিস্ফুট হয় আৰু পেঁপাৰ চেওত হালি-জালি নচা কথাটো (বিশেষকৈ আৰম্ভণিতে) ইতিমধ্যেই সৰ্বজন গ্ৰহণযোগ্য হৈছেই। গতিকে এই শৈলীটো গ্ৰহণযোগ্য বুলি লোৱাত আপত্তি থকাৰ স্থল নাই বুলি ভাব হয়। আমাৰ ব্যক্তিগত অনুভৱ এই যে বিহুৱতীয়ে পেঁপা বাদনৰ নাচ পৰিবেশন কৰোঁতে এই দুয়োটা শৈলীত নাচিলে আৰু লগতে পেঁপাত বজোৱা বিহুনামত পখিলা উৰাদি উৰি নাচিলে নাচোনৰ গৰিমা বাঢ়িব।

## বিহুনাচত বিহুৱতীৰ হাতৰ ভংগী

বিহুনাচত বিহুৱতীৰ হাতৰ ভংগী সন্দৰ্ভত মুঠ ২৫ টা উক্তিত বিশ্লেষিত মতামত আৰু প্ৰয়োজনীয় বুলি ভবা পৰ্যালোচনা দাঙি ধৰা হৈছে। প্ৰায় সকলো মতদাতাই ৯ টা উক্তি সমৰ্থন আৰু ৭ টা অসমৰ্থন কৰিছে আৰু ৯ টা উক্তি মতানৈক্য বিদ্যমান। মতানৈক্য বিদ্যমান উক্তিখিনিত উল্লিখিত ভংগীখিনি সদৌ অসমভিত্তিক কৰ্মশালা আদিত আলোচনা-বিলোচনা কৰি সিদ্ধান্ত লোৱা উচিত হ'ব। অৱশ্যে উপলব্ধ তথ্য আৰু স্ব ধ্যান-ধাৰণাৰে কিছু পৰ্যালোচনা আগবঢ়োৱা হৈছে।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। দুই হাত কঁকালত ৰাখি কঁকাল ভাঙি ভাঙি গতি কৰি নচাটো গ্ৰহণযোগ্য।

২। হাত কঁকালত ৰাখি নাচোঁতে হাতৰ পতা কঁকালৰ কাষত এনেদৰে ৰাখিব লাগে যাতে তলুৱা পিছফালৰ পৰা দৃষ্টিগোচৰ হয়।

৩। দুই হাত ম'হৰ শিঙৰ দৰে ঘোৰ খুৱাই ৰাখি তলুৱা বাহিৰলৈ ভিতৰলৈ কৰি নচাটো গ্ৰহণযোগ্য।

৪। কোনো কোনো নাচোন শৈলীত সৰু গাঁঠিত ভাঙি তলুৱা বাহিৰলৈ ভিতৰলৈ কৰাটো আৰু কোনো কোনো নাচোন শৈলীত সৰু গাঁঠিত নভঙাকৈ তলুৱা বাহিৰলৈ ভিতৰলৈ কৰাটো গ্ৰহণযোগ্য।

৫। বিহু নাচোঁতে হাতৰ আঙুলি লগলগাই ৰাখি নচাটো গ্ৰহণযোগ্য।

৬। এখন হাত কঁকালত ৰাখি আনখন হাত আগলৈ মেলি কঁকাল ভঙাৰ লাচত সৰু গাঁঠিত ভাঙি তলুৱা ভিতৰলৈ বাহিৰলৈ কৰি নচাটো গ্ৰহণযোগ্য।

৭। এখন হাত কঁকালত ৰাখি আনখনৰ তলুৱা খোপাত অথবা খোপাৰ কাষত ৰাখি নচাটো গ্ৰহণযোগ্য।

৮। দুয়োখন হাতৰ তলুৱা খোপাত অথবা খোপাৰ কাষত ৰাখি নচাটো গ্ৰহণযোগ্য।

৯। এখন হাতৰ তলুৱা খোপাত অথবা খোপাৰ কাষত ৰাখি আনখন হাত আগলৈ মেলি সৰু গাঁঠিত ভাঙি তলুৱা ভিতৰলৈ বাহিৰলৈ কৰি নচাটো গ্ৰহণযোগ্য।

খ) প্ৰায় সৰ্বজন অসমৰ্থিত ভংগী

১। দুই হাতৰ তলুৱাৰে কঁকালত খামুচি (তলুৱা ভিতৰফালে কৰি) নচা।

২। বিহু নাচোঁতে হাতৰ আঙুলি লগলগাই নাৰাখি ফাঁক কৰি নচা।

৩। এখন হাত আগলৈ আৰু আনখন পিছলৈ মেলি নাইবা কঁকালত বা খোপাত ৰাখি নাচোঁতে আগলৈ মেলা হাতখন বাউসীৰ পৰা পতা পৰ্যন্ত ঢৌ খেলোৱাই ওপৰ তল কৰি সঞ্চালন কৰা।

৪। মুঠি মাৰি হাত পকাই নচা।

৫। হাতৰ তলুৱা খোপাত নাৰাখি কপালত নাইবা ডিঙিত ৰাখি নচা।

৬। এখন হাতেৰে আনখন হাতৰ অগ্ৰবাহু আৰু সিখন হাতেৰে আনখন হাতৰ অগ্ৰবাহু ধৰি বুকুৰ সন্মুখত ঢৌ খেলোৱাই সঞ্চালিত কৰি নচা।

৭। দুই হাতৰ আঙুলিৰে দুই আঁঠুৰ ওপৰমানত ধৰি মেখেলা সামান্যভাৱে দাঙি লৈ ঘূৰি নচা।

গ) মতানৈক্য বিদ্যমান হাতৰ ভংগী

১। হাতৰ পতা বুকুৰ সন্মুখত এখনতকৈ আনখন কিছু পৰিমাণে তললৈ ৰাখি তলুৱা বাহিৰলৈ ভিতৰলৈ কৰি নচা। (সমৰ্থন ঃ ৫৮ গৰাকী; অসমৰ্থন ৩০ গৰাকী)

২। এখন হাত আগলৈ আৰু আনখন পিছলৈ মেলি কঁকাল ভঙাৰ লাচত সৰু গাঁঠিত ভাঙি তলুৱা ভিতৰলৈ-বাহিৰলৈ কৰি নচা। (সমৰ্থন : ৩৪ গৰাকী; অসমৰ্থন ৫৪ গৰাকী।

৩। হাতৰ পতা বুকুৰ সন্মুখত এখনতকৈ আনখন কিছু পৰিমাণে তললৈ ৰাখি তলুৱা বাহিৰলৈ-ভিতৰলৈ কৰি নাচি থাকোঁতে মাজে মাজে দুই হাতৰ আঙুলিৰ আগভাগ দুই স্তনৰ মাজ অংশৰ কাষলৈ নি নচা। (সমৰ্থন ঃ ৩৩ গৰাকী; অসমৰ্থন ৪৩ গৰাকী)

৪। দুই হাতৰ অগ্ৰবাহু (কিলাকুটিৰ পৰা আঙুলিলৈকে) বুকুৰ সন্মুখত এখনতকৈ আনখন অলপমান তললৈ ৰাখি তলুৱা বাহিৰলৈ-ভিতৰলৈ কৰি নচা। (সমৰ্থন ঃ৪৫ গৰাকী; অসমৰ্থন ৩৯ গৰাকী)।

৫। দুই হাতৰ আঙুলিৰ আগভাগ দুই স্তনৰ মাজ অংশত অথবা তাৰ কাষত ৰাখি নচা। (সমৰ্থন ঃ ৩৫ গৰাকী; অসমৰ্থন ৫৪ গৰাকী)

৬। এখন হাতৰ পতা কঁকালত ৰাখি আনখন হাতৰ ঠাৰি অংশ পেটত লগাই ৰাখি নচা। (সমৰ্থন ঃ ৩৮ গৰাকী; অসমৰ্থন ৫৩ গৰাকী)

৭। এখন হাতেৰে আনখন হাতৰ আঙুলি ধৰি বুকুৰ সন্মুখত ঢৌ খেলোৱাই সঞ্চালিত কৰি নচা। (সমৰ্থন ঃ ৪৫ গৰাকী; অসমৰ্থন ৪৯ গৰাকী)

৮। দুই হাত দুকাষে তলফাললৈ ঘোৰ খোৱাকৈ মেলি সৰু গাঁঠিত তলুৱা ভাঙি নচা (খোল বজোৱা সদৃশ কৰি নচা)। (সমৰ্থন ঃ ৩০ গৰাকী; অসমৰ্থন ৬৫ গৰাকী)

৯। কিলাকুটিৰ ·পৰা আগৰ অংশ পকাই নচা। (সমৰ্থন : ৩৩ গৰাকী; অসমৰ্থন ৫৬ গৰাকী)।

**পৰ্যালোচনা ১ :**

**হাতৰ পতা বুকুৰ সন্মুখত ৰাখি নচা; আৰু মাজে মাজে দুই হাতৰ আঙুলিৰ আগভাগ দুই স্তনৰ মাজ অংশৰ কাষলৈ নি নচা**

মতানৈক্য বিদ্যমান এই দুটি ভংগী (১ নং আৰু ৩ নং) পৰম্পৰাগত বুলি আমি আশীৰ দশকত কৰা অনুসন্ধানত আহৰিত তথ্যই কয় আৰু ই বিহুনাচৰ বৈশিষ্ট্যসূচক বুলিয়েই মনে ধৰে। অৱশ্যে আমাক নাচি দেখুউৱা বয়োবৃদ্ধা বিহুৱতীসকলে আজিকালি কিছুমান বিহুৱতীয়ে এই ভংগীত নাচোঁতে হাতৰ ঠাৰিৰে সৈতে বুকুৰ সন্মুখলৈ নি নচাৰ দৰে নাচি দেখুউৱা নাছিল। তেখেতসকলে নাচি দেখুউৱা মতে হাত দুখন কিছুপৰিমাণে যোৰ খাই, বুকুৰ পৰা কিছু আঁতৰত থাকে আৰু দুই হাতৰ পতাৰ মাজত পাঁচ-ছয় আঙুলমান ব্যৱধান থাকে। এইদৰে ৰাখি হাতৰ পতা বাহিৰলৈ-ভিতৰলৈ কৰি নাচি থকাৰ মাজতে একোবৰত দুই হাতৰ আঙুলিৰ আগভাগ দুই স্তনৰ মাজ অংশৰ কাষলৈ নিও নাচি দেখুৱাইছিল। এইদৰে নি লাচতে ঘূৰোঁতে শৈলীটো অধিক মোহনীয় হয়। ইতিমধ্যে উল্লেখ কৰি অহা আশীৰ দশকত হোৱা অভিবৰ্তন দুখনৰ জৰিয়তে প্ৰস্তুত নিয়মাৱলীতো 'বুকুৰ স্পৰ্শ ভংগী নাচ দেখুৱা' নাচোন ভংগী বিশেষ লেখত ল'বলগীয়া বুলি কোৱা হৈছে।

অৱশ্যে আজিৰ মঞ্চত মুকলিকৈ পৰিৱেশন কৰাৰ সম্যকতাৰ দৃষ্টিকোণৰ পৰা এই পৰম্পৰাগত ভংগীটো অগ্ৰহণযোগ্য বুলি বিবেচনা কৰাটো বেলেগ কথা। এই প্ৰসংগত এগৰাকী মতদাতা (পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী) মৃদুলা বৈশ্যই আমালৈ এনেকৈ লিখিছে : "যদিও উল্লিখিত বিহুৱতীৰ হাতৰ ভংগী পৰম্পৰাগত, তথাপি বিহুৱতীয়ে মঞ্চত পৰিৱেশন কৰিবলৈ সংকোচ বোধ কৰে বাবে এনে ভংগী অপৰিহাৰ্য আৰু বাঞ্ছনীয় নকৰে যেন।"

বিহুনাচৰ এই বিশিষ্ট শৈলীটো পৰম্পৰাগত বুলি কোৱাটোতেই শ্ৰীমতী বৈশ্যৰ বিহুনাচৰ চৰ্চা যে গভীৰ তাৰ উমান পাই ভাল লাগিল। এওঁ প্ৰকাশ কৰা যুক্তিতে কিছুসংখ্যক মতদাতাই পৰম্পৰাগত বুলি জানিও শৈলীটো অগ্ৰহণযোগ্য বুলি মত দিয়াৰ'সম্ভাৱনা নুই কৰিব নোৱাৰি। শৈলীটো গ্ৰহণযোগ্য বা অগ্ৰহণযোগ্য বুলি সিদ্ধান্ত লোৱাটো আমি ৰাইজৰ সমূহীয়া আলোচনাৰ ভিত্তিত হ'বলৈ থ'লো। মই ব্যক্তিগতভাৱে এই শৈলী লেখত ল'বলগীয়া হিচাপে গ্ৰহণযোগ্য হ'ব লাগে বুলি ভাবোঁ নিম্নলিখিত দুটা ভাববোধত।

- যৌন আবেদন বিহুনাচৰ এক বৈশিষ্ট্য। যৌন আবেদন প্ৰকাশ পাই বাবেই পৰম্পৰাগত এক মনোৰম শৈলী অগ্ৰহণযোগ্য বুলি নিলগাই ৰাখি বিহুনাচক কিঞ্চিৎ হ'লেও দুখীয়া কৰাৰ পক্ষপাতী হ'বলৈ মত নাযায়।
- এই ভংগীত অত্যধিকভাৱে যৌন আবেদন প্ৰকট নহয় যেন লাগে। নাচি থকাৰ মাজে মাজে লাচতহে দুহাতৰ আঙুলি দুই স্তনৰ মাজ অংশৰ কাষলৈ সঞ্চালন কৰে।

- বহুতো লোকনৃত্য আৰু অন্যান্য নৃত্যত এই শৈলীতকৈও অধিক প্ৰকটভাৱে যৌন আবেদন প্ৰকাশ পায়। সিবিলাক সৰ্বত্ৰ মুকলিভাৱেই প্ৰদৰ্শন হৈ আছে। কিছুমান নৃত্যৰ যৌন আবেদনময়ী ভংগী 'সত্যম শিৱম সুন্দৰম' মনোভাবত আদৰি লৈ থকা হৈছে।

**পৰ্যালোচনা ২ ঃ**

**এখন হাত আগলৈ আৰু আনখন পাছলৈ মেলি নচা**

প্ৰায় সৰ্বজনে অগ্ৰহণযোগ্য বুলি মত দিয়া এই ভংগীটো সদ্যহাতে আমি অগ্ৰহণযোগ্য বুলি লোৱাত আপত্তি নাই। পিছে অনুসন্ধানলব্ধ তথ্য উল্লেখ নকৰাটো সমীচীন নহ'ব বুলি বোধ কৰিছোঁ। আমি আশীৰ দশকত কৰা অনুসন্ধান কালত যোৰহাট জিলাৰ বৰহোলা অঞ্চলৰ বয়োবৃদ্ধাই এই ভংগী অৰ্থাৎ ভৰিৰ পতা পথালিকৈ পিছলাই গতি কৰি কঁকাল ভঙাৰ লাচত এখন হাত আগলৈ আৰু আনখন পিছলৈ মেলি হাত দোলাই নাচি দেখুৱাইছিল আৰু ৰাতি বিহুত এনেদৰে নাচিছিল বুলি কৈছিল। এনেদৰে নাচোঁতে দুভৰিৰ পতা প্ৰায় এফুটমান বহলকৈ মেলি লৈ তলৰ পৰা ওপৰলৈ তুলনামূলকভাৱে অধিক বল দি কঁকাল ভাঙিছিল। উল্লেখনীয় যে এই নাচৰ লয় বিহুৱতীৰ অন্য নাচৰ তুলনাত কম কোমল আৰু অধিক যৌন আবেদন প্ৰকাশ পোৱা ধৰণৰ। এনেকৈ 'সজোৱা নাচনী'য়ে নচা অৱশ্যে দেখা নাই আৰু আজিৰ মঞ্চত যদি কোনো বিহুৱতীয়ে এইটো ভংগীত নাচে তেনেহ'লে বাকীখিনিৰ লগত কিঞ্চিৎমান অমিল যেন লাগিব পাৰে। এই সন্দৰ্ভত দুটা প্ৰশ্নই মনত দোলা দিয়ে।

- ৰাতি বিহুৰ এই আলোচিত নাচোন শৈলী সেই অঞ্চলৰ হুঁচৰিৰ পুৰুষৰ বিহুনাচৰ দ্বাৰা প্ৰভাৱান্বিত নেকি?
- ৰাতি-বিহুত বিভিন্ন ঠাইত নচা কিছুমান নাচোন ভংগী, বিশেষকৈ অধিক যৌনগন্ধীখিনি আজিও মুকলিলৈ ওলাই নহাকৈ ৰৈছে নেকি? ৰোৱাটো অস্বাভাৱিক বা তেনে হ'ব নালাগে বুলি অৱশ্যে ক'ব খোজা নাই।

**পৰ্যালোচনা ৩ ঃ**

**এখন হাতৰ পতা কঁকালত ৰাখি আনখন হাতৰ ঠাৰি অংশ পেটত লগাই ৰাখি নচা**

এই নাচোন শৈলীটো অৰ্থাৎ 'এখন হাতৰ পতা কঁকালত ৰাখি আনখন হাতৰ ঠাৰি অংশ পেটত লগাই ৰাখি কিছুদূৰ কঁকাল ভাঙি গতি কৰাৰ পিছত হাত দুখনৰ অৱস্থান সলনি কৰি নচাটো' নিম্নলিখিত পৰম্পৰাগত নাচোন শৈলীৰ পৰিবৰ্তিত ধৰণ বুলি উপলব্ধি হয়।

এখন হাতৰ পতা কঁকালত ৰাখি আনখন হাতৰ আঙুলিৰে কঁকালত ৰখা হাতৰ পতা চুই ঘপকৈ হাত দুখনৰ অৱস্থান সলাই সলাই নচাটো আমি হুঁচৰি-বিহুত সজোৱা নাচনী আৰু বিহুৱা উভয়কে নচা দেখিছোঁ। এনেকৈ নাচোঁতে দুয়োখন হাতৰ পতা ইবাৰ কঁকালৰ একাষে আৰু সিবাৰ কঁকালৰ সিকাষে খন্তেকৰ বাবে সংযোগ হয়। ইয়াৰ উপৰি হাতৰ ঠাৰি অংশ পেটত লগাই নাইবা লাগো লাগোকৈ সঞ্চালিত হয়। ২০০৫ চনৰ 'জোনবাই' ভি. চি.

ডি.-ৰ ছবিখনত এবাৰ হুঁচৰি-বিহু মৰা দেখুৱাইছে. আৰু তাতো এই নাচোন শৈলীত বিহুৱাই পৰম্পৰাগতভাৱে নাচিছে বুলি উপলব্ধি হয়। সেয়েহে হাতৰ ঠাৰি পেটত লগাই ৰাখি নচাটো এই পৰম্পৰাগত ভংগীৰ বিকৃত বা পৰিৱৰ্তিত ধৰণ বুলি ভাবিবৰ থল আছে।

উল্লেখনীয় যে ইতিমধ্যে উল্লেখ কৰি অহা অনুসন্ধানত এই শৈলীত অভিজ্ঞ বিহুৱতীয়ে নাচি দেখুৱাইছিল। তেখেতসকলে নাচোঁতে অৱশ্যে উক্ত ভি. চি. ডি. ছবিত নচাতকৈ কম গতিত নাচিছিল আৰু আমি 'ৰঙালী বিহুৰ নৃত্য-গীত'ত এই শৈলীতো পেটত হাতৰ ঠাৰি লগাই নচা বুলিয়েই বৰ্ণনা দিয়াৰ চেষ্টা কৰিছিলো। বৰ্ণনাটো বোধকৰোঁ যথাপৰিমাণে স্পষ্ট নহ'ল।

**পৰ্যালোচনা ৪ ঃ**

**কিলাকুটিৰ পৰা আগৰ অংশ পকাই নচা**

আজিকালি কিছুমান বিহুৱতীয়ে নচাৰ দৰে 'কিলাকুটিৰ পৰা হাতৰ আগৰ অংশ পকাই নচা' আৰু 'মুঠি মাৰি হাত পকাই নচা'টো যে বিহুনাচৰ বৈশিষ্ট্যসূচক নহয় সেই কথাত মতদাতাসকলৰ লগত আমি একমত। পিছে সৰু গাঁঠিৰ পৰা আগৰ অংশ লাচতে আৰু কোমলভাৱে অলপমান পাকখোৱকৈ বিহুৱা আৰু বিহুৱতীয়ে হুঁচৰি-বিহুত নচা আমি সৰুৰে পৰা দেখি আহিছোঁ। এই ভংগী বিহুনাচৰ বৈশিষ্ট্যসূচক নহয় বুলি মনে নধৰে। সেয়ে কিলাকুটিৰ পৰা আগৰ অংশ পকাই নচাটো আৰু মুঠি মাৰি হাত পকাই নচাটো অগ্ৰহণযোগ্য বুলি গণ্য কৰা বাবে বিহুৱা-বিহুৱতীয়ে উল্লিখিত বৈশিষ্ট্যমণ্ডিত শৈলীটোও পৰিহাৰ কৰিবলৈ ল'লে বিহুনাচৰ এক মনোৰম শৈলী অৱলুপ্তিৰ পথত গতি কৰিব বুলি ভাব হয়। অগ্ৰহণযোগ্য বুলি কোৱা ভংগী দুটা এইটো শৈলীৰে বিকৃত ধৰণ হোৱাৰো স্থল আছে.। ২০০৫ চনৰ 'জোনবাই' ভি .চি. ডি-ৰ ছবিখনৰ 'হুঁচৰি-বিহু' অংশত এই ভংগীত বিহুৱাই ষাঠি-সত্তৰৰ দশকত গৃহস্থৰ চোতালত মৰা হুঁচৰি-বিহুত নচাৰ দৰেই নাচিছে বুলি উপলব্ধি হয়।

**বিহুৱতীৰ বিহুনাচত ভৰি সঞ্চালন**

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। বিহুৱতীয়ে সাধাৰণতে দুই ভৰিৰ পতা ওচৰা-উচৰিকৈ ৰাখি (এবেগেতমানতকৈ অধিক নহয়) পথালিকৈ পিছলাই কঁকাল ভাঙি নাচি নাচি গতি কৰে আৰু ই বৈশিষ্ট্যসূচক আৰু গ্ৰহণযোগ্য।

২। ভৰিৰ উক্ত সঞ্চালনত সকলোবিলাক গ্ৰহণযোগ্য হাতৰ ভংগীত নাচিব পাৰে বা নচাটো সাধাৰণভাৱে গ্ৰহণযোগ্য।

৩। বিহুনামৰ ফাঁকিৰ অন্তত আৰু বিহু-বাদ্যৰ চেও কিম্বা বুলনিৰ অন্তত লাচতে এখোজ দি পুনৰ ভৰিৰ পতা পিছলাই গতি কৰি নচাটো গ্ৰহণযোগ্য।

৪। ভৰিৰ পতা পিছলাই নাচোঁতে আঁঠু নাভাঙিলেহে কিম্বা পাৰ্যমানে কম্‌কৈ ভাঙিলেহে বিহুৱতীৰ বিহুনাচৰ বৈশিষ্ট্য ফুটি উঠে।

৫। বিহুনাম একোফাঁকি বা একুটৰ অন্তত মাজে মাজে (অৰ্থাৎ প্ৰতিবাৰতে নহয়) থেও দি বহাৰ দৰে কৰি উঠি লাচতে এখোজ দি পুনৰ ভৰিৰ পতা পিছলাই গতি কৰি নচাটো গ্ৰহণযোগ্য।

৬। বৃত্ত অথবা অৰ্ধবৃত্তৰ পৰিধিত গতি কৰি নচাটো গ্ৰহণযোগ্য।

৭। নাচৰ পৰিৱেশন যথাসম্ভৱ গোটেইখন মঞ্চত বিস্তৃত কৰাটো (মঞ্চৰ কেৱল মাত্ৰ কিছু অংশতে নাচ পৰিৱেশন সীমাবদ্ধ নাৰাখি নচাটো) বাঞ্ছনীয়।

৮। দুই ভৰিৰ পতা ওচৰা-উচৰিকৈ ৰাখি পথালিকৈ পিছলাই গতি কৰাৰ লগতে সৰু সৰুকৈ কঁকাল ভাঙি নাচি নাচি মঞ্চত (বিহুনচা ঠাইখিনিত) প্ৰৱেশ কৰাটো গ্ৰহণযোগ্য।

৯। এজাক বিহুৱতী একেলগে প্ৰৱেশ কৰোঁতে সৰু খোজেৰে গতি কৰি দুই হাত ম'হৰ শিঙৰ দৰে ঘোৰ খুৱাই তলুৱা বাহিৰলৈ-ভিতৰলৈ কৰি নাচি উচাহ প্ৰকাশেৰে মঞ্চত প্ৰৱেশ কৰাটো গ্ৰহণযোগ্য।

**খ) প্ৰায় সৰ্বজন অসমৰ্থিত ভংগী**

১। মঞ্চত প্ৰৱেশ কৰোঁতে এটা ভৰিৰ পতা এবেঙা পথালিকৈ পিছলাই নি লৈ সিটো ভৰিৰ পতা পথালিকৈ পিছলাই আগৰটোৰ পতাৰ কাষত ৰাখি ঠাইতে বৈ কঁকাল ভাঙি নচা আৰু এনেদৰে নাচি নাচি গতি কৰা।

## গ) মতানৈক্য বিদ্যমান উক্তি/ভংগী

১। যিবিলাক হস্ত ভংগীত তুলনামূলকভাৱে বেছি বল দি কঁকাল ভাঙি নাচে সিবিলাকত দুই ভৰিৰ পতা এফুটমান বহলকৈ মেলি ৰাখি পথালিকৈ পিছলাই গতি কৰিবৰ বেছি সুবিধাজনক। (সমৰ্থন : ৩৪ গৰাকী; অসমৰ্থন ৪৭ গৰাকী)

২। ঘূৰি নাচোঁতে দুই ভৰিৰ পতা এফুটমান বহলকৈ ৰখাটো সুবিধাজনক। (সমৰ্থন : ৬০ গৰাকী; অসমৰ্থন ২৭ গৰাকী)

৩। বিহুনাম একোফাঁকি বা একুটৰ অন্তত আৰু বাদ্য একোটাৰ চেও কিম্বা বুলনিৰ অন্তত থেও দি বহাৰ দৰে কৰোঁতে মাজে মাজে (অৰ্থাৎ প্ৰতিবাৰতে নহয়) 'হেই' বুলি উচ্চাৰণ কৰা। (সমৰ্থন ৫৬ গৰাকী; অসমৰ্থন ৩৪ গৰাকী)

৪। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে ঘূৰাৰ লাচতে পথালিকৈ এবেঙা দি ঘূৰাৰ দিশতে গতি কৰা। (সমৰ্থন ৫৩ গৰাকী; অসমৰ্থন ৩০ গৰাকী)।

৫। বিহুনামত নাচোঁতে এটা ভৰিৰ গোৰোহা আনটো ভৰিৰ পতাৰ সন্মুখত ৰাখি পথালিকৈ গতি কৰি হাত দোলাই নচা। (কোনোবা একোটা বা একুট বিহুনামত, প্ৰতিটো বিহুনামত নহয়।) (সমৰ্থন ৪৭ গৰাকী; অসমৰ্থন ৩৬ গৰাকী)

৬। সৰু সৰু খোজেৰে আগলৈ পাছলৈ গতি কৰি নচা। (সমৰ্থন : ২৮ গৰাকী; অসমৰ্থন ৬৬ গৰাকী)

৭। সবল ৰেখাত গতি কৰি নচা। (সমৰ্থন : ৪৯ গৰাকী; অসমৰ্থন ৩৯ গৰাকী)

**পৰ্যালোচনা-১ :**

**'হেই' বুলি উচ্চাৰণ কৰা**

ঢোলৰ চেও আৰু বুলনি ঘাটৰ অন্তত থেও দি বহাৰ দৰে কৰোঁতে মাজে মাজে (অৰ্থাৎ প্ৰতিবাৰতে নহয়) 'হেই' বুলি উচ্চাৰণ কৰাটো পৰম্পৰাগত বুলি আমাৰ অনুসন্ধানে কয়। এনে কৰিবই লাগিব বুলি চাগে কোনো কথা নাই আৰু সঘনাই এনে কৰিলে ইয়াৰ মোহনীয়তা হ্ৰাস পাই যেন লাগে। কিন্তু কৰাটো গ্ৰহণযোগ্য তথা পৰম্পৰাগত বুলি গণ্য কৰিব লাগে বুলি বোধ কৰোঁ।

**পৰ্যালোচনা ২ : এটা ভৰিৰ গোৰোহা আনটোৰ পতাৰ সমুখত ৰাখি পথালিকৈ গতি কৰি হাত দোলাই নচা**

এইটো হুঁচৰিত বিহুৱাই নচা এক বিশেষ ভংগীৰ নাচ। বিহুৱতীয়ে নাচিলে নুশুৱাই বুলি অনুভৱ হয়। বিহুৱতীৰ বৈশিষ্ট্যসূচক নাচোনশৈলী নহয় যেন বোধ হয়।

**পৰ্যালোচনা ৩ :**

**সবল ৰেখাত গতি কৰি নচা**

সবল ৰেখাত গতি কৰি নচাটো অগ্ৰহণযোগ্য বুলি ভাবোঁ এইবাবেই যে ৰাতি-বিহু, গছতলৰ বিহু, হুঁচৰি আৰু হুঁচৰি-বিহু সকলোতে বৃত্ত অথবা অৰ্ধবৃত্তৰ পৰিধিত গতি কৰি নাচিছিল। গোট একোটি হৈ বৃত্তাকাৰে নচাটো লোকনৃত্যৰ এক বিশেষ বৈশিষ্ট্য। সেয়ে সবল ৰেখাত গতি কৰি নচাটো বিহুনাচক চহকী কৰিবলৈ কিম্বা যুগসাপেক্ষ কৰিবলৈ খোজা এক অপচেষ্টা বুলিয়েই বোধ হয়, যিটোৱে বিহুনাচৰ মূল বৈশিষ্ট্যৰে হানি কৰে।

**পৰ্যালোচনা ৪ :**

**সৰু সৰু খোজেৰে আগলৈ পাছলৈ গতি কৰি নচা**

- এনেদৰে বৃত্তৰ পৰিধিত গতি কৰি নাচিব নোৱাৰি।
- বিহুৱতীৰ অন্য কোনো নাচতে ভৰি দাণ্ডি খোজ দি অথবা জঁপিয়াই-মেলি নচা নহয়। ভৰিৰ পতা পিছলাই গতি কৰি নাচি থকাৰ মাজে মাজে লাচত আৰু বাদ্যৰ লগত মিলাই একোখোজ দিয়াৰ কথা সুকীয়া। কাঁহি ঘুৰাই নাচোঁতে ভৰি দঙাৰ কথাও সুকীয়া।
- সৰু সৰু খোজেৰে গতি কৰি কৰি বিহুৱতীয়ে বিহুনাচৰ বৈশিষ্ট্যসূচকভাৱে সৰু সৰুকৈ লাচত কঁকাল ভাণ্ডি ভাণ্ডি নাচিব নোৱাৰে। গতিকেই এই শৈলীটোৱে বিহুৱতীৰ বিহুনাচৰ ভৰিৰ পতাৰ খোপনি ৰাখি পথালিকৈ পিছলাই গতি কৰি সৰু সৰুকৈ লাচত কঁকাল ভাণ্ডি ভাণ্ডি নচা মূল বৈশিষ্ট্যটোকে ক্ষুণ্ণ কৰে।

সেয়েহে এই নাচ স্বকীয় বৈশিষ্ট্যসূচক নহয় বৰং বিজতৰীয়া বুলি ভাব হয়। মনকৰিবলগীয়া যে বৃত্তৰ পৰিধিত গতি কৰি নচা ভংগীটো 'প্ৰায় সৰ্বজন সমৰ্থিত' হৈছে বুলি ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে।

## বিহুৱতীৰ বিহুনাচৰ বিশেষ কিছুমান ধৰণ :

এই শিতানৰ অধীনত বৰ্তমান মঞ্চভিত্তিক পৰিবেশনত পৰিলক্ষিত হোৱা বিহুৱতীৰ বিহুনাচৰ মুঠ ১২ টা বিশেষ ধৰণৰ সন্দৰ্ভত মতদাতাসকলৰ মতামত আহৰণ কৰা হৈছিল। মতামতৰ বিশ্লেষণ তলত দাঙি ধৰা হৈছে :

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। বিহুৱা একোজনে মাজে মাজে বিহুৱতীৰ নিচেই কাষলৈ আহি এপাক নাচি পুনৰ আঁতৰি যোৱাটো গ্ৰহণযোগ্য।

২। বিহুৱতীয়ে মাজতে এবাৰ-দুবাৰ বিহুৱাসকলৰ নিচেই ওচৰ চাপি চকুলৈ চাই মিচিকিয়া হাঁহি মাৰি মাৰি গতি কৰি নচাটো গ্ৰহণযোগ্য।

৩। বিহুৱতীয়ে মাজতে এবাৰ-দুবাৰ বিহুৱাসকলৰ গাৰ কাষেৰে পাৰহৈ গতি কৰি নচাটো গ্ৰহণযোগ্য।

৪। আজিৰ মঞ্চভিত্তিক পৰিবেশনত পেঁপা বজাওঁতে পেঁপা বাদকে মঞ্চৰ মাজত অবস্থান লোৱাটো গ্ৰহণযোগ্য আৰু বাঞ্ছনীয়।

৫। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে দুইহাত ম'হৰ শিঙৰ দৰে ঘোৰ খুৱাই ৰাখি একোপাক ঘূৰাৰ মূৰে মূৰে সৰু গাঁঠিত ভাঙি তলুৱা বাহিৰলৈ ভিতৰলৈ কৰি নচাটো গ্ৰহণযোগ্য।

৬। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে গোটেই সময়খিনিত হাতৰ ভংগী এটা নকৰি এপাক বা দুপাক ঘূৰাৰ মূৰত হাতৰ ভংগী সলনি কৰিলে নাচ অধিক মোহনীয় হয়।

৭। মুখমণ্ডল সোঁফালে আৰু বাঁওফালে ঘূৰাই নচা গ্ৰহণযোগ্য।

৮। যোৰানাম গাওঁতে বিহুৱা-বিহুৱতীয়ে মাজে মাজে চকুত চকু ৰখাটো গ্ৰহণযোগ্য আৰু শোভনীয়।

৯। প্ৰতিযোগিতাতেই হওক বা অন্য প্ৰদৰ্শনতেই হওক সময়ৰ দিশলৈ লক্ষ্য ৰাখি বিহুৱতীয়ে যিমান বেছি সংখ্যক গ্ৰহণযোগ্য শৈলী যথোচিতভাৱে পৰিৱেশন কৰে সিমানে নাচ পৰিৱেশনৰ জেউতি চৰে - যদিহে একোটা শৈলীত অযথাভাৱে কম সময় নানাচে অথবা দুই-তিনিটা শৈলীৰ সানমিহলি নাচ পৰিৱেশন নকৰে।

১০। বিহুৱতী নাচি থাকোঁতে বিহুৱা একোজনে মাজে মাজে কুৰুলি মৰাটো গ্ৰহণযোগ্য।

১১। লাউডস্পীকাৰত বিহুনাম গাওঁতে বিহুৱা-বিহুৱতীয়ে মাতৰ মধুৰতা অটুত থকাকৈ গোৱাটো বাঞ্ছনীয়।

১২। আজিৰ মঞ্চভিত্তিক পৰিৱেশনত বিহুনাম পৰিৱেশন কৰোঁতে বিহুৱা-বিহুৱতীয়ে নাচৰ লগত তাল মিলাই গতি কৰি 'লাউড-স্পীকাৰ'ৰ সন্মুখত অবস্থান লৈ তাৰ ব্যৱহাৰ কৰাটো গ্ৰহণযোগ্য আৰু বাঞ্ছনীয়।

**প্ৰায় সৰ্বজন সমৰ্থিত পখিলা উৰাদি উৰি নচাৰ ধৰণ**

১। দুই হাত ম'হৰ শিঙৰ দৰে ঘোৰ খুৱাই মেলি তুলনামূলকভাৱে খৰকৈ কঁকাল ভাঙি, তলুৱা বাহিৰলৈ-ভিতৰলৈ কৰি কৰি আৰু দুই ভৰিৰ পতা পিছলাই কিছুদূৰ গতি কৰাৰ মূৰে মূৰে একোপাক ঘূৰি নচা আৰু এনেদৰে নাচি নাচি বৃত্ত বা অৰ্ধবৃত্তৰ পৰিধিত গতি কৰা।

**খ) প্ৰায় সৰ্বজন অসমৰ্থিত ধৰণ**

১। বিহুনামৰ অৰ্থ প্ৰকাশ কৰি নাইবা সত্ৰীয়া, ভাৰত নাট্যম আদি নৃত্যৰ অনুকৰণত ডিঙি ভঙা, হস্তমুদ্ৰা দেখুওৱা ইত্যাদি।

২। হাতযোৰ কৰি নচা (বিশেষকৈ মঞ্চত প্ৰৱেশ কৰোঁতে আৰু /বা মঞ্চৰ পৰা মেলানি মাগোঁতে)

**গ) মতানৈক্য বিদ্যমান ধৰণ**

১। বিহুৱা-বিহুৱতীয়ে সমুখা সমুখীকৈ আৰু ওচৰা-উচৰিকৈ অৱস্থান লৈ অলপ সময় ঠাইতে বৈ কঁকাল ভাঙি আৰু গা অংশ ইফালে সিফালে কৰি নচা। (সমৰ্থন : ৫১ গৰাকী; অসমৰ্থন ৩৭ গৰাকী)

২। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে দুই হাত কঁকালত ৰাখি ঘূৰা। (সমৰ্থন : ৬৫ গৰাকী; অসমৰ্থন ২৮ গৰাকী)

৩। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে দুই হাত দুকাষে মজিয়াৰ প্ৰায় সমান্তৰালকৈ মেলি ৰাখি নচা। (সমৰ্থন : ৫০ গৰাকী; অসমৰ্থন ২৭ গৰাকী)

৪। টাকুৰি ঘূৰাদি ঘূৰি নাচোঁতে দুই হাত দুকাষে কিছুপৰিমাণে তললৈ দোঁ খুৱাই মেলি ৰাখি নচা। (সমৰ্থন : ৫১ গৰাকী; অসমৰ্থন ৩৩ গৰাকী)

৫। বিহুৱতীয়ে 'লাউড-স্পীকাৰ'ৰ সন্মুখত বিহুনাম পৰিৱেশন কৰোঁতে এফুটমান দীঘল টকা এটি বজোৱা। (সমৰ্থন : ৫৮ গৰাকী; অসমৰ্থন ২৮ গৰাকী)

৬। বিহুৱতী প্ৰতিযোগিতাত বিহুৱতীয়ে টকা বাদন পৰিৱেশন কৰাটো অপৰিহাৰ্য (সমৰ্থন : ৫৮ গৰাকী; অসমৰ্থন ৩০ গৰাকী)

৭। একোটা ধৰণ বা শৈলীত অতি কম সময় নাচিলে অথবা দুই-তিনিটা শৈলী সানমিহলি কৰি নাচিলে বিহুনাচৰ জেউতি কমে। (সমৰ্থন : ৪৮ গৰাকী; অসমৰ্থন ৩৮ গৰাকী)

৮। হাতত জাপি লৈ নচা। (সমৰ্থন : ৩৪ গৰাকী; অসমৰ্থন ৫০ গৰাকী)

৯। 'কাঁহীঘূৰুৱা' ঢোলৰ চেওত বিভিন্ন ভংগীত হাতত কাঁহী লৈ কাঁহী ঘূৰাই নচা। (সমৰ্থন : ৩০ গৰাকী; অসমৰ্থন ৪৯ গৰাকী)

১০। ঢোলৰ নিৰ্দিষ্ট চেও-চাপৰত, বিশেষকৈ মিচিং চেওত কঠীয়া পৰা, ভুঁই ৰোৱা আদি কাৰ্যৰ ভংগীমা দেখুৱাই নচা। (সমৰ্থন : ৪২ গৰাকী; অসমৰ্থন ৩৮ গৰাকী)

১১। মিচিং, বড়ো আদি জনগোষ্ঠীৰ লোককৃষ্টিমূলক বিশিষ্ট নাচোন শৈলীত নচা। (সমৰ্থন . ৩১ গৰাকী; অসমৰ্থন ৪৮ গৰাকী)

১২) বিহুৱতী নাচি থাকোঁতে বিহুৱা একোজনে মাজে মাজে উঁকি মৰা আৰু 'হু: হু:' শব্দ কৰা। (সমৰ্থন : ৪১ গৰাকী, অসমৰ্থন ৪৮ গৰাকী)

**পৰ্যালোচনা ১ ঃ বিহুৱা-বিহুৱতীয়ে সমুখা সমুখীকৈ অৱস্থান লৈ অলপ সময় ঠাইতে বৈ নচা**

যিখিনি দৃষ্টিকোণৰ পৰা 'সৰু সৰু খোজত গতি কৰি নচা' আৰু 'সৰল ৰেখাত গতি কৰি নচা' বিহুনাচ বৈশিষ্ট্যসূচক নহয় বুলি ওপৰত আলোচনা কৰি অহা হৈছে সেইখিনি এইটো শৈলীৰ ক্ষেত্ৰতো প্ৰযোজ্য। ইয়ো আধুনিক নৃত্যৰ অনুকৰণেৰে বিহুনাচ চহকী কৰাৰ অযথা চেষ্টাৰ ফল বুলি ধাৰণা হয়।

**পৰ্যালোচনা ২ ঃ একোটা ধৰণ বা শৈলীত অতি কম সময় নাচিলে বিহুনাচৰ জেউতি কমে**

একুট বিহুনাম শেষ নৌ হওঁতেই অথবা বিহুনামৰ কুট অথবা ফাঁকি একোটাৰ মূৰে মূৰে ঢোলৰ বুলনি ঘাট বজোৱাৰ পূৰ্বেই শৈলী বা ভংগী সলনি কৰিলে বিহুনাচৰ জেউতি কমে যেন লাগে। বিহুনাচত মুদ্ৰা আৰু অভিনয় নোহোৱাটো এনে উপলব্ধি হোৱাৰ এটা কাৰণ হ'ব পাৰে বুলি বোধ হয়। শাস্ত্ৰীয়, সত্ৰীয়া আদি নৃত্যবিলাকত বিভিন্ন মুদ্ৰা আৰু অভিনয় ভংগীবোৰ আছে বাবে অতি সঘনাই ভংগী সলনি হয়। আমাৰ বিহুনাচত মুদ্ৰা আৰু অভিনয় ভংগীমা নাই কিন্তু মাধুৰ্য ফুটি উঠে একো একোটা বিশেষ শৈলী বা ভংগীমাত তুলনামূলকভাৱে সুষম গতি, লয়লাসত নাচোঁতে। আলোচিত উক্তিটিৰ আৰু উল্লিখিত ধাৰণাৰ অনুভৱ আটাইতকৈ সহজে অনুমেয় হয় 'দুই হাত কঁকালত ৰাখি সৰু সৰুকৈ কঁকাল ভাঙি নাচোঁতে'; এই শৈলী বা নাচোনৰ ধৰণ অতিকে সৰল; হাত আৰু গাৰ সঞ্চালন যৎসামান্য, ভৰিৰ সঞ্চালনো একেটাই, এক গতি-লয়ৰ। কিন্তু এইখিনিৰেই প্ৰকাশিত হয় অমিয়া মাধুৰী। গতিকেই ওপৰত কৈ অহাৰ দৰে অন্ততঃ একুট বিহুনামত নাইবা ঢোলত বিহুনামৰ বুলনিৰ ঘাট অংশ পৰালৈকে নানাচিলে শৈলীটি বা ভংগীৰ মাধুৰ্য ফুটি নুঠে। উল্লেখনীয় যে এই শৈলীৰ আলমত আলোচনা কৰিছোঁ যদিও অন্যবোৰ শৈলীৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। মনকৰিবলগীয়া যে একোটা শৈলীত একুট বিহুনামত নাচিও ১০ মিনিটৰ অনুষ্ঠানতে ভালেকেইটা শৈলীৰ পৰিবেশন সম্ভৱ; পেঁপাৰ বিশেষ শৈলী আৰু টাকুৰি ঘূৰাদি ঘূৰি নচাৰ উপৰি।

অন্যহাতে আজিকালি দুই-চাৰিটা শৈলীৰ সংমিশ্ৰণ ঘটায়ো বিহু নচা দেখিছোঁ। উদাহৰণ হিচাপে, দুইহাত কঁকালত ৰাখি দুবাৰমান নচাৰ পাছত হাতৰ ভংগী ম'হৰ শিঙৰ দৰে কৰি অকণমান সময় নাচি ঠাইতে ঘূৰি লৈ পুনৰ দুই হাত কঁকালত ৰাখি নাইবা অন্য হস্তভংগীত নচা দেখিছোঁ। পৰম্পৰাগতভাৱে এনেকৈ বিহুনাচ নচা নাছিল। সেয়ে প্ৰশ্ন হয় ঃ তাল, মান, লয়-গতি, ভংগী আদিৰ বিশিষ্টতা অটুত ৰাখি এনেকৈ দুই-চাৰিটা ভংগী সংমিশ্ৰণ কৰি বিহুনাচত কিছু নতুনত্ব অনাটো উচিত নে অনুচিত? এই প্ৰশ্নৰ পুংখানুপুংখ আলোচনা-বিশ্লেষণৰ প্ৰয়োজনীয়তা একে আষাৰেই নুই কৰিব নোৱাৰি। পিছে এনেকৈ সংমিশ্ৰিতভাৱে

নচাটো গ্ৰহণযোগ্য বুলি ল'লেও (যদি ভৱিষ্যতে আলোচনাদিৰ যোগেদি লয়) একোবাৰৰ পৰিৱেশনত তেনে নাচোনৰ প্ৰদৰ্শন সীমিত নহ'লে বিহুনাচৰ প্ৰকৃত মোহনীয়তা কমি যাব। একো একোটা বিশিষ্ট শৈলী তথা ভংগীত যথাপৰিমাণৰ সময় নানাচি কেৱল সংমিশ্ৰিত ধৰণেৰে নাচিলে বিহুনাচৰ পৰিৱেশন একোটাৰ জেউতি তেনেই লোপ পাব বুলি বোধ হয়।

**পৰ্যালোচনা ৩ ঃ**

**বিহুৱতীয়ে কঁাহী ঘূৰাই নচা নাচ পৰিৱেশন কৰা**

কঁাহী ঘূৰাই নচা নাচ অগ্ৰহণযোগ্য বুলি আজি কেইবাদশকৰ আগতেই কাকত-আলোচনী আদিত বিশিষ্ট ব্যক্তিসকলে মত প্ৰকাশ কৰা আৰু সভা-সমিতিত বিভিন্নজনে কৰা আলোচনা-সমালোচনাৰ ফলত আজিকালি প্ৰতিযোগিতাৰ পৰিৱেশনত ইয়াৰ প্ৰদৰ্শন নোহোৱা হ'ল বুলিব পাৰি। এই সন্দৰ্ভত আমাৰ কিছু বিশ্লেষণ আৰু এক বিশেষ চিন্তা আশীৰ দশকতে প্ৰকাশিত 'ৰঙালী বিহুৰ নৃত্য-গীত' পুথিত লিখিছিলো। আমাৰ সেইখিনি কথা যৎসামান্যভাবে সম্পাদিত কৰি এইখিনিতে উল্লেখ কৰি লৈ মূল সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত আৰু কিছুমান নতুন চিন্তা যোগ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছোঁ।

"কঁাহী ঘূৰাই নচা নাচোন শৈলী পুৰুষৰ নে স্ত্ৰীৰ সেইটো অদ্যাপি মতান্তৰ বিদ্যমান বিষয় হৈ আছে। এই বিষয়টো কেইবাটাও দিশৰ পৰা বিশ্লেষণ কৰি সিদ্ধান্ত গ্ৰহণৰ কথা বিবেচনা কৰিব পাৰি ঃ

১। কঁাহী ঘূৰুৱা চেওৰ প্ৰকৃতি হুৱালি চেওৰ সৈতে একে। আনকি ইচ্ছা কৰিলে হুৱালি চেওৰ পালচ একোটাত কঁাহী ঘূৰুৱা নাচোন শৈলীত নাচিবও পাৰি। যিহেতু হুৱালি চেও হুঁচৰিৰ, গতিকে (এই দৃষ্টিকোণৰ পৰা) কঁাহী ঘূৰুৱা চেওত নচা নাচোন শৈলী প্ৰকৃতিগতভাবে পুৰুষৰ বুলিব পাৰি।

২। কঁাহী ঘূৰুৱা চেও আৰু হুৱালি চেওৰ প্ৰকৃতি ঢুলীয়া হাতৰ অন্তৰ্গত 'টোকাৰী হাত'ত বজোৱা বাজনাৰ লগতো মিল আছে। এই কেউটি চেও বা বাজনাৰ লগত গোৱা নামবোৰৰ সুৰৰ ক্ষেত্ৰতো সাদৃশ্য বিদ্যমান। এই 'টোকাৰী হাত'তো কঁাহী ঘূৰাই নচা হয়। সেয়েহে কঁাহী ঘূৰুৱা নাচোন শৈলীৰ 'টোকাৰী হাত'ৰ লগত সম্বন্ধ থাকিব পাৰে। এই নাচোন শৈলী 'টোকাৰী হাত'ৰ পৰা হুঁচৰিলৈ অথবা হুঁচৰিৰ পৰা 'টোকাৰী হাত'লৈ যোৱাটোও অস্বাভাৱিক নহয়। ঢুলীয়া হাতৰ প্ৰচলন থকা অঞ্চলবোৰত কেৱল পুৰুষেহে হুঁচৰিত অংশগ্ৰহণ কৰে আৰু ঢুলীয়া হাত বজোৱাসকল সাধাৰণতে পুৰুষ। গতিকেই ঢুলীয়া হাতৰ অন্তৰ্গত টোকাৰি হাতৰ লগত কঁাহী ঘূৰুৱা চেওৰ সাদৃশ্যই প্ৰকাৰন্তেৰে এই শৈলী মূলতঃ পুৰুষৰ বুলি সূচায়।

৩। ৰঙালী বিহু সংস্কৃতিৰ অগ্ৰণী লেখক জয়কান্ত গন্ধীয়ায়ো কঁাহী ঘূৰুৱা নাচ পুৰুষৰ বুলি কেইবাটাও লিখনিত কৈছে; যুক্তি হিচাপে তেখেতে লিখিছে যে কঁাহীখন

তিৰোতাৰ যৌনাংগৰ প্ৰতীক, পুৰুষে কাঁহী ঘূৰুৱা শৈলীৰ দ্বাৰা নাৰীক প্ৰতীকৰ দ্বাৰা যৌন আবেদন জনায়।...

এই ক্ষেত্ৰত অৱশ্যে নাৰীৰ যৌনাংগৰ প্ৰতীক কাঁহীখন পুৰুষে কিয় ঘূৰাব? অথবা নাৰীয়ে ঘূৰাই পুৰুষক আবেদন জনাব নোৱাৰাবনো যুক্তি ক'ত বুলি প্ৰশ্ন উঠিব পাৰে।

'সজোৱা নাচনী'সহ (ল'ৰাই ছোৱালী সাজি নচা নাচনী) হুঁচৰি মাৰোঁতে 'সজোৱা নাচনী'য়ে কাঁহী ঘূৰাই নাচিছিল আৰু তাৰ অনুকৰণতে সময়ৰ সোঁতত বিহুৱতীসকলে কাঁহী ঘূৰুৱা নাচোন শৈলীত নাচিবলৈ ল'লে। সংস্কৃতিয়ে সময়ৰ লগত ৰূপ সলোৱাটো স্বাভাৱিক বুলি যদি অসমীয়া সংস্কৃতিপ্ৰেমীসকলে বিহুৱতীয়ে কাঁহী ঘূৰুৱাটো আদৰণীয় বুলি লয়, তেনেহ'লে আমাৰ ক'বলৈ একো নাই। কিন্তু পুৰুষে এই শৈলীত নচাটো গ্ৰহণযোগ্য বুলি ঠিৰাংকৈ ক'ব পৰা যায়।

অন্যহাতে আজিৰ পৰিবেশ-পৰিস্থিতিত বিহুৱতীয়েও কাঁহী ঘূৰুৱা শৈলীত নচাটো গ্ৰহণযোগ্য বা বাঞ্ছনীয় বুলি গণ্য কৰিবৰ বাবে কেইটামান যুক্তি বিচাৰি পোৱা যায়ঃ

১। ঢোলৰ হুৱালি চেও আৰু তাৰ লগৰ বিহুনামৰ লগত কাঁহী ঘূৰুৱা চেও আৰু তাৰ লগৰ বিহুনামৰ মিল থাকিলেও কাঁহী ঘূৰাই নচা নাচ হুৱালি চেওৰ প্ৰচলন নথকা ঠাইৰ হুঁচৰি-বিহুতহে প্ৰধানতঃ প্ৰচলিত আছিল, আৰু হুঁচৰি-বিহুত 'সজোৱা নাচনী'য়েহে কাঁহী ঘূৰাই নাচিছিল। আমি আজি পৰম্পৰাগত বুলি কোৱা বিহুগীতৰ নাচোন শৈলীবোৰ হুঁচৰি-বিহুত সজোৱা নাচনীয়ে নচা নাচৰ পৰা অহাৰ সম্ভাৱনাই অধিক; সেয়ে যিহেতু 'সজোৱা নাচনী'য়ে কাঁহী ঘূৰাই নাচিছিল আজিৰ বিহুৱতীয়ে নচাতো একেবাৰেই অপৰম্পৰাগত বুলিও কৈ দিব নোৱাৰি।

২। কাঁহীখনক নাৰীৰ যৌনাংগৰ প্ৰতীক বুলি জনবিশ্বাসৰ গইনা ল'লেও পিছে আমি এই সন্দৰ্ভত উত্থাপন কৰা ইতিমধ্যে উল্লিখিত প্ৰশ্ন দুটি এৰাই চলিব নোৱাৰি।

৩। ঢোল, তাল, পেঁপা আৰু বাঁহী সাধাৰণতে পুৰুষেহে বজায় বা আগেয়ে বিহু অনুষ্ঠানবিলাকত বজাইছিল। আজিৰ যুগত নাৰীয়ে সেইকেইটা বাদ্য বজোৱাটো অগ্ৰহণযোগ্য নেকি? এই কেউটা বাদ্য বজাব পৰা আৰু বজাই মনোগ্ৰাহী অনুষ্ঠান পৰিৱেশন কৰা নাৰী শিল্পীৰ কথা আমি জানো। উদাহৰণ হিচাপে গোলাঘাটৰ শ্ৰীমতী অমি সন্দিকৈয়ে পেঁপা, বাঁহী, গগনা, সুতুলি এই কেউটা বাদ্য বজাই অসমৰ বাহিৰৰো বিভিন্ন ঠাইত অনুষ্ঠান পৰিৱেশন কৰি সৰ্বত্ৰ ভূয়সী প্ৰশংসা লাভ কৰিছে। স্ত্ৰী ঢুলীয়া ওজাৰো সৃষ্টি হৈছে আজিৰ যুগত। স্ত্ৰী ঢুলীয়াৰ ঢুলীয়া হাতৰ মনোৰম অনুষ্ঠান পৰিৱেশন প্ৰত্যক্ষ কৰিছোঁ। সেয়েহে প্ৰশ্ন হয় বিহুৱতীয়েও কাঁহী ঘূৰাই নাচিলে বিহু সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য তথা গৰিমা কিমান হ্ৰাস পাবনো? নে ই বিহু সংস্কৃতি চহকী কৰাৰহে সহায়ক হ'ব? ভৱিষ্যতে এই বিষয়ত বহল আলোচনা-বিলোচনা হ'ব বুলি আশা কৰিহে এই প্ৰশ্নবোৰ আমি উল্লেখ কৰিছোঁ। বিহুনাচৰ এই মনোৰম নাচ-নাম-বাজনাখিনি ক্ৰমান্বয়ে লোপ পাবলৈ নিদিবৰ বাবেই এনে আলোচনা অত্যন্ত জৰুৰী হৈ পৰিছে।

৪। কাঁহী ঘূৰাই বিহুৱতীয়ে নচাটো অগ্ৰহণযোগ্য বুলি লোৱাৰ বাবেই এই মনোৰম নাচ, নাম, বাজনাখিনি অৱলুপ্তি হ'বলৈ লৈছে নেকি? এইটো নিশ্চয় এক অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন। বিষয়টোত মতান্তৰ বিদ্যমান হেতুকে আজিকালি প্ৰতিযোগিতাবোৰত এই চেও আৰু নাচৰ পৰিৱেশন প্ৰতিযোগী দলবিলাকে এৰাই চলা দেখা যায়। প্ৰতিযোগিতাবোৰৰ পৰা বিহুনাচৰ এই অতুলনীয় নাচ-নাম-বাজনাখিনি উধাও হৈছেই। প্ৰদৰ্শনমূলক পৰিৱেশনতহে দুই-এক বিহুদলেহে ইয়াৰ প্ৰদৰ্শন অদ্যাপি কৰি আছে আৰু তেনে ক্ষেত্ৰত বিহুৱতীয়েহে কাঁহী ঘূৰাই নচা দেখিছোঁ। অৰ্থাৎ কাঁহী ঘূৰাই নাৰীয়ে নাচিব নালাগে বুলি প্ৰকাশিত হোৱা যুক্তিবোৰ বৰ্তমানৰ বিহুৱা, বিহুৱতী আৰু বিহু চৰ্চা কৰি থকা সকলোৰে মনঃপূত হোৱা বুলি ধৰি ল'ব নোৱাৰি।

উল্লিখিত সমস্তখিনি কথালৈ লক্ষ্য কৰি প্ৰশ্ন জাগৃত হয় ঃ কাঁহী ঘূৰাই বিহুৱতীয়ে নাচিব নালাগে বুলি অদ্যাপি প্ৰকাশিত যুক্তিবোৰ আৰু সিদ্ধান্তটো কিমান সবল, কিমান বাস্তৱসম্মত, কিমান দূৰদৰ্শী?

এইখিনিতে কৈ থওঁ যে ভৱিষ্যতে কেতিয়াবা সদৌ অসমভিত্তিক কৰ্মশালা আদিত এৰা-ধৰা মনোভাবৰ দ্বাৰা বিহুৱতীয়ে কাঁহী ঘূৰাই নচাটো গ্ৰহণযোগ্য বুলি সিদ্ধান্ত ল'লেও এইটো বিহুৱতী প্ৰতিযোগিতাৰ বিহুনাচৰ অংগ কৰিলে বিহুৱতীৰ নাচৰ সামগ্ৰিক পৰিৱেশন মনোগ্ৰাহী নহৈ বিশৃংখল যেন হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। বৰ্তমান বিভিন্ন বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাৰ সামগ্ৰিক পৰিৱেশন আৰু সময় সীমালৈ চাই কাঁহী ঘূৰুৱা নাচৰ পৃথক প্ৰতিযোগিতা বা প্ৰদৰ্শন পতাৰ কথাও চিন্তা কৰিব পাৰি।

**পৰ্যালোচনা ৪ ঃ হাতত জাপি লৈ নচা**

হাতত জাপি লৈ নচাটো অগ্ৰহণযোগ্য বুলি আজি ভালেমান বছৰ ধৰি কাকত-আলোচনীৰ পাতত প্ৰকাশিত হৈ আছে বাবে প্ৰতিযোগিতাত আজিকালি কোনো বিহুদলেই পৰিৱেশন নকৰে। পিছে প্ৰতিযোগিতাত নকৰিলেও ভালেমান বিহুদলে প্ৰদৰ্শনীমূলক অনুষ্ঠানত এই নাচ পৰিৱেশন কৰি আছে। এই নাচ ক'ত কেতিয়া কেনেকৈ বিহুনাচত সংযোজিত হ'ল, ই বিহুনাচৰ মূল বৈশিষ্ট্য কি ধৰণে বিনষ্ট কৰে ইত্যাদি বিষয়ত আলোচনা-বিলোচনা প্ৰকাশ পোৱা চকুত নপৰে। এনে আলোচনা আৰু বিশেষ অনুসন্ধানৰ প্ৰয়োজন উপলব্ধি হয় যেতিয়া জাপি লৈ নচা বিহুনাচৰ পৰিৱেশন চাওঁ।

**পৰ্যালোচনা ৫ ঃ মিচিং, বড়ো আদি জনগোষ্ঠীৰ লোককৃষ্টিমূলক বিশিষ্ট নাচোন শৈলীত নচা**

ৰঙালী বিহু উপলক্ষে বৃহত্তৰ অসমৰ বিভিন্ন জনগোষ্ঠীয়ে অনুষ্ঠিত কৰি অহা নৃত্য-গীতৰ অনুষ্ঠানৰ নাচ-নাম-বাদ্য-বাজনা, সাজপাৰ আদিত ভালেখিনি প্ৰকৃতিগত মিল আছে। আপাতদৃষ্টিত কিছুমান প্ৰায় একে যেন। অন্যহাতে সূক্ষ্মদৃষ্টিত সিবিলাকৰ কিছুমান কথাত ভালেখিনি পাৰ্থক্য পৰিলক্ষিত হয়। যুগ যুগ ধৰি স্বতঃস্ফূৰ্তভাৱে সমন্বয় ঘটি অহাৰ বাবেই

স্বাভাৱিকতে কিছুমান প্ৰায় একে হৈছে আৰু গোষ্ঠী অনুযায়ী পৃথকে অনুষ্ঠিত কৰি অহা বাবে ভালেখিনি নাচ-নাম-বাদ্য-বাজনা গোষ্ঠীগতভাৱে বিশিষ্ট হৈ ৰৈছে। সকলো জনগোষ্ঠীৰ বিহুনাচ-নাম-বাদ্য-বাজনাৰ মিল থকাখিনি একত্ৰিত কৰি বিহু-নৃত্য-গীতৰ এক সমন্বিত ধাৰা পাব পৰাৰ সম্ভাৱনীয়তা নুই কৰিব নোৱাৰি। এনে কৰা হ'লে বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়া সবল হোৱাত প্ৰভূত সহায়ক হ'লহেঁতেন বুলিও আশা কৰিব পাৰি। পিছে সেইটো কৰা হোৱা নাই। সকলোখিনি জনগোষ্ঠীৰ নৃত্য-গীত সামৰি তেনে কৰিবলৈ কিছুমান অসুবিধাও নথকা নহয়; বিশেষকৈ ভাষা প্ৰয়োগৰ ভিন্নতাৰ হেতুকে। আজি দেউৰী বিহু, খামটি বিহু, কাৰ্বি বিহু, মিচিং বিহু, বড়ো বিহু আৰু আনকি মৰাণ বিহুও বিশিষ্ট একো একোটা বুলিহে কৈ থকা হৈছে আৰু গোষ্ঠী অনুযায়ী অনুষ্ঠিত কৰি অহা হৈছে। সেইদৰে আহোম, চুতীয়া, কোচ, কলিতা, কৈবৰ্ত, গোসাঁই, ব্ৰাহ্মণৰ সমন্বিত বিহুও ইবিলাকতকৈ পৃথক হিচাপে অনুষ্ঠিত কৰি অহা হৈছে। মনকৰিবলগীয়া যে বিহু নৃত্য-গীতৰ গোষ্ঠীগত বিহু অনুষ্ঠান একোটা স্বকীয় বৈশিষ্ট্যৰে বিশিষ্ট হৈ ৰোৱাটো এক স্বাভাৱিক প্ৰক্ৰিয়া। সেইদৰে বিভিন্ন গোষ্ঠীৰ মাজত নাম-নাচ-বাদ্য-বাজনাৰ আদান-প্ৰদান প্ৰক্ৰিয়াও স্বাভাৱিকতেই ঘটিছিল।

উপৰিউক্ত কথাবোৰ পৰ্যালোচনা কৰি হোৱা উপলব্ধি এই যে গোষ্ঠীগত বিশিষ্ট ধাৰা হিচাপে অনুষ্ঠিত কৰি থকা পৰ্যন্ত গোষ্ঠীগত বিশিষ্টতাখিনি বৰ্তাই নাৰাখি উপায় নাই। স্বতঃস্ফূৰ্ত আদান-প্ৰদানৰ ফলত স্বাভাৱিক প্ৰক্ৰিয়াৰে যিখিনি মিল বা লীন হ'ল সেইখিনি তেনেকৈয়ে গ্ৰহণযোগ্য বুলি লোৱাটোৱেই যুক্তিসংগত। আনহাতে এতিয়া কোনোবা এটাত অন্য এক বা ততোধিক ধাৰা একোটাৰ নাচ, নাম বা বাদ্য সংযোজন কৰিলে সিবিলাকৰ গোষ্ঠীগত বিশিষ্টতাও বিঘ্নিত হ'ব বুলিহে ভাব হয়। উদাহৰণ হিচাপে 'মিচিংসকলে মিচিং বিহু'ত তেওঁলোকৰ 'আলি আই লৃগাং'ৰ কঠীয়া পৰা, ভুঁই ৰোৱা আদি কাৰ্যৰ ভংগীমা দেখুওৱা নাচোন শৈলী উক্ত সমন্বিত বিহুত লীন যোৱাৰ প্ৰক্ৰিয়া স্বাভাৱিকভাৱেই আৰম্ভ হৈছিল, বিশেষকৈ মিচিং সম্প্ৰদায়ৰ বসবাস কৰা অঞ্চলৰ ওচৰৰ গাঁও কিছুমানৰ হুঁচৰি-বিহুত সংযোজিত হ'বলৈ ধৰিছিল। বিহুতলীত নীতি-নিয়মৰ গণ্ডীত সদৌ অসমভিত্তিক প্ৰদৰ্শন প্ৰতিযোগিতা অনুষ্ঠিতকৰণ প্ৰক্ৰিয়াই গা কৰি নুঠা হ'লে হয়তো এদিন সিবিলাক উক্ত সমন্বিত ধাৰা হুঁচৰি-বিহুত কালক্ৰমত লীন গ'লহেঁতেন। পিছে এতিয়া সেইখিনি সমন্বিত ধাৰাৰ বিহুনাচত সংযোজন কৰিলে কিবা বিশেষ উদ্দেশ্য সাধন হ'ব জানো? মিচিং আৰু বাকীকেইটা সম্প্ৰদায়ৰ ঐক্য-সংহতি সুদৃঢ় কৰাত অৰিহণা যোগাব বুলি আশা কৰিব পাৰি জানো? নে এনে সংযোজনে উভয় ধাৰাৰ বিশিষ্টতা হ্ৰাসহে কৰিব?

উপৰিউক্ত সংযোজনে সমন্বিত ধাৰাৰ বিহু নৃত্য-গীত চহকী নকৰিব বুলি অৱশ্যে একেষাৰেই কৈ দিব নোৱাৰি। প্ৰকৃতিগতভাৱে অতি ওচৰ চপা বাবে আপাতদৃষ্টিত এনে সংযোজন প্ৰায় খাপ খাই পৰে। সূক্ষ্ম দৃষ্টিত পিছে এটা বিশেষ পাৰ্থক্য আছে। সিবিলাক ভংগীয়ে নিৰ্দিষ্টকৈ অৰ্থ প্ৰকাশ কৰে অৰ্থাৎ অভিনয় প্ৰকাশ কৰে। সমন্বিত ধাৰাৰ বাকীখিনি

বিহুনাচৰ ভংগীয়ে অতি নির্দিষ্টকৈ অৰ্থ বা অভিনয় প্ৰকাশ নকৰে আৰু এইটো বিহুনাচৰ এক বিশেষ বৈশিষ্ট্য।

**পৰ্যালোচনা ৬ ঃ বিহুৱতী প্ৰতিযোগিতাত বিহুৱতীয়ে টকা বাদন পৰিৱেশন কৰা অপৰিহাৰ্য**

যিহেতু প্ৰতিযোগিতা, সেইবাবেই বিহুৱতীয়ে বজাবলগীয়া কেউটি বিহু বাদ্য বজোৱা কাৰ্য পৰিৱেশন কৰিব লাগে। মূলতঃ এই ভাববোধতে বিহুৱতী প্ৰতিযোগিতাত বিহুৱতী একোগৰাকীয়ে পৰম্পৰাগত টকাৰ আকাৰতকৈ ভালেখিনি সৰু আকাৰৰ টকা এটি বজাই বিহুনাম একোফাঁকি গাই বুলি ধাৰণা হয় আৰু এইটো সমৰ্থন কৰিবৰো মূল যুক্তি এইটোৱেই বুলি বোধ হয়। পৰম্পৰাগত টকাৰ আকাৰতকৈ এনে টকা সৰু হোৱাটো পৰিস্থিতি-পৰিৱেশত খাপ খুউৱা গ্ৰহণযোগ্য ব্যৱস্থা বুলি ল'লেও অন্য দুটিমান দৃষ্টিকোণৰ পৰা বিষয়টো অনুধাৱন কৰি এই প্ৰতিযোগিতাত বিহুৱতীয়ে টকা বজোৱাটো অপৰিহাৰ্য কৰা নকৰা সিদ্ধান্ত গ্ৰহণ কৰা উচিত বুলি ভাব হয়।

- একেলগে কেইবাটাও টকা বজালেহে টকাৰ মাতৰ মনোমোহা মাধুৰী ফুটি উঠে।
- ঢোল, তাল বাজি থকা অৱস্থাত এনেকৈ টকা বজোৱা কাৰ্যই বিহুৱতীক বিহুনাম পৰিৱেশনত সুচলতা আনে নে অসুবিধা আনে ? নে বিশেষ কোনো প্ৰভাৱ নেপেলায় ?
- প্ৰতিযোগিতাত এনেকৈ টকা বাদন পৰিৱেশন কৰা বিহুৱতী একোগৰাকীয়ে অন্য আনুষ্ঠানিক প্ৰদৰ্শনত টকা সাধাৰণতে নবজায়। কিয় নবজায় ?
- তাহানিৰ গাভৰু বিহু আৰু ৰাতি বিহুত এজাক গাভৰুৱে গোৱা কিছুমান বিশেষ সুৰ-লয়ৰ বিহুনাম টকা বাদনেৰে গাবলৈ যিমান ভাল, হুঁচৰি আৰু হুঁচৰি-বিহুৰ কিছুমান বিহুনামৰ সুৰ-লয় সিমান পৰিমাণে ভাল নহয়; এইটোও এটা লক্ষ্য কৰিবলগীয়া দিশ।
- বিহুতলীৰ বিহু প্ৰতিযোগিতাৰ সাধাৰণতঃ প্ৰচলিত ব্যৱস্থাপনা লাউডস্পীকাৰৰ সমুখত বিহুনাম গাই গাই টকা বজাবলৈ পৰম্পৰাগত আকাৰৰ টকা সুচল নহয়।

**পৰ্যালোচনা ৭ ঃ বিহুৱতী নাচি থাকোঁতে বিহুৱা একোজনে মাজে মাজে উঁকি মৰা আৰু "হুঃ হুঃ" শব্দধ্বনি কৰা।**

এই সন্দৰ্ভত এই অধ্যয়নৰ মতদাতা মাধৱ শৰ্মা ডাঙৰীয়াৰ তলত উল্লিখিত বক্তব্য আমাৰ বোধেৰে প্ৰণিধানযোগ্য:

"আজিকালি এগৰাকী বিহুৱতী নচুৱাওঁতে সহযোগীৰ অত্যধিক বাদ্য, হাঁহি, কিৰীলি, উঁকি আদিয়ে প্ৰতিযোগীৰ গীত-মাত শুনাতেই বাধা দিয়ে। গতিকে সেয়া নিৰ্দিষ্ট সীমাৰ ভিতৰত থাকিলে ভাল। উচ্ছৃংখল যেন দেখুৱাব নালাগে।"

**বিহুৱতীৰ বিহুনাচৰ লয়-লাস**

কোমল-সুষম লয়-লাস গতি বিহুৱতীৰ বিহুনাচৰ এক বিশেষ বৈশিষ্ট্য। এই বিশিষ্ট লয়-লাস নাথাকিলেই বিহুনাচে স্বকীয় মাধুৰ্য হেৰুৱায়। বাদ্য-বাজনাৰ তালে তালে সৰু সৰুকৈ, ঘন ঘনকৈ তথা মিহি মিহিলৈ লাচত কঁকাল ভাঙি ভাঙি পথালিকৈ পতা পিছুৱাই উলাহত একে গতিত কিছুসময় নচাৰ পিছত (বাজনাৰ লগত সংগতি ৰাখি) একোপাক ঘূৰাতে প্ৰকাশ পায় বিহুৱতীৰ বিহু নাচৰ মাধুৰ্য। কঁকাল ভঙাৰ ছন্দ দুচপৰীয়া তালৰ। বাজনাৰ গতি অত্যধিক হ'লে বা অতি বিলম্বিত হ'লেই বিহুৱতীয়ে সৰু সৰুকৈ, ঘন ঘনকৈ তথা মিহি মিহিকৈ কঁকাল ভাঙি ভাঙি গতি কৰি নাচিবলৈ অসুবিধা পায়; এনে অসুবিধা পালেই বুজি ল'ব পাৰি যে বাজনা আৰু নাচ অপ্ৰয়োজনীয়ভাৱে খৰ হৈছে বা বিলম্বিত হৈছে। বৈশিষ্ট্যসূচক গতিত লাচত নাচিলে ভালেখিনি সময় ধৰি নাচিলেও ভাগৰে নধৰে। ঘূৰোঁতে গতি অধিক হয়। উল্লেখনীয় যে পেঁপাৰ চেওৰ তুলনামূলকভাৱে বিলম্বিত আৰম্ভণি অংশত ইতিমধ্যে উল্লেখ কৰি অহা শৈলীত হালি-জালি নাচে। ঢোলৰ ঘাটৰ খৰ অংশত বিশেষকৈ কেৱল তালিত উৎপন্ন কৰা বোলেৰে সজোৱা অংশ বিশেষ খৰকৈ বজালে টাকুৰি ঘূৰাদি ঘূৰে। যোজনাত সৰু সৰু খোজেৰে গতি কৰি দুইহাত মেলি হালি-জালি আৰু ঠাইতে ঘূৰি নাচে। এনেবোৰ নাচোনেৰে বিহুৱতীৰ নাচ অন্য প্ৰায়বোৰ নাচৰ তুলনাত অধিক মিহি, কোমল, ছন্দোময়, অথচ উলাহ প্ৰকাশক আৰু উদ্দীপক। ইতিপূৰ্বে আলোচনা কৰি অহা বিশিষ্ট দুচাপৰীয়া চাপৰিৰ তাল হোৱা বাবেই বিহুনাচত ঘনাই ছন্দ পৰে আৰু সেয়েহে অতি ছন্দোময় হয় বুলি বোধ হয়।

লয়-লাস-গতিৰ বিষয়ে ইমানখিনি কথা লিখিবলগীয়া হৈছে এইবাবেই যে আজিকালি কিছুমান বিহুৱতীয়ে বৈশিষ্ট্যমণ্ডিতভাৱে লয়-লাস-গতিত নচাৰ সলনি উফৰি ফুৰি নাচিবলৈ, আৰু অন্য নাচৰ দ্বাৰা প্ৰভাৱান্বিত হৈ নাচিবলৈ লৈছে বুলি অভিজ্ঞসকলে আক্ষেপ কৰি থাকিবলগীয়া হৈছে।

বিহুৱতীৰ লয়-লাস-গতি যেনেকৈ কোমল আৰু মিহি, চকুৰ চাৱনি আৰু মুখৰ হাঁহিও কোমল। মোহনি চাৱনি-মুখত মিচিকিয়া হাঁহি।

এইখিনিতে প্ৰাসংগিক উদ্ধৃতি কেইটিমান আগবঢ়োৱা হওক : "শৰীৰৰ সাৱলীলতা নাথাকিলে বিহু-নাচ বৰ কদৰ্য হয়, জিলীৰ মাতৰ দৰে মাত নহ'লে বিহুগীত ভগা ঢোলৰ মাত যেন হয়। মাতৰ লয়, শৰীৰৰ লয় ইয়াৰ মাজতহে বিহুগীত, বিহুনাচৰ মাধুৰী।" - ড° মহেশ্বৰ নেওগ (অসমৰ সাংস্কৃতিক ঐতিহ্য; পৃ: ৯১)

"কঁকাল ভাঙোতে লহৰত (তৰংগ বা ঢৌৰ দৰে) কঁকাল ভাঙিব লাগে।" — প্ৰবীণ গগৈ (প্ৰশ্নাৱলীত লিখি পঠোৱা উক্তি)

"বিহুত মই ১৯৬০ চনৰ পৰা ১৯২৭ চনলৈকে নাচনি হিচাপে জড়িত হওঁ। তেতিয়া ল'ৰাক নাচনি কৰিছিল। মোৰ অগ্ৰজসকলে কোৱা মতে বিহুনাচৰ প্ৰকাশভংগী কোমল আৰু লাচতে হ'ব লাগে যাতে সহজে ভাগৰ নেলাগে। বহুত ভংগীমা নাই; মাত্ৰ ৫/৬টা

মানহে। তাকে তাল, মান, লয় ৰক্ষা কৰি উপস্থাপন কৰিব লাগে।" - মুক্তিনাথ বৰগোহাঁই (প্ৰশ্নাৱলীৰ লগত পঠোৱা চিঠিৰ পৰা তুলি দিয়া হৈছে)

"নাচনী গাভৰুবিলাকে মঞ্চলৈ আহোঁতেই দাঁত দুপাৰি দেখুৱাই হাঁহি হাঁহি আহে আৰু গোটেই প্ৰদৰ্শনটোত দাঁত দুপাৰি নজপায়। এইটো হ'ব নালাগে। মিচিকিয়া হাঁহিহে হ'ব লাগে। - আনন্দ চন্দ্ৰ দত্ত (প্ৰশ্নাৱলীৰ লগত পঠোৱা চিঠিৰ পৰা তুলি দিয়া হৈছে)

"প্ৰতিযোগিতাৰ ক্ষেত্ৰত অতি আধুনিকতাক বাদ দি পৰম্পৰাগত নৃত্য-গীত-বাদ্যৰ সমাহাৰেৰে স্বতঃস্ফূৰ্তভাৱে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰাটো বাঞ্ছনীয়।" - বীৰেন বৰা (প্ৰশ্নাৱলীত লিখি পঠোৱা বক্তব্য)

"নৃত্যক কলা হিচাবে প্ৰতিষ্ঠাৰ উপায় কৰিব লাগে। অভিনয় মিহলি নোহোৱাকৈ ৰাখিব লাগে। লোকনৃত্যৰ ব্যাকৰণ উপযুক্তভাৱে গ্ৰহণ কৰিব লাগে।" - ভবেন দত্ত (প্ৰশ্নাৱলীত লিখি পঠোৱা বক্তব্য)

**আজিৰ বহুতো মঞ্চত বিহুৱতীয়ে উৎকৃষ্ট নাচ পৰিৱেশন কৰিব নোৱাৰে**

বিহুৱতীৰ নাচোন বৈশিষ্ট্যমণ্ডিত আৰু মনোগ্ৰাহী হোৱাৰ প্ৰসংগত আটাইতকৈ গুৰুত্ব দিবলগীয়া কথাটো হৈছে মঞ্চৰ মজিয়াখন বিহু নাচিবৰ উপযোগী কৰা। একো একোখন তক্তা অন্য একো একোখনতকৈ উঠা-নমা হৈ থকা মজিয়াত বিহুৱতীৰ নাচৰ ছন্দত মাজে মাজে যতি পৰাটো স্বাভাৱিক। সোতমোচ হৈ থকা তিৰপালৰ ওপৰত নাচি বলৈ দি বিহুৱতী এগৰাকীৰ পৰা তেওঁ নাচিব পৰা উৎকৃষ্ট পৰ্যায়ৰ নাচ কেতিয়াও আশা কৰিব নোৱাৰি। অন্য এটি অধ্যায়ত ইয়াৰ এক বিকল্প উত্থাপন কৰিছোঁ।

**বিহুৱতীৰ নাচৰ ভংগীৰ গ্ৰহণযোগ্যতা বা অগ্ৰহণযোগ্যতাৰ আধাৰ**

লোকনৃত্যৰ ভংগীৰ ক্ষেত্ৰত পৰম্পৰাত নিৰ্ভৰ কৰিবই লাগিব। পিছে এই ক্ষেত্ৰত কিছু সাৱধানতাৰ প্ৰয়োজন। আমি এনেকৈ নচা দেখিছিলো সেইবাবে গ্ৰহণযোগ্য বুলি মত দিয়াত বিশেষ বিপদ নাই, কিন্তু আমি দেখা নাই বুলি ভংগী এটা অগ্ৰহণযোগ্য বুলি ক'বলৈ তুলনামূলকভাৱে কঠিন, কাৰণ তেওঁ নেদেখিলেও বা তেওঁ দেখা ঠাইবোৰত প্ৰচলন নাথাকিলেও অন্য কোনোবা অঞ্চলত তাৰ প্ৰচলন নাই বুলি ধৰি ল'ব নোৱাৰি। বিশেষকৈ বিহুৱতীৰ বিহুনাচৰ ভংগীৰ ক্ষেত্ৰত পৰম্পৰাৰ শিপা তাহানিৰ ৰাতি বিহু আৰু গছতলৰ বিহুত নচা নাচবোৰ। পিছৰ কালছোৱাত সিবিলাকৰ প্ৰতিৰূপ প্ৰতিফলিত হৈছিল হুঁচৰি-বিহুৰ 'সজোৱা নাচনী'ৰ যোগেদি। 'সজোৱা-নাচনী'ৰ নাচোনৰ শিপাও ৰাতি বিহু আৰু গছতলৰ বিহুত নচা নাচবোৰ হ'লেও তেনে নাচত অনেকখিনি যোগ-বিয়োগ অৱশ্যে ঘটিছে। যিসকল 'সজোৱা নাচনী' হৈছিল সেইসকলৰ বহুতেই ৰাতি বিহুত ডেকা-গাভৰু নচা হয়তো দেখাই নাছিল। দেখাক দেখি নাচিছিল আৰু লগতে নিজাববীয়াকৈ দুই-এটা ভংগীৰ যোগ-বিয়োগ নকৰাকৈ নিশ্চয় নাছিল। ওচৰ চুবুৰীয়া দুখন গাঁৱৰ 'সজোৱা নাচনী'ৰ নাচতে দুই-এটা ভিন্ন ভংগী দেখা পাইছিলো। আনকি একেখন গাঁৱতে 'সজোৱা নাচনী' সলনি হ'লে নাচৰ তাৰতম্য ঘটিছিল। পিছে এনে যোগ-বিয়োগবোৰ কোনো অন্য নাচৰ

অনুকৰণত কৰিছিল বুলি বোধ নহয়; আৰু যেয়ে নানাচক নাচ, চেও, চাপৰ আৰু বিহুনামৰ তাল-লয়ৰ লগত তেনেই খাপখোৱা আছিল সেয়েহে বৰ্তমান বিহুৱতীৰ নাচোন ভংগী একোটাক গ্ৰহণযোগ্য বুলি ল'বলৈ বয়সস্থ অভিজ্ঞই ৰাতি বিহু আৰু গছতলৰ বিহুত এনেকৈ নাচিছিল, গাইছিল বুলি আগবঢ়োৱা তথ্য আৰু তাৰ লগতে হুঁচৰি-বিহুত সজোৱা নাঁচনীয়ে নচা নাচবোৰত ভৰসা কৰা হৈছে।

ৰাতি বিহু আৰু গছতলৰ বিহু ক্ৰমে লোপ পাবলৈ ধৰি মঞ্চ বিহুৱে গা কৰি উঠাৰ কালছোৱাত বিহুৱতীসকলে মঞ্চত বিহুনাচ পৰিৱেশন কৰিবলৈ ৰাতি বিহু আৰু গছতলৰ বিহু মৰাৰ স্ব-অভিজ্ঞতা বা আনৰ অভিজ্ঞতাক ভিত্তি কৰাৰ উপৰি সেইসময়ত পূৰ্ণোদ্যমে চলি থকা হুঁচৰি-বিহুৰ 'সজোৱা নাচনী'ৰ নাচোনকো ভিত্তি কৰিছিল বুলি অনায়াসে ধাৰণা কৰিব পাৰি। বিশেষকৈ ঢোলৰ চেওত নচা নাচ পৰিৱেশন কৰিবৰ বাবে ভিত্তি আছিল 'সজোৱা নাচনী'ৰ নাচ।

মনকৰিবলগীয়া যে ৰাতি বিহু, গছতলৰ বিহু আৰু হুঁচৰি-বিহু অনেক গাঁৱত চলিছিল। সিবিলাকত বিহুৱতী আৰু 'সজোৱা নাচনী'সকলে স্বতঃস্ফূৰ্তভাবে বাদ্য-বাজনাৰ লগত তাল মিলাই নাচিছিল। এনেক্ষেত্ৰত কোনোবা অঞ্চলত প্ৰচলিত ভংগী একোটা অন্য কোনোবা অঞ্চলত নথকাটো তেনেই স্বাভাৱিক।

উপৰিউক্ত সকলোখিনি কথালৈ লক্ষ্য কৰি বিহুৱতীৰ বিহুনাচৰ ভংগী একোটাৰ গ্ৰহণযোগ্যতা আৰু অগ্ৰহণযোগ্যতা তথা নাচৰ মানদণ্ড বিচাৰ কৰোঁতে নিম্নলিখিত কেউটা কথা একত্ৰে বিশ্লেষণ কৰিহে বিবেচনা কৰা উচিত বুলি বোধ হয়।

- পৰম্পৰাগত হয়নে? অৰ্থাৎ ৰাতি বিহু, গছতলৰ বিহু বা হুঁচৰি-বিহুৰ পৰা আহিছে নেকি?
- বিহুৱতীৰ বিহুনাচৰ মূল বৈশিষ্ট্যখিনিৰ হৰণ-ভগন হৈছে নেকি? নাচৰ তাল-মান-লয়-গতিৰ বৈশিষ্ট্য অটুত আছেনে? বাদ্য-বাজনাৰ তাল-মান-লয়-গতি আৰু বিহুনামৰ স্বকীয় বৈশিষ্ট্যখিনি অটুত আছেনে আৰু সিবিলাকৰ লগত নাচ মিলিছেনে বা খাপ খাইছেনে?
- ৰাতি বিহু আৰু গাভৰু বিহুত বিহুৱতীৰ নাচোন ভংগী আৰু হুঁচৰি-বিহুত 'সজোৱা নাচনী'ৰ নাচো অতি নিৰ্দিষ্ট নাছিল।
- নাচোনভংগীটো বিজতৰীয়া নেকি? কোনোবা অন্য নৃত্যৰ অনুকৰণত বিহুনাচ অধিক মনোগ্ৰাহী কৰিব খোজা অযথা প্ৰয়াস নেকি?
- গ্ৰন্থ, প্ৰবন্ধ, নিয়মাৱলী আদিত ভংগী একোটাৰ থূলমূল আভাসহে প্ৰকাশ পায়। কিছুমান ভংগী শব্দৰে প্ৰকাশ কৰা জটিল; কোনো ক্ষেত্ৰত লিখোঁতাই যি বুজাই পঢ়োতাই অলপ বেলেগকৈ বুজাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।
- গ্ৰন্থ, প্ৰবন্ধ, নিয়মাৱলী আদিত ভংগী একোটা বৰ্ণিত কৰাৰ মূল উদ্দেশ্য বিহুনাচত বিজতৰীয়া নাচৰ অবাঞ্ছনীয় সংযোজন ৰোধ কৰা আৰু বিহুনাচৰ স্বকীয় বৈশিষ্ট্য

অটুত ৰখা। একোটা বৰ্ণিত ভংগী ক্ৰিকেট খেলৰ ষ্ট্ৰোক নাইবা শাস্ত্ৰীয়, সত্ৰীয়া আদি নৃত্যৰ ভংগী অভ্যাস কৰাদি লিখিত কথাৰ তদ্ৰূপ কৰি নাচিবৰ চেষ্টা কৰাতকৈ, ভংগীটোৰ আভাস লৈ স্বতঃস্ফূৰ্তভাৱে নিজৰ সুচল হোৱাকৈ নাচিলেই হ'ল।

উপৰিউক্ত কথাখিনিত গুৰুত্ব দি, বৰ্তমানলৈকে প্ৰকাশিত গ্ৰন্থ, প্ৰবন্ধ নিয়মাৱলী আদিত প্ৰকাশিত তথ্য, ধাৰণা, সূত্ৰ আদিৰ আলমত বিহু নাচৰ বিচাৰ-বিবেচনা কৰিলে অসমৰ বিভিন্ন ঠাইৰ বিচাৰকৰ মতানৈক্য বিশেষ নাথাকিব বুলি আমি আশা কৰিব পাৰি। ওপৰৰ কথাখিনি বিহুৱতীয়ে গ্ৰহণযোগ্যকৈ আৰু মনোগ্ৰাহীকৈ বিহুনাচ নাচিবৰ বাবেও নিশ্চয় প্ৰযোজ্য।

এইখিনিতে এগৰাকী মতদাতাৰ বিশেষ এক বক্তব্য উল্লেখ কৰি এই বিষয়ৰ আলোচনা সামৰা হওঁক — "নিজস্ব বৈশিষ্ট্য আৰু স্বতঃস্ফূৰ্ত আবেদন বিশিষ্ট ৰঙালী বিহু। এনে এক স্বতঃস্ফূৰ্ত আবেদন থকা বিহুটিক কঠোৰ নিয়মৰ মাজলৈ আনিলে পাণিনিয়ে সংস্কৃত ব্যাকৰণ ৰচনা কৰি সংস্কৃত ভাষাৰ প্ৰতি বিৰাগ ভাব অনাৰ দৰেই অৱস্থা হ'ব পাৰে।" - বীৰেন্দ্ৰ হাজৰিকা (আমালৈ পঠোৱা বিশেষ বক্তব্য)

## বিহুৱাৰ নাচৰ প্ৰসংগ

বিহুৱাৰ নাচোনৰ গ্ৰহণযোগ্যতা বা অগ্ৰহণযোগ্যতাৰ আধাৰ অতি সুনিৰ্দিষ্ট। হুঁচৰিৰ হুঁচৰি-ঘোষা, লহৰী, বুঢ়া চেও, হুৱালি চেও আৰু দুটীয়া চেওৰ অতি নিৰ্দিষ্ট নাচ আছে; হাত-ভৰি তথা দেহৰ সঞ্চালন তাল,চাপৰ আৰু ৰগৰৰ সৈতে সুনিৰ্দিষ্টভাৱে খাপ খোৱা। ঢোলৰ বাকী চেও আৰু পেঁপাত ভৰিৰ পতা পথালিকৈ পিছলাই ঘন ঘনকৈ কঁকাল ভাঙি ভাঙি নাচে। মুকলি বিহুত বিহুৱতী নচুৱাওঁতে বিহুৱাৰ নিৰ্দিষ্ট নাচ অৱশ্যেই নাই; তাহানিৰ ৰাতি বিহুতো নাছিল; হুঁচৰি-বিহুত সজোৱা নাচনী নচুৱাওঁতেও নাছিল। সাধাৰণভাৱে উচাহ-আনন্দহে প্ৰকাশ কৰে আৰু বাদ্য-বাজনা, বিহুনামৰ তাল-লয়-সুৰত স্বতঃস্ফূৰ্তভাৱে নাচত ভৰি, হাত, দেহ সঞ্চালন কৰে।

উল্লেখনীয় যে ঢোলৰ বুঢ়া চেওৰ ১২ টা পালচ বা বিশেষ বাজনা আছে। হুৱালি চেওৰ পালচ ৬ টা। দুয়োটা চেওৰে প্ৰতি পালচৰ নিৰ্দিষ্ট নাচোন শৈলী আছে। চেও দুটাত গোৱা বিহুনামৰ তাল-লয়-সুৰো বিশিষ্ট আৰু ঢোলৰ বুলনিও বিশিষ্ট। আমাৰ দ্বাৰা লিখিত "ৰঙালী বিহুৰ নৃত্য-গীত" কিতাপখনত উল্লিখিত চেওবোৰৰ উপৰি বিহুত ব্যৱহাৰ কৰা বাকী ঢোলৰ চেওখিনি আৰু সিবিলাকৰ লগৰ নাচবোৰ সবিস্তাৰে বৰ্ণনা কৰা হৈছে বাবে সেইখিনি এই পুথিতো সন্নিৱিষ্ট কৰাৰ প্ৰয়োজন বোধ কৰা হোৱা নাই।

মনকৰিবলগীয়া যে বিহুৱাৰ নাচোন অদ্যাপি বিশেষভাৱে বিজতৰীয়া হোৱা নাই। অৱশ্যে কিছুমান বিহুৱা ডেকাই পুৰুষসুলভ বৈশিষ্ট্যৰে কঁকাল ভাঙি নানাচি বিহুৱতীৰ দৰে কঁকাল ভাঙি নাচিবলৈ লোৱা পৰিলক্ষিত হয়।

**বিহুনাচৰ নতুন ভংগী**

আজিকালি ভি. চি. ডি. আদিত দেখা পোৱা বিহুৱতীৰ বিহুনাচৰ কিছুমান ভংগী নতুন সৃষ্টি বুলি ধাৰণা হয়। ইয়াৰে অধিকাংশই বিহুনাচৰ কোনো কোনো বৈশিষ্ট্যৰ পৰা ফালৰি কাটি যোৱা। এইখিনিয়ে যে বিহুনাচ বিকৃত কৰিছে আৰু বিহুনাচৰ স্বকীয় বৈশিষ্ট্য বিনষ্ট কৰিছে তাত কোনো সন্দেহ নাই। পিছে 'সংস্কৃতি বোৱতী সুঁতি' যেতিয়া বৰ্তমানৰ বিহুৱা-বিহুৱতীয়ে বিহুনাচৰ মূল বৈশিষ্ট্যবিলাক অটুত থকাকৈ নতুন ভংগীৰ সৃষ্টি কৰিব লাগে নে নালাগে? যদি লাগে কোনবিলাক বৈশিষ্ট্য অটুত থাকিবই লাগিব? তেনে কৰাৰ প্ৰয়োজন আছেনে নাই? এনেবোৰ কথাত বিশ্লেষণাত্মক প্ৰবন্ধ-পাতি, আলোচনাদি জৰুৰী হৈ পৰিছে বুলি অনুভৱ হয়। প্ৰসংগক্ৰমে দুগৰাকী মতদাতাৰ বিশেষ বক্তব্য দুটা এইখিনিতে উল্লেখ কৰা হওক ঃ

"গতানুগতিক আত্মহনন প্ৰক্ৰিয়াৰ গতিধাৰাৰে বিহুৰ স্বকীয়তা বিলুপ্ত কৰি নতুন ৰূপ দিয়া কাৰ্যক আমি গ্ৰহণ কৰা উচিত হ'ব জানো? সাহিত্য, বিজ্ঞান, প্ৰগতি আৰু পৰিৱৰ্তন আমাৰ গ্ৰহণীয় যদিও অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ এক ৰূপৰেখা যুগুত কৰি উলিয়াই ল'ব পাৰিলেহে অধিক সফল হ'ব পৰা যায়।" - বিপুল শইকীয়া।

"বিহু পৰিৱৰ্তনশীল প্ৰবাহিত সোঁতৰ দৰে। স্থান-কাল-পাত্ৰভেদে বিহুৰ তাৰতম্যও মনকৰিবলগীয়া। পৰিৱৰ্তন কেৱল স্বকীয় বৈশিষ্ট্যৰ ওপৰতহে নিৰ্ভৰ কৰে।" — হিৰেণ নাথ।

**নৱম অধ্যায়**

# হুঁচৰি প্ৰতিযোগিতাৰ প্ৰসংগত

মতদাতাসকলৰ মতামতৰ ভিত্তিত প্ৰতিযোগিতা আৰু আনুষ্ঠানিক প্ৰদৰ্শনত হুঁচৰি পৰিৱেশন সম্বন্ধীয় কিছুমান কথা ঠাৱৰ কৰাটো অধ্যয়নটিৰ এক বিশেষ উদ্দেশ্য। এই অধ্যায়ত এইখিনি মতামতৰ বিশ্লেষিত তথ্য আৰু পৰ্যালোচনা আগবঢ়োৱা হৈছে।

## হুঁচৰি নে হুঁচৰি-বিহু?

এই শিতানত তিনিটা অতি গুৰুত্বপূৰ্ণ উক্তিত মতামত আহৰণ কৰা হৈছিল। তিনিওটা উক্তিয়েই অধিকাংশ মতদাতাই সমৰ্থন কৰিছে ঃ

১। প্ৰতিযোগিতাই হওক বা প্ৰদৰ্শনেই হওক হুঁচৰি বুলিলে কেৱল পুৰুষে অংশ গ্ৰহণ কৰা ৰূপটোহে পৰিৱেশন হ'ব লাগে।

২। যি নামকৰণৰেই নহওক লাগে পহিলাতে কেৱল পুৰুষ আৰু তাৰপাছত পুৰুষ আৰু ছোৱালীয়ে একেলগে মৰা অনুষ্ঠানৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনৰ আয়োজন কৰা বাঞ্ছনীয় নহয়। কাৰণ 'হুঁচৰি-বিহু'ৰ পৰা হুঁচৰি-ঘোষাকে আদি কৰি নাচনীৰ (ছোৱালীৰ) আগমন হোৱাৰ পূৰ্বৰ অংশ আৰু শেষৰ আশীৰ্বাদ বাদ দিলে 'মুকলি-বিহু' হৈ পৰে বুলিব পাৰি। গতিকে এনে 'হুঁচৰি' বা হুঁচৰি-বিহুৰ প্ৰতিযোগিতা আয়োজন কৰাতকৈ 'মুকলি-বিহু'ৰ প্ৰতিযোগিতা আয়োজন কৰা সম্যক।

৩। পহিলাতে কেৱল পুৰুষ আৰু তাৰ পাছত পুৰুষ আৰু ছোৱালীয়ে একেলগে মৰা 'হুঁচৰি'ক 'হুঁচৰি-বিহু' বুলি বুজা সমীচীন।

**পৰ্যালোচনা ঃ**

বিহুতলীৰ উদ্যোক্তা, হুঁচৰিদল, বিচাৰক আৰু সংশ্লিষ্ট সকলোৱে উপৰিউক্ত প্ৰথম দুটা মতামতক আদৰণি জনাই বাস্তৱসন্মত পদক্ষেপ ল'লে হুঁচৰিৰ প্ৰতিযোগিতা আৰু অন্যান্য প্ৰদৰ্শন অনুষ্ঠিতকৰণৰ সন্দৰ্ভত দেখা দিয়া অনেকখিনি খেলিমেলি যে আঁতৰ হ'ব তাত কোনো সন্দেহ নাই। হুঁচৰি বুলি নিৰ্দিষ্ট ঐতিহ্যমণ্ডিত অনুষ্ঠান এটি ৰাজ্যখনৰ উপৰি দেশে-বিদেশে পৰিৱেশন কৰা আৰু তাৰবাবে বিভিন্ন ঠাইৰ পৰা দল নিৰ্বাচন কৰা সন্দৰ্ভতো কিছুমান খেলিমেলি আঁতৰ হ'ব। পিছে এইক্ষেত্ৰত কিছুপৰিমাণে কষ্ট স্বীকাৰ কৰাৰ প্ৰয়োজন হ'ব হুঁচৰি তথা বিহুদলবিলাকৰ, বিশেষকৈ কেইবাদশক ধৰি 'সজোৱা নাচনী'ৰে হুঁচৰি-বিহু মৰাটো প্ৰচলন থকা ঠাইৰ দলবিলাকৰ।

কেইবাদশক ধৰি 'সজোৱা নাচনী'ৰে হুঁচৰি (হুঁচৰি-বিহু) মৰা অঞ্চলৰ হুঁচৰিত পুৰুষৰ বিশিষ্ট নাচোনৰ বিশেষ প্ৰচলন কাহানিবাই হ্ৰাস পাইছে। হুঁচৰি-ঘোষা আৰু লহৰীতহে কেৱল ডেকাহঁতে অংশ লোৱা সুনিৰ্দিষ্ট বিহুনাম, ঢোলৰ চেও-চাপৰ আৰু নিৰ্দিষ্ট নাচোন ভংগী চলি আছে। আকৌ লহৰীৰ প্ৰচলনো বহুত গাঁৱত নাই। অনুষ্ঠানটিৰ আৰম্ভণিতে (হুঁচৰি ঘোষা বা লহৰীৰ পিছত) দুই-এটি অপিৰীতিমূলক যোজনা গোৱাৰ পিছৰ পৰা গৃহস্থই শৰাই আগবঢ়োৱা পৰ্যন্ত অনুষ্ঠানটি মুখ্যতঃ 'সজোৱা নাচনী'কেন্দ্ৰিক । ডেকাহঁতে পিৰীতিমূলক বিহুনাম গাই, ঢোল, পেঁপা, বাঁহী আদি বজাই 'সজোৱা নাচনী' নচুৱায়। ঢোলৰ চেও কিছুমানত অৱশ্যে ডেকাহঁতেহে সাধাৰণভাৱে নাচে। অনুষ্ঠানটিৰ মূল আকৰ্ষণো 'সজোৱা নাচনী'। এনেকৈয়ে চলি আহিছিল তিনি-চাৰি দশকমান। পিছৰফাললৈ অৰ্থাৎ আশীৰ দশকৰ শেষৰফালে ক্ৰমে ল'ৰাই ছোৱালী সাজি 'সজোৱা নাচনী' হোৱাটো কমি আহিল আৰু কোনো কোনো গাঁৱৰ হুঁচৰি-বিহুত তাৰ ঠাই ছোৱালীয়ে ল'বলৈ ধৰিলে।

অন্যহাতে 'সজোৱা নাচনী'ৰ প্ৰচলন অদ্যাপি নথকা যোৰহাট-গোলাঘাট জিলাৰ অধিকাংশ গাঁৱৰ হুঁচৰিত বুঢ়া চেও আৰু হুৱালি চেওৰ প্ৰচলন আছে বাবে পুৰুষসকলেই অনেকখিনি বিশিষ্ট নাম-নাচ বাজনাৰে হুঁচৰি ৰসাল কৰি আহিছে। ঢোলৰ বুঢ়া চেওৰ বাৰটা আৰু হুৱালি চেওৰ ছটা পালচ আৰু এই প্ৰতিটো পালচৰে অতি মনোৰম আৰু সুনিৰ্দিষ্ট নাচ-নাম আছে বুলি ইতিমধ্যে কৈ অহা হৈছে। আনহাতে ইবিলাক অঞ্চলত পৰম্পৰাগতভাৱে লহৰীৰ প্ৰচলন নাই।

উপৰিউক্ত কথাখিনিলৈ লক্ষ্য কৰি ভালেখিনি চিন্তা-ভাৱনাই মনত দোলা দিয়ে। এইখিনিৰে কোনোবাটো ভাব কোনোবাটোৰ পৰিপূৰক আৰু কোনোবাটো আকৌ কিছু পৰিমাণে পৰস্পৰ বিপৰীত যেন। বিষয়টোৰ সন্দৰ্ভত গভীৰ আলোচনাৰ মাধ্যমেৰে সংশ্লিষ্টসকলে সমূহীয়াভাৱে সুসিদ্ধান্ত লৈ সেই অনুযায়ী পদক্ষেপবোৰ ল'ব, এই আশাৰে ভাবখিনি থোৱতে দাঙি ধৰিছোঁ।

১। এনে পৰিস্থিতিত যিকোনো অঞ্চলৰ হুঁচৰি দলে অন্যবিলাক অঞ্চলৰ হুঁচৰিত প্ৰচলিত লহৰী, বুঢ়া চেও আৰু হুৱালি চেওকে মুখ্য কৰি ঢোল-পেঁপাৰ বিশিষ্ট চেও-চাপৰ, নাম-নাচবোৰ আয়ত্ত কৰিলেহে সদৌ অসমভিত্তিক হুঁচৰি প্ৰতিযোগিতা তথা ৰাজ্যিক পৰ্যায়ৰ হুঁচৰিৰ প্ৰদৰ্শন উন্নত হ'ব। বৰ্তমানেও যদি ৰাজ্যিক পৰ্যায়ৰ দলবোৰে কেৱল নিজ নিজ অঞ্চলত প্ৰচলিতখিনিহে প্ৰদৰ্শন কৰিব পাৰে, বাকীখিনি নোৱাৰে, তেনেহ'লে সদৌ অসম ভিত্তিত প্ৰতিযোগিতা পতা বা তেনে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি পুৰস্কাৰ পোৱাৰ মূল্য কিমান বা সাৰ্থকতা ক'ত? অ'ত ত'ত বিহু নৃত্য-গীত-বাদ্যৰ প্ৰশিক্ষণ আৰম্ভ হোৱালৈ চাই আৰু আজিৰ ভি চি. ডি.-ৰ যুগত দল একোটাৰ বাবে ইবিলাক শিকিবলৈ বিশেষ কঠিন অথবা খৰচী নহ'ব বুলিয়েই আমাৰ বিশ্বাস। একোটা দলে দুদিনমান দক্ষ এজনৰ পৰা শিকিয়েই সিবিলাক আয়ত্ত কৰিব পাৰিব বুলি ধাৰণা হয়। ভি. চি. ডি. প্ৰয়োগ

হ'লে আৰু অধিক সুচল হ'ব। স্থানীয় 'কেবোল চেনেল'ৰ লগত যোগাযোগ কৰিলে কিজানি ইতিমধ্যে ৰেকর্ডিং কৰা নাম-নাচ পোৱা যাব পাৰে।

২) আমাৰ লহৰী, বুঢ়া চেও আৰু হুৱালি চেওৰ নাম-নাচ-বাজনাখিনিৰ দৰে ইমান সুনির্দিষ্ট, ইমান শৃংখলাবদ্ধ, ইমান বিশাল আৰু ইমান মনোৰম পুৰুষৰ নৃত্য-গীত পৃথিৱীৰ অন্য ক'ৰবাত আছে বুলি বিশ্বাসেই নহয়। আমাৰ উপৰিপুৰুষসকলৰ অতি উচ্চ পৰ্যায়ৰ চৰ্চা, সাধনা, প্ৰতিভাদিৰ বাবেই আমি লাভ কৰিছোঁ এনে অতুলনীয়, অতীব সুন্দৰ সৃষ্টিখিনি। এইখিনি এতিয়াও ৰাজ্যৰ বাহিৰত অতি কমকৈ প্ৰদৰ্শিত হৈছে। বিহুৱতীৰ নাচৰ দৰেই এইখিনি মোহনীয় নৃত্য-গীতেও বিশ্বক মনোৰঞ্জনেৰে চমক খুৱাব আৰু ৰাজ্যখনৰ গৌৰৱ বঢ়াব পাৰিব বুলি আমাৰ বিশ্বাস। পিছে প্ৰথমতে আমি নিজে এইখিনি আদৰি ল'ব লাগিব; আদৰি লবলৈ হ'লে চাবলৈ পাব লাগিব। যোৱাকেইটা দশকত সদৌ অসমভিত্তিক হুঁচৰি প্ৰতিযোগিতা হাজাৰখন অনুষ্ঠিত হৈছে, কিন্তু কিমানখনত কিমান দলে লহৰী, বুঢ়া চেও আৰু হুৱালি চেওৰ নাম-নাচ-বাজনা প্ৰদৰ্শন কৰিছে ?

৩) আজি কেইবাদশক ধৰি কাকত-আলোচনী গ্ৰন্থ আদিত হুঁচৰি কেৱল পুৰুষে অংশ গ্ৰহণ কৰা অনুষ্ঠান বুলি বিভিন্নজনে মত প্ৰকাশ কৰি থকা সত্ত্বেও 'সজোৱা নাচনী'ৰে মৰা হুঁচৰি-বিহুৰ প্ৰচলন থকা অঞ্চলবিলাকত হুঁচৰিৰ প্ৰতিযোগিতা আৰু অন্য পৰিৱেশনত বহুতো দলে যোৱা বছৰ পৰ্যন্ত ল'ৰা-ছোৱালীয়ে মৰা হুঁচৰি-বিহুহে পৰিৱেশন কৰি অহাটো অৱশ্যেই গমিপিটি চাবলগীয়া বিষয়।

এইখিনি লক্ষ্য কৰাৰ ফলত উদিত হোৱা দুটিমান ভাববোধ এনেধৰণৰ —

এনেবোৰ অঞ্চলৰ বিহুতলীত হুঁচৰিৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনত কেৱল পুৰুষে অংশ গ্ৰহণ কৰা নিয়ম কটকটীয়া নকৰিলে আৰু এই নিয়ম দলবিলাকে আগতীয়াকৈ জনাৰ ব্যৱস্থা নকৰিলে তেওঁলোকে হুঁচৰি-বিহু মাৰিবলৈকে সাজু হৈ অহাৰ সম্ভাৱনাই অধিক।

উপৰিউক্ত নিয়ম বান্ধি প্ৰতিযোগিতা পাতিলে তেনে অঞ্চলৰ বিহুতলী একোখনে যথা পৰিমাণৰ প্ৰতিযোগী দল পোৱাৰ সম্ভাৱনা কম নেকি ? এই সম্ভাৱনা বাস্তৱত পৰিণত হ'লে এনেবোৰ অঞ্চলৰ বিহুতলীত হুঁচৰিৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শন এৰাই চলি তাৰ সলনি মুকলি বিহু প্ৰতিযোগিতা আৰু প্ৰদৰ্শনৰ ব্যৱস্থা কৰিবলগীয়া হ'ব পাৰে নেকি ? এনে হোৱাটো ঠিক হ'বনে ? নে হুঁচৰি-বিহু নামকৰণেৰে একো অংশ কেৱল পুৰুষে আৰু একো অংশ ডেকা-গাভৰুৱে একেলগে মৰা অনুষ্ঠানৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনৰ ব্যৱস্থা চলাই থকা সমীচীন হ'ব বুলিহে সিদ্ধান্ত ল'ব বিহুতলীৰ উদ্যোক্তাসকলে ?

এইবিলাক প্ৰশ্নৰ উত্তৰ আৰু সমুচিত পদক্ষেপ বহল জনমত তথা বহলভিত্তিক কৰ্মশালা আদিৰ যোগেদি যঁহিয়াই সৰ্বসম্মতিক্ৰমে লোৱা উচিত হ'ব বুলি বোধ হয়।

সেয়ে হ'লেও এটা কথা অৱশ্যে ন দি ক'ব পাৰি যে হুঁচৰিৰ প্ৰতিযোগিতা প্ৰদৰ্শনত হুঁচৰি-বিহুৰ পৰিৱেশন নহ'বৰ ব্যৱস্থাকৰণত অসুবিধা একো নাই। নিয়ম বান্ধি দি দলবিলাকে

আগতীয়াকৈ জানিব পৰাৰ ব্যৱস্থা কৰিলেই হ'ল। অন্যহাতে যদি বিহুতলী একোখনে কেৱল পুৰুষে অংশ গ্ৰহণ কৰা নিয়ম নাবান্ধে বা বন্ধাটো সঠিক নহ'ব বুলিহে ভাবে তেনেহ'লে প্ৰতিযোগিতা-প্ৰদৰ্শনৰ নামকৰণ 'হুঁচৰি' বুলি নকৰি 'হুঁচৰি-বিহু' বুলি কৰিলে সমস্যাটোৰ এক সমাধান পোৱা যাব।

আকৌ যদিহে ৰাজ্যখনৰ বিহুতলীবিলাকত ঠাইভেদে হুঁচৰি আৰু হুঁচৰি-বিহু উভয়ৰ প্ৰতিযোগিতা আৰু অন্য পৰিৱেশন চলি থাকে তেতিয়াও ইবিলাকৰ সদৌ অসমভিত্তিক প্ৰতিযোগিতা আৰু প্ৰদৰ্শনত অংশগ্ৰহণ কৰা দল একোটিয়ে ৰাজ্যখনৰ বিভিন্ন অঞ্চলৰ হুঁচৰি আৰু হুঁচৰি-বিহুত প্ৰচলিত সকলো প্ৰকাৰৰ নাম, নাচ, বাদ্য, বাজনা পৰিৱেশন কৰিব পৰাকৈ জ্ঞান-দক্ষতা আহৰণ কৰা বাঞ্ছনীয় নিশ্চয়। ৰাজ্যিক পৰ্যায়ৰ দল একোটায়ো আমি অমুকটো চেও বজাব নোৱাৰোঁ বা অমুকটো চেওত নাচিব নোৱাৰোঁ বুলি কোৱাটো অবাঞ্ছনীয় বুলিয়েই ভাব হয়।

## 'হুঁচৰি'ৰ নাম-নাচ-বাদ্য-বাজনা

হুঁচৰি অনুষ্ঠানটিৰ পৰম্পৰাগত ৰীতি-নীতি, কাৰ্যকলাপ আদিৰ আলোচনা আগেয়ে কৰি অহা হৈছে। এই শিতানত এই অনুষ্ঠানটিৰ আজিৰ মঞ্চভিত্তিক প্ৰতিযোগিতা আৰু প্ৰদৰ্শনৰ পৰিপ্ৰেক্ষিতত উত্থাপিত নাম-নাচ, বাদ্য-বাজনাৰ সম্বন্ধীয় কিছুমান উক্তি আৰু প্ৰশ্নবোৰৰ বিশ্লেষিত মতামতখিনি আৰু পৰ্যালোচনা দাঙি ধৰা হ'ল।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। ভিন্ন ভাবাৰ্থৰ অপিৰীতিমূলক বিহুনামেৰে হুঁচৰি ৰসাল কৰাটোত গুৰুত্ব দিয়াটো সমীচীন। (প্ৰতিযোগিতাৰ ক্ষেত্ৰত অৱশ্যে সময় সীমাৰ দিশলৈ লক্ষ্য ৰাখিব লাগিব)

২। হাস্যৰস হুঁচৰিৰ এক বিশিষ্ট তথা মুখ্য উপাদান। গতিকেই যথা পৰিমাণৰ হাস্যৰসাত্মক বিহুনামেৰে হুঁচৰি ৰসাল কৰাটো বাঞ্ছনীয়।

৩। ঢোলৰ 'দুটীয়া' নামৰ চেওত দুজন বিহুৱাই নিৰ্দিষ্ট শৈলীত নাচোঁতেও চেওৰ শেষ অংশৰ নাচ কিছু ধেমেলীয়া কৰা দেখা যায়; এইটো পৰম্পৰাগত; সেয়ে গ্ৰহণযোগ্য আৰু বাঞ্ছনীয়।

৪। কাহিনীমূলক বিহুনাম একোটাই হুঁচৰি উপভোগ্য হোৱাত বিশিষ্ট বৰঙণি আগবঢ়ায় আৰু সেইবাবে এনে বিহুনাম একোটা কেৱল গ্ৰহণযোগ্যই নহয় বৰং বাঞ্ছনীয়ও।

৫। প্ৰতিযোগিতা আৰু আনুষ্ঠানিক প্ৰদৰ্শনত হুঁচৰিৰ আৰম্ভণিত গৃহস্থই হুঁচৰি গোৱা ৰাইজক আদৰ-সম্ভাষণ জনোৱা প্ৰথাটোৰ পৰিৱেশন হোৱা উচিত।

৬। হুঁচৰি দলত এজনে বয়োজ্যেষ্ঠ হিচাবে আনবোৰতকৈ ভিন্ন সাজ-পোচাক অৰ্থাৎ চুৰীয়া, দীঘল হাতৰ কুৰ্তা, মূৰত বগা ৰঙৰ কাপোৰৰ পাগুৰি পৰিধান কৰা সমীচীন।

৭। বয়োজ্যেষ্ঠজনে কান্ধত মোনা এটা লোৱাটো বাঞ্ছনীয়।

৮। হুঁচৰিত আশীৰ্বাদ কেৱল বয়োজ্যেষ্ঠজনেহে লগাই দিয়াতো সমীচীন।

**মতানৈক্য বিদ্যমান উক্তি**

১। হুঁচৰিত কেৱল হাতটকাহে ব্যৱহাৰ কৰাটো গ্ৰহণযোগ্য।
(৬০ গৰাকীৰ সমৰ্থন; ৩৫ গৰাকীৰ অসমৰ্থন)

২। হুঁচৰিত হাতটকা আৰু মাটিটকা উভয় প্ৰকাৰৰ টকা ব্যৱহাৰ কৰাটো গ্ৰহণযোগ্য।
(৩৬ গৰাকী সমৰ্থন; ৪২ গৰাকীৰ অসমৰ্থন)

৩। হুঁচৰিত হাস্যৰস সৃষ্টি কৰিবৰ উদ্দেশ্যে একোটা সময়ত (বিশেষকৈ হাস্যৰসাত্মক বিহুনামৰ লগত) কেঁকোৰা হাতটকা এটা বজোৱাটো গ্ৰহণযোগ্য।
(৪৯ গৰাকীৰ সমৰ্থন; ৩৮ গৰাকীৰ অসমৰ্থন)

৪। বয়োজ্যেষ্ঠজনে হাতত লেম্প এটা লৈ অহাটো বাঞ্ছনীয়
(৬০ গৰাকীৰ সমৰ্থন; ২২ গৰাকীৰ অসমৰ্থন)

৫। বয়োজ্যেষ্ঠজনে হাতত ছাতি এটা লৈ অহাটো বাঞ্ছনীয়
(৬১ গৰাকীৰ সমৰ্থন; ২৩ গৰাকীৰ অসমৰ্থন)

## পৰ্যালোচনা ১ঃ

## মাটি-টকা, হাতটকা আৰু কেঁকোৰা হাতটকা

মাটিটকা ৰাতি বিহু আৰু গাভৰু বিহুতহে কোনো কোনো ঠাইত ব্যৱহৃত হৈছিল। হাত টকা হুঁচৰি, গাভৰু বিহু আৰু ৰাতি বিহু কেউটা অনুষ্ঠানতে ব্যৱহৃত হৈছিল বুলি অভিজ্ঞসকলে কয়। কেঁকোৰা হাত টকাই ফাটবিহুৰ পৰা আহি কোনো কোনো ঠাইৰ হুঁচৰিত স্থান পাইছে।

## পৰ্যালোচনা ২ঃ

## লেম আৰু লাখুটি লোৱা

প্ৰতিযোগিতাদিৰ যোগেদি বৰ্তমানৰ আধুনিক মঞ্চত হুঁচৰি পৰিৱেশন কৰোঁতে বয়োজ্যেষ্ঠ যেন দেখা এজনে হাতত লেম্প আৰু লাখুটি লোৱাৰ সন্দৰ্ভত দুটা বিপৰীতমুখী চিন্তাধাৰাই ক্ৰিয়া কৰে। বৰ্তমানৰ প্ৰতিযোগিতা-প্ৰদৰ্শনত আমি তাহানিৰ পৰিৱেশত মৰা হুঁচৰিৰ আৰ্হি পৰিৱেশন হোৱাটো সমৰ্থন কৰা উচিতহ'ব, নে আজিৰ পৰিৱেশত পৰম্পৰাগত বৈশিষ্ট্যৰাজি অটুট ৰাখি আৰু পাৰিলে তাহানিতকৈ অধিক মনোগ্ৰাহীকৈ পৰিৱেশন হোৱাটো সমৰ্থন কৰা উচিত হ'ব ? আগৰটো অৱশ্যেই সমৰ্থন কৰিব পৰা গ'লহেঁতেন যদিহে ঘৰে ঘৰে মৰা হুঁচৰি কাহানিবাই লোপ পালেহেঁতেন। এই প্ৰসংগত মতদাতা এগৰাকীয়ে প্ৰেৰণ কৰা 'বিশেষ বক্তব্য' উল্লেখ কৰা হওক — "অতীজতে হুঁচৰিৰ দলে লেম্প এটা লগত লৈ ফুৰিছিল, দিনে ৰাতিয়ে হুঁচৰি গাইছিল বুলি। আজিৰ যুগত লেম্প এটা লৈ ফুৰাটো সমীচীন নহয়। মঞ্চৰ প্ৰতিযোগিতাত লেম্পৰ প্ৰয়োজন কোনো ফালৰ পৰাই দেখা নাযায়।" — মাধৱ শৰ্মা।

লেম্প লোৱা উচিত-অনুচিত সম্বন্ধীয় চিন্তাখিনি অৱশ্যেই লাখুটি আৰু ছাতি লোৱাৰ সন্দৰ্ভতো প্ৰযোজ্য।

**হুঁচৰি ঘোষাৰ ভাবাৰ্থ**

প্ৰায় সকলো মতদাতাই নিম্নলিখিত আটাইকেইটা ভাবাৰ্থৰ হুঁচৰি-ঘোষা গ্ৰহণযোগ্য বুলিছে— কৃষ্টিমূলক, প্ৰকৃতিমূলক, কাহিনীমূলক, হাস্যমূলক, ভক্তিমূলক।

এইখিনিতে উনুকিয়াই থওঁ যে ভাবাৰ্থৰ ভিত্তিত হুঁচৰিৰ বিহুনামৰ প্ৰকাৰ কৰি উদাহৰণসহ আমাৰ 'ৰঙালী বিহুৰ নৃত্য-গীত' গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। যোৱা বছৰ প্ৰকাশিত 'ধনকলীয়া' গ্ৰন্থত দুৰ্লভ বুঢ়াগোহাঞিয়ে ইবিলাক ভাবাৰ্থৰ হুঁচৰি-ঘোষাৰ ভালেখিনি উদাহৰণো দিছে।

**পৰ্যালোচনা ঃ**
**আজিৰ পৰিস্থিতিত হুঁচৰি-ঘোষাৰ নিৰ্বাচন**

প্ৰচলিত ভালেসংখ্যক হুঁচৰি-ঘোষাত হৰি, ৰাম, গোবিন্দাই আদি ভগৱানৰ বিভিন্ন নাম পোৱা যায় । তাৰোপৰি কিছুমান হুঁচৰি-ঘোষাত ৰামায়ণ, মহাভাৰতৰ কাহিনী আদি বৰ্ণিত হৈছে । সেয়ে হলেও পিছে সিবিলাক ঠিক ভক্তিমূলক কিম্বা আধ্যাত্মিকভাবাপন্ন বুলিব নোৱাৰি। অৱশ্যে কোনো কোনো ঠাইত কীৰ্তনৰ ঘোষা-পদো হুঁচৰি-ঘোষা হিচাপে ব্যৱহৃত হৈ আছে। তথাপি পিছে অধিকাংশ হুঁচৰি-ঘোষা ওপৰত উল্লিখিত পাঁচ প্ৰকাৰ ভাবাৰ্থৰ ভিতৰতে ধৰিব পাৰি। ইয়াৰ উপৰি মনকৰিবলগীয়া যে বৈষ্ণৱ যুগৰ পিছৰ ফাললৈহে হুঁচৰিত নাম ধৰ্মৰ প্ৰভাৱ পৰিল, আৰু তেতিয়াৰ পৰাহে কীৰ্তনৰ ঘোষা পদও ঠায়ে ঠায়ে হুঁচৰি-ঘোষা হিচাপে প্ৰচলিত হ'বলৈ ধৰিলে, ধৰ্মীয় কাহিনী বৰ্ণিত হুঁচৰি-ঘোষা দুই-চাৰিটামান ৰচনা হ'ল । তাৰ আগেয়ে হুঁচৰি গাম্ভীৰ্যপূৰ্ণ আৰু গঞা-জ্ঞাতিৰ মংগলাৰ্থে অনুষ্ঠিত হোৱা অনুষ্ঠান যদিও বিশেষ এক ধৰ্মৰ প্ৰভাৱৰ পৰা প্ৰায় মুক্ত আছিল বুলি দুই-এক প্ৰবন্ধত প্ৰকাশ পাইছে। হুঁচৰিৰ আৰম্ভণিতে সাধাৰণতে দিয়া আশীৰ্বাদো মূলতঃ ধৰ্মৰ আলমত সজোৱা নহয়। উদাহৰণস্বৰূপে 'লাউত দিবৰ হেঁদালি জিকাত দিব জেং, বছৰেকৰ দোমাহীত ফুৰিবৰ নিয়ম, জয় হৰিবোল, জয় ৰামবোল' এই আশীৰ্বাদ ফাকিৰ শেষত ভগৱানৰ নাম স্মৰণ কৰা হৈছে যদিও কথাফাঁকিৰ সাজোন ধৰ্মীয় নহয়। বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱে হুঁচৰিক অধিক গাম্ভীৰ্যপূৰ্ণ, শৃংখলাবদ্ধ কৰা বুলি প্ৰায় সকলো পণ্ডিত একমত। সেয়ে হ'লেও আজিৰ বিহুতলীৰ হুঁচৰিত ধৰ্মৰ ৰেঙণি বা প্ৰভাৱ থকা হুঁচৰি-ঘোষা নাগাই বাকীখিনি ভাবাৰ্থৰ গালে বিহুৱে জাতীয় উৎসৱ হিচাপে আৰু অধিক স্বীকৃতি আৰু আদৰ পাব বুলি বোধ হয়। তলত প্ৰাসংগিক উদ্ধৃতি এটি আগবঢ়োৱা হ'ল—

"বিহুত অদ্যাপি অন্ততঃ কোনো ধৰ্মীয় প্ৰভাৱ পৰা নাই। যুগজোৰা ধৰ্মীয় প্ৰাদুৰ্ভাৱে বিহুক স্পৰ্শ কৰিব পৰা নাই বাবেই জীৱন দেহজ আবেগ আৰু ঐহিক ভাবধাৰাই বিহুক অদ্যাপি প্ৰকৃতাৰ্থত 'চেকুলাৰ' কৰি ৰাখিছে। ফলত সকলো ধৰ্মৰ লোকেই বিহুত অংশ

গ্ৰহণ কৰি মুক্তভাৱে আৰু সংস্কাৰহীনভাবে বিহু উপভোগ কৰিব পাৰিছে। বিহুগীত, হুঁচৰি আৰু আচাৰ-আচৰণত যি যৎসামান্য বৈষ্ণৱী ধৰ্মৰ প্ৰভাৱ পৰিছে সি তেনেই উপৰোৱাহে, আত্মিক নহয়। তদুপৰি বিহু হ'ল সময়ৰ সাঁকো আৰু সম্প্ৰীতিৰ সেতু। সকলো জাতি-গোষ্ঠী-সম্প্ৰদায়-বৰ্ণৰ লোকক সমবেত কৰিব পৰা দেশখনৰ ভিতৰতে একমাত্ৰ মাধ্যম হ'ল বিহুৰ উৎসৱ আৰু লোকসংস্কৃতি।" - তোষেশ্বৰ চেতিয়া ('ব'হাগ বিহু যৌৱন আৰু কৃষি প্ৰজননৰ লোকসংস্কৃতি'; সাদিন: বসন্ত সম্ভাৰ; পৃ: ১৮)

## হুঁচৰিৰ বিহুবাদ্য

হুঁচৰিৰ বিহুবাদ্য সন্দৰ্ভত আহৰিত মতামতৰ বিশ্লেষিত তথ্য এনেকৈ পৰিৱেশন কৰিব পাৰি— অধিকাংশ মতদাতাই হুঁচৰিত গ্ৰহণযোগ্য বুলি মত দিয়া বাদ্যকেইটি হ'ল— ঢোল, তাল, পেঁপা, বাঁহী, গগনা, সুতুলি আৰু টকা।

দোতোৰা আৰু ভোৰতাল সকলোৱে অগ্ৰহণযোগ্য বুলিছে।

২০ গৰাকীমান মতদাতাই বীণখন গ্ৰহণযোগ্য বুলিছে।

১০ গৰাকীয়ে টোকাৰীখনো গ্ৰহণযোগ্য বুলিছে।

কেইগৰাকীমানেহে বাঁহী, গগনা আৰু সুতুলি অগ্ৰহণযোগ্য বুলিছে।

**পৰ্যালোচনা ঃ**

সদ্যহতে অধিকাংশ মতদাতাৰ মতকে গ্ৰহণ কৰি চলিলেও হুঁচৰিৰ বৈশিষ্ট্য হানি নহয় বুলি বোধ হয়। সেয়ে হ'লেও এই ক্ষেত্ৰত কিছু আলোচনাৰ প্ৰয়োজন নুই কৰিব নোৱাৰি।

কিছুমান অঞ্চলত বীণখন হুঁচৰিৰ লেখৰ বাদ্য আছিল। যোৰহাট-গোলাঘাটৰ ভালেমান গাঁৱৰ হুঁচৰিত বীণ বজাইছিল বুলি অভিজ্ঞসকলে কয়। 'ধনকলীয়া' গ্ৰন্থত দুৰ্লভ বুঢ়াগোহাঞিয়েও স্ব-অভিজ্ঞতাৰ ভিত্তিত অন্যখিনিৰ লগতে বীণ আৰু জেংটং হুঁচৰিৰ বাদ্য বুলি উল্লেখ কৰালৈ চাই ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ ঠাই বিশেষতো যে হুঁচৰিত বীণখন লেখৰ বাদ্য আছিল সেইটো ঠাৱৰ কৰিব পাৰি। চৰ্চাৰ অভাৱত এই বাদ্য আজি সংগ্ৰহালয়ৰ বস্তু হওঁ হওঁ। সেয়েহে পৰম্পৰাৰ দিশৰ পৰাই বীণখন বজাই হুঁচৰিক অধিক মনোগ্ৰাহীও কৰিব পৰা যায় নিশ্চয়। পিছে প্ৰতিযোগিতাৰ পৰিপ্ৰেক্ষিতত বীণখনক হুঁচৰিৰ অপৰিহাৰ্য বাদ্য বুলি গণ্য কৰা অথবা বীণ পৰিৱেশন কৰা দলক সেইটো নকৰা দলতকৈ অধিক নম্বৰ দিয়াৰ পৰিস্থিতি সদ্যহতে নাই। বীণ বজাব জনা বিহুৱা থকা দলৰ সংখ্যা অতি কম হ'ব বুলিয়েই ভাব হয়। পিছে হুঁচৰি দলবিলাকে, বিশেষকৈ ৰাজ্যিক পৰ্যায়ৰ দলবিলাকে বীণখন হুঁচৰিত ব্যৱহাৰ কৰিবলৈ শিকি অনুষ্ঠানটি আৰু অধিক মনোৰম কৰিবৰ চেষ্টা কৰা উচিত হ'ব যেন পাওঁ। প্ৰতিযোগিতাৰ বাদে অন্যপ্ৰকাৰৰ প্ৰদৰ্শনত বীণখন ব্যৱহাৰ কৰাত কোনো বেমেজালিৰ সৃষ্টি হোৱাৰ স্থল নাথাকে যেতিয়া বিহুৱা দলবিলাকে চেষ্টা কৰাটো

অৱশ্যে বাঞ্ছনীয়। যোৰহাট-গোলাঘাট জিলাৰ ভালেমান গাঁৱত টোকাৰীখন হুঁচৰিত ঢোলৰ হুৰালি চেওৰ বিহুনামৰ লগত সংগত কৰি আহিছে।

বাঁহীটো বিহু অনুষ্ঠানত ষাঠিৰ দশকৰ পৰা ব্যৱহাৰ হ'বলৈ ল'লে বুলি অভিজ্ঞসকলে কয়। ইতিমধ্যে ই লীন গৈছে বুলিবই পাৰি। ইয়াৰ উপৰি বাঁহীটোৰ সংযোজনে বিহু নৃত্য-গীতৰ চৰ্চা সুচল কৰাত বিশেষ অৰিহণা যোগাইছে বুলিয়েই বোধ হয় আৰু এই অন্তৰ্ভুক্তিয়ে হুঁচৰিত বিশেষ কু প্ৰভাৱ পেলাইছে বুলি ক'ব নোৱাৰি।

হুঁচৰিত গগনা বজোৱাৰ ক্ষেত্ৰত আমাৰ জ্ঞান যথাপৰিমাণৰ নহয়। হুঁচৰিত (হুঁচৰি-বিহুৰ কথা কোৱা নাই) কোনখিনি সময়ত, কেনে ধৰণেৰে গগনা বজাব লাগে, গগনা বজাওঁতে বিশেষ শৈলী বা ধৰণত নাচে নেকি? হুঁচৰিত গগনা বজাওঁতে লগত কি কি বাদ্য সংগত কৰা হয় বা কৰিব লাগে? বিহুৱতীয়ে গগনা বজোৱা আৰু পুৰুষে গগনা বজোৱাৰ সুৰ, লয় বেলেগ নেকি? বিহুৱতীয়ে বজোৱাৰ ধৰণ পুৰুষে বজোৱাৰ ধৰণতকৈ কি কি কথাত পৃথক? লাহৰী গগনা আৰু ৰামধন গগনাৰ পাৰ্থক্য কি কি? গগনাখন হুঁচৰিত খাপ নাখাই নেকি? এই প্ৰশ্নখিনিৰ সুদুত্তৰ সংগ্ৰহ কৰিব নোৱাৰি আমি দুঃখিত। বিজ্ঞসকলে কাকত-আলোচনী আদিত তথ্যভিত্তিক প্ৰবন্ধ-পাতি প্ৰকাশ কৰাটো নিশ্চয় আদৰণীয় হ'ব। অন্যথাই প্ৰতিযোগিতাৰ ক্ষেত্ৰত গ্ৰহণযোগ্য বাবে হুঁচৰি দল একোটিয়ে গগনাখন নামত এবাৰ বজাই কাম সমাধা কৰি থ'ব, যিটো হয়তো সূক্ষ্মদৃষ্টিত অপ্ৰয়োজনীয় কিম্বা খাপ নোখোৱা যেন হ'ব পাৰে। এইখিনিতে ড° মহেশ্বৰ নেওগদেৱে লিখি থৈ যোৱা তথ্য মনকৰিবলগীয়া ঃ "আইটিহঁতৰ গগনা, লাহৰী গগনাৰ আন নাম ৰূপহী গগনা। তাক মুখেৰে বজায়। ডেকাহঁতৰ গগনা হল ৰামধন গগনা।" (অসমৰ সাংস্কৃতিক ঐতিহ্য; পৃ: ২৮১)

**হুঁচৰিৰ বুঢ়া চেও, হুৰালি চেও আৰু লহৰী**

বুঢ়া চেও, হুৰালি চেও আৰু লহৰী এইকেইটা হুঁচৰিৰ বিশিষ্ট উপাদান। পিছে বুঢ়া-চেও মুঠ বাৰ পালচৰ, হুৰালি চেও ছয় পালচৰ আৰু লহৰী নাম-নাচো দীঘলীয়া। এই কথালৈ লক্ষ্য ৰাখি এই শিতানত আজিৰ বিহুতলীৰ প্ৰতিযোগিতা আৰু আনুষ্ঠানিক প্ৰদৰ্শনত ইবিলাক পৰিৱেশনৰ তিনিটা বিকল্পৰ কোনটো আটাইতকৈ অধিক বাঞ্ছনীয় সেই সন্দৰ্ভত মতদাতাসকলৰ মতামত আহৰণ কৰা হৈছিল। নিম্নলিখিত সেই তিনিটা বিকল্পৰ ভিতৰত অধিকাংশ মতদাতাই 'ক' উক্তিটো সমৰ্থন কৰিছে।

ক) বুঢ়া-চেও, হুৰালি চেও আৰু লহৰীৰ প্ৰত্যেকৰে অলপ অলপ পৰিৱেশন কৰি হুঁচৰি উপভোগ্য কৰা সমীচীন।

খ) লহৰী আৰু তাৰ লগতে বুঢ়া চেও নাইবা হুৰালিচেও যিকোনো এটাৰ এটা পালচ পৰিৱেশন কৰাটো বাঞ্ছনীয়।

গ) বুঢ়া চেও, হুৰালি চেও আৰু লহৰী যিকোনো এটাৰ অলপমান পৰিৱেশন কৰি হুঁচৰি উপভোগ্য কৰাটো বাঞ্ছনীয়।

**পৰ্যালোচনা :**

যুক্তি সহকাৰে চাবলৈ হ'লে 'ক' উক্তিটোৱেই অৱশ্যে সমৰ্থনযোগ্য। পিছে মনকৰিবলগীয়া এই যে বৰ্তমান ৰাজ্যখনৰ বহুতো বিহুদলে বুঢ়া ঢেও, ছোৱালি ঢেও আৰু লহৰী, এই কেউটাৰে নাম-নাচ-বাদ্য-বাজনা পৰিৱেশন কৰিব যে পাৰিব তাত সন্দেহ আছে। সেয়ে সদ্যহাতে (অন্ততঃ আৰু দুবছৰমানলৈ) 'খ' বিকল্পটো গ্ৰহণযোগ্য তথা অপৰিহাৰ্য বুলি নিয়ম কৰি হুঁচৰি প্ৰতিযোগিতা চলাই নিয়াটো বাস্তৱসম্মত হ'ব বুলি বোধ হয়। পিছত উপৰিউক্ত 'ক' উক্তিটোহে নিয়ম হ'ব বুলি তেনে প্ৰতিযোগিতাতে বা নিয়মাৱলীতে উনুকিয়াই থ'লে এই দিশত দলবিলাকৰ শিক্ষণ প্ৰক্ৰিয়া গা কৰি উঠিব বুলি বোধ হয়।

**হুঁচৰি পৰিৱেশনৰ নিম্নতম সময়**

এই সন্দৰ্ভত বিশ্লেষিত মতামতে দেখুৱায় যে অধিকাংশ মতদাতাই প্ৰতিযোগিতা আৰু অন্য আনুষ্ঠানিক প্ৰদৰ্শনত হুঁচৰি পৰিৱেশনৰ নিম্নতম সময় ২০ মিনিট বা ততোধিক হ'ব লাগে বুলি মত দিছে।

**পৰ্যালোচনা :**

কিছুমান বিহুতলীত আয়োজিত বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবিলাকত পৰিৱেশনৰ সময় অতি কম ধাৰ্য কৰাটো এক চিন্তনীয় হৈ পৰিছে। নিম্নতম প্ৰয়োজনতকৈ কম সময় ধাৰ্য কৰাটো অনুষ্ঠানবোৰৰ পৰিৱেশন সমুচিত নোহোৱাৰ তথা নাম-নাচ-বাজনা আদি বিকৃত হোৱাৰ এক অন্যতম কাৰণ বুলি দুই-চাৰি চিন্তাশীল ব্যক্তিয়ে ইতিমধ্যে অতি প্ৰণিধানযোগ্য বক্তব্য আগবঢ়োৱাও চকুত পৰিছে। বিহুতলীৰ উদ্যোক্তাসকলে উল্লিখিত মতামতক গুৰুত্ব দিয়া উচিত হ'ব বুলি বোধ হয়। অৱশ্যে হুঁচৰিৰ নিম্নতম সয়ম ৩০ মিনিট কৰিব পাৰিলেহে এই অনুষ্ঠানটিৰ মৰ্যাদাপূৰ্ণ পৰিৱেশন সম্ভৱ বুলি কিছুসংখ্যক মতদাতাই দিয়া মতৰ লগত আমাৰো মত যোগ হয়। এই প্ৰসংগত নিম্নলিখিত বক্তব্য প্ৰণিধানযোগ্য বুলি বোধ হয় :

"মঞ্চৰ বিহুত দহৰ পৰা পোন্ধৰ মিনিটত কোনোবাই প্ৰকৃত বিহু কৰি দেখুৱাব পাৰে জানো? হুঁচৰি পদফাঁকি আধাৰ্থৰাকে গাই সামৰা হয়। কম সময়ৰ ভিতৰত ঢোলৰ ঢেও মাৰি দেখুৱাব লাগে, নাচনী নচুৱাব লাগে, জাত লগাই বিহুনাম গাব লাগে, পেঁপা, বাঁহী, সুতুলি, গগনা আদি বাদ্যবোৰ বজাই শুনাব লাগে। খঁৰা নামো গাব লাগিব। গৃহস্থৰূপী এজনে শৰাই আগবঢ়াই সেৱা ল'ব লাগিব। গৃহস্থক আশীৰ্বাদ দিব লাগিব।" — ডম্বৰু শইকীয়া (প্ৰান্তিক; ১ এপ্ৰিল, ২০০৪ চন)।

## দশম অধ্যায়

# গাভৰু বিহু প্ৰতিযোগিতাৰ প্ৰসংগত

এই অধ্যায়ত মুঠ ১৭ টা উক্তি আৰু চাৰিটা প্ৰশ্নত আহৰিত মতামতৰ বিশ্লেষিত তথ্য আৰু প্ৰয়োজনীয় পৰ্যালোচনা পৰিৱেশন কৰা হৈছে।

### এই বিহুৰ নামকৰণ আৰু অংশগ্ৰহণকাৰীৰ সংখ্যা

আগেয়ে উল্লেখ কৰি অহা হৈছে যে এৰাবাৰী, জুপজুপীয়া হাবিয়নি, বাঁহনি নাইবা জৰী, পিপল, হিন্দল, কেন্দু, বৰ আদি ডাঙৰ গছৰ তলত দিনৰ ভাগত কেবল গাভৰুৱে মৰা বিহুক কেইবাটাও নামেৰে বুজা হৈছিল – গাভৰু বিহু, গছতলৰ বিহু, চেনেহী বিহু আৰু জেং বিহু। বৰ্তমান এই বিহুৰ প্ৰতিযোগিতাৰ নামকৰণ কি হোৱা উচিত, সেই বিষয়ে মতদাতাৰ মতামত আহৰণ কৰা হৈছিল। ইয়াৰ উপৰি এই বিহুৰ প্ৰতিযোগিতাত নিম্নতম কিমান গৰাকী বিহুৱতীয়ে অংশ ল'লেহে অনুষ্ঠানৰ মাধুৰ্য তথা মৰ্যাদা অক্ষুণ্ণ থাকে তাৰ সন্দৰ্ভতো মতামত আহৰণ কৰিবৰ প্ৰয়াস কৰা হৈছিল। পিছে এই দুয়োটা বিষয়ত মতদাতাসকলৰ মতামত ইমান ভিন্ন হ'ল যে বিশ্লেষণে সিদ্ধান্ত ইংগিত নকৰে। গতিকেই ভৱিষ্যতে আলোচনাদিৰ মাধ্যমেৰে সিদ্ধান্ত লোৱা সমুচিত হ'ব।

আমি 'ৰঙালী বিহুৰ নৃত্য গীত'ত এই বিহুৰ আলোচনা 'গাভৰু বিহু'ৰ শিতানত কৰিছিলো বাবে এই পুথিতো সেই শিতানেই ব্যৱহাৰ কৰিছোঁ।

### গাভৰু বিহু প্ৰতিযোগিতা প্ৰসংগত গুৰুত্বপূৰ্ণ দিশ

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১। এই বিহুত কেবল ছোৱালীয়েহে অংশগ্ৰহণ কৰাটো গ্ৰহণযোগ্য। নেপথ্যৰ পৰাও বিহুৱাই বিহুবাদ্য বজোৱা আৰু বিহুনাম গোৱা নিষ্প্ৰয়োজন।

২। প্ৰয়োজন হ'লে এই বিহুৰ প্ৰতিযোগিতা আৰু আনুষ্ঠানিক পৰিৱেশন কণমানি ছোৱালী আৰু গাভৰু ছোৱালীৰ বাবে পৃথকে আয়োজন কৰা উচিত।

৩। টকা, সুতুলি আৰু গগনা এই বিহুৰ গ্ৰহণযোগ্য বিহুবাদ্য।

৪। এই বিহুৰ বিহুনামবোৰৰ সুৰ-লয়, টকা বাদনত গাবৰ বিশেষভাৱে উপযোগী (তাহানি গছ তলত গোৱা সুৰ-লয়ৰ) হ'ব লাগে।

৫। পৰম্পৰাগত আৰু ন-সৃষ্টি উভয় প্ৰকাৰৰ বিহুনাম গ্ৰহণযোগ্য কিন্তু সুৰ-লয়, টকা বাদনত গাবৰ বিশেষভাৱে উপযোগী (তাহানি গছ তলত গোৱা সুৰ-লয়ৰ) হ'ব লাগে।

৬। এই বিহুত জাত লগাই বিহুনাম একোটা গোৱাটোও (টকাৰ তালত) গ্ৰহণযোগ্য।

৭। পৌৰাণিক প্ৰেম-কাহিনীমূলক বিহুনাম (উদাহৰণ স্বৰূপে, সাবিত্ৰী-সত্যবান, শকুন্তলা-দুষ্মন্তৰ কাহিনী বৰ্ণিত) তাহানিৰ এই বিহুৰ এক বিশিষ্ট উপাদান। গতিকে আজিৰ পৰিস্থিতিতো এই বিহুত ইবিলাকৰ পৰিবেশন বাঞ্ছনীয়।

৮। প্ৰয়োজন হ'লে এই বিহুৰ প্ৰতিযোগিতা আৰু অন্য আনুষ্ঠানিক পৰিৱেশন কেৱল বোৱাৰীসকলৰ বাবে পৃথক আয়োজন কৰাটোও অবাঞ্ছনীয় নহয়।

৯। বিহুৱতীৰ গাইপতি টকা থাকিলে এই বিহু পৰিৱেশনত অসুবিধা হয় কাৰণ কেইগৰাকীমানে নাচোঁতে বাকীসকলে টকা বজাব লাগে। গাইপতি নাথাকি সৰহ সংখ্যকে একেলগে বজাব পৰাকৈ টকা থাকিব লাগে।

## খ) প্ৰায় সৰ্বজন অসমৰ্থিত উক্তি

১। এই বিহুত কণমানি ছোৱালী আৰু গাভৰু ছোৱালীয়ে একেলগে অংশ গ্ৰহণ কৰা।

২। গাইপতি টকা থকাটো অপৰিহাৰ্য।

## গ) মতানৈক্য বিদ্যমান উক্তি

১। এই বিহুত কেৱল হাত টকাহে গ্ৰহণযোগ্য। (সমৰ্থন ৫৩ গৰাকী; অসমৰ্থন ২৩ গৰাকী)

২। এই বিহুত মাটি টকা আৰু হাত টকা উভয় প্ৰকাৰৰ টকা গ্ৰহণযোগ্য। (সমৰ্থন ৪৭ গৰাকী; অসমৰ্থন ৩৪ গৰাকী)

৩। এই বিহুত কেৱল মাটি টকাহে গ্ৰহণযোগ্য (সমৰ্থন ২২ গৰাকী; অসমৰ্থন ৪২ গৰাকী)

৪। এই বিহুত টকা, গগনা আৰু সুতুলি বজাওঁতে কেইবাগৰাকীয়ে একেলগে বজোৱাটো বাঞ্ছনীয়। (সমৰ্থন ৫৪ গৰাকী; অসমৰ্থন ৩৬ গৰাকী)

৫। আজিৰ পৰিস্থিতি-পৰিৱেশত এই বিহুৰ প্ৰতিযোগিতা আৰু আনুষ্ঠানিক পৰিৱেশনত গাভৰু ছোৱালী আৰু বোৱাৰীয়ে একেলগে অংশগ্ৰহণ কৰাটো গ্ৰহণযোগ্য। (সমৰ্থন ২১ গৰাকী; অসমৰ্থন ৫৪ গৰাকী)

৬। গাভৰু ছোৱালী আৰু বোৱাৰীয়ে একেলগে অংশগ্ৰহণ কৰাৰ ক্ষেত্ৰত বোৱাৰীয়ে বোৱাৰী সাজ পিন্ধাতকৈ জীয়ৰী (বিহুৱতীৰ) সাজ পিন্ধিলে সকলোৰে সাজ একে হ'ব বাবে সেইটো বাঞ্ছনীয়। (সমৰ্থন ৩৬ গৰাকী; অসমৰ্থন ৩৮ গৰাকী)

৭। টকা বজাই জাত নলগোৱাকৈ কেইফাঁকিও বিহুনাম একেলগে গোৱাৰ অন্তত একেলেথাৰিয়ে কিছুসময় টকা বজোৱাটো এই বিহুৰ এক বিশিষ্ট ৰূপ। (সমৰ্থন ৩৩ গৰাকী; অসমৰ্থন ৫২ গৰাকী)।

**গাভৰু বিহু পৰিৱেশনত মঞ্চত প্ৰৱেশ কৰা ধৰণ**

গাভৰু বিহু পৰিৱেশন কৰোঁতে বিহুৱতীসকলে মঞ্চত প্ৰৱেশ কৰা মুঠ পাঁচটা ধৰণৰ সন্দৰ্ভত মতামত আহৰণ কৰা হৈছিল। বিশ্লেষিত মতামতে ইংগিত দিয়ে যে তাৰ চাৰিটা প্ৰায় সমপৰ্যায়ৰ বাঞ্ছনীয় আৰু বাকীকেইটা অবাঞ্ছনীয়।

**ক) সমপৰ্যায়ৰ বাঞ্ছনীয় ধৰণ**

মঞ্চলৈ আহোঁতে কেইগৰাকীমানে টকা বজাই আৰু কেইগৰাকীমানে নাচি নাচি আৰু আটায়ে বিহুনাম এফাঁকি গাই উচাহ প্ৰকাশেৰে অহা।
অথবা , মঞ্চলৈ আহোঁতে বিহুৱতীহঁতে এটা শাৰী কৰি শৃংখলাবদ্ধভাৱে অহা।
অথবা, জাক পাতি (উচাহ প্ৰকাশেৰে) অহা।

**খ) অবাঞ্ছনীয় ধৰণ**

প্ৰথমতে এগৰাকী বা দুগৰাকীমানে জেং বা গছৰ ডাল এটা আনি মঞ্চৰ এটা চুকত ৰাখি গামোচা এখন মেৰাই আৰু গুৱাপাণ এটা দি সেৱা এটা কৰি হৰিধ্বনি দিয়াৰ পিছত বাকীসকল বিহুৱতীয়ে উপৰিউক্তভাৱে উচাহ প্ৰকাশ কৰি অহা।

**গাভৰু বিহু পৰিৱেশনৰ নিম্নতম সময়**

এই সন্দৰ্ভত বিশ্লেষিত মতামত অনুযায়ী অধিকাংশ মতদাতাই বিহু প্ৰতিযোগিতা আৰু অন্য আনুষ্ঠানিক প্ৰদৰ্শনত এই বিহু পৰিৱেশনৰ নিম্নতম সময় ১৫ মিনিট হ'ব লাগে বুলি মত দিছে।

একাদশ অধ্যায়

# মুকলি বিহু প্রতিযোগিতাৰ প্ৰসংগত

মুকলি বিহু বোলোঁতে বৰ্তমান বিহুতলীবিলাকত অনুষ্ঠিত হৈ থকা কেইগৰাকীমান বিহুৱা আৰু কেইগৰাকীমান বিহুৱতীয়ে একেলগে মৰা বিহু অনুষ্ঠানক বুজোৱা হৈছে, য'ত হুঁচৰি-ঘোষা গোৱা নহয় আৰু গৃহস্থক আশীৰ্বাদ দিয়াৰ পৰ্ব নাথাকে। আশীৰ দশকত যোৰহাট আৰু নগাঁৱত অনুষ্ঠিত ইতিপূৰ্বে উল্লেখ কৰি অহা অভিবৰ্তনত যুগুতোৱা নিয়মাৱলীত এই বিহুৰ সংজ্ঞা এনেদৰে নিৰ্দিষ্ট কৰা হৈছে ঃ "মুকলি বিহু বুলিলে তাহানি অসমীয়া ডেকা-গাভৰুৱে গছ তলত মুকলিমূৰীয়াকৈ ভাব বিনিময় কৰিব পৰাকৈ মৰা বিহুক বুজিব লাগিব। মুকলি বিহু মঞ্চ অথবা মুকলি ঠাইত (অৰ্থাৎ গছৰ তলত) অনুষ্ঠিত কৰিব পাৰিব। উভয় ক্ষেত্ৰতে প্ৰতিটো দলে পৃথকে পৃথকে বিচাৰক তথা দৰ্শকৰ আগত প্ৰদৰ্শন কৰিব লাগিব।"

মুকলি বিহু সম্পৰ্কত মুঠ ৬ টা উক্তি আৰু ৫ টা প্ৰশ্নত আহৰিত মতামতৰ বিশ্লেষিত তথ্য তলত দাঙি ধৰা হ'ল।

**অধিকাংশই সমৰ্থন কৰা উক্তি**

১। মুকলি বিহুৰ বিহুনামবোৰ প্ৰাধানতঃ পিৰীতিমূলক।

২। মুকলি বিহুত পিৰীতিমূলক যোৰানাম পৰিৱেশন কৰাটো গ্ৰহণযোগ্য আৰু বাঞ্ছনীয়।

৩। মুকলি বিহুত বিহুৱাসকলে জাত লগাই পিৰীতিমূলক বিহুনাম একোটা গাই বিহুৱতীহঁতক নচুওৱাটো গ্ৰহণযোগ্য।

**মতানৈক্য বিদ্যমান উক্তি**

১। হাত টকা অথবা মাটি টকা কোনোবা এবিধ টকা হ'লেই হ'ল।
(সমৰ্থন ৫৩ গৰাকী; অসমৰ্থন ২৫ গৰাকী)

২। মুকলি বিহুত কেৱল হাত টকাহে গ্ৰহণযোগ্য।
(সমৰ্থন ৪১ গৰাকী; অসমৰ্থন ৪০ গৰাকী)

৩। মাটি টকা আৰু হাত টকা উভয় প্ৰকাৰৰ টকা বাঞ্ছনীয়।
(সমৰ্থন ২৪ গৰাকী; অসমৰ্থন ৪৪ গৰাকী)

**পৰ্যালোচনা ঃ**

ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে হাত টকা হুঁচৰি, গাভৰু বিহু আৰু ৰাতি বিহুত বহুলভাৱে ব্যৱহাৰ হৈছিল আৰু মাটি টকা কোনো কোনো অঞ্চলৰ ৰাতি বিহু আৰু গাভৰু

বিহুত ব্যৱহাৰ কৰিছিল। সেয়ে এই বিহুত হাত টকা অপৰিহাৰ্য আৰু মাটি টকা অপৰিহাৰ্য নহয়, কিন্তু গ্ৰহণযোগ্য অথবা বাঞ্ছনীয় বুলি গণ্য কৰা সমীচীন হ'ব বুলি বোধ হয়। মনকৰিবলগীয়া যে এই বিহুতো যদি মাটি টকা অগ্ৰহণযোগ্য বা অবাঞ্ছনীয় বুলি গণ্য কৰা হয় তেনেহ'লে মাটি টকাৰ অবলুপ্তি ঘটাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

**মুকলি বিহুত বিহুৱা-বিহুৱতী প্ৰৱেশ কৰা ধৰণ**

মুকলি বিহুত বিহুৱা-বিহুৱতী প্ৰৱেশ কৰা ৫ টা ধৰণ উল্লেখ কৰি ইবিলাকৰ আটাইতকৈ বাঞ্ছনীয় বুলি ভবা ধৰণটোৰ বিপৰীতে ৫ নম্বৰ আৰু বাকীকেইটাত তাতকৈ কম নম্বৰ দি মতামত ব্যক্ত কৰিবলৈ অনুৰোধ কৰা হৈছিল। লগতে কোৱা হৈছিল যে সমানে বাঞ্ছনীয় বুলি ভবা কেইটাত সমান আৰু অগ্ৰহণযোগ্য বুলি গণ্য কৰিলে '০' নম্বৰ দিব। মতামতৰ বিশ্লেষণত পোৱা গ'ল যে প্ৰায় সকলো মতদাতাই নিম্নলিখিত ধৰণ দুটাত আটাইতকৈ সৰহ নম্বৰ দিছে আৰু বাকী কেইটাত নম্বৰ প্ৰায় দিয়াই নাই বুলিব পাৰি। সেয়ে এই দুয়োটা ধৰণকে বাঞ্ছনীয় বুলি গণ্য কৰিব পাৰি -

ক) প্ৰথমে বিহুৱাসকলে উলাহ প্ৰকাশ কৰি মঞ্চত প্ৰৱেশ কৰি পেঁপা বা ঢোলৰ চেও বজোৱা আৰু সেই চেওত বিহুৱতীসকলে নাচি নাচি মঞ্চত প্ৰৱেশ কৰা।

খ) প্ৰথমে বিহুৱাসকলে উলাহ প্ৰকাশ কৰি মঞ্চত প্ৰৱেশ কৰি যোজনা আৰু বিহুনাম গোৱা আৰু সেই বিহুনামত নাচি নাচি বিহুৱতীসকলে মঞ্চত প্ৰৱেশ কৰা।

**মুকলি বিহুত বিহুনামৰ ভাবাৰ্থ আৰু বিহুবাদ্য**

অধিকাংশ মতদাতাই এই পাঁচ প্ৰকাৰ ভাবাৰ্থৰ বিহুনাম মুকলি বিহুত গ্ৰহণযোগ্য বুলি মত দিছে ঃ পিৰীতিমূলক, কৃষ্টিমূলক, প্ৰকৃতিমূলক, প্ৰেম-কাহিনীমূলক, বাদ্যমূলক।

মুকলি বিহুত গ্ৰহণযোগ্য বুলি অধিকাংশ মতদাতাই মত দিয়া বিহুবাদ্য এইকেইটা ঃ ঢোল, তাল, পেঁপা, বাঁহী, গগনা, সুতুলি, টকা।

**মুকলি বিহুত বিহুৱা-বিহুৱতীৰ সংখ্যা**

মুকলি বিহুত কমেও কেইগৰাকী বিহুৱা-বিহুৱতীয়ে অংশ গ্ৰহণ কৰাটো বাঞ্ছনীয় বুলি সোধা প্ৰশ্নত মতামতৰ ভিন্নতা অত্যধিক হ'ল বাবে নিৰ্দিষ্ট সংখ্যা উল্লেখ কৰি বিশ্লেষিত তথ্য আগবঢ়াব পৰা নগ'ল। পিছে মতদাতাসকলৰ মতামতৰ পৰা এইটো দেখা গ'ল যে বিহুৱাতকৈ বিহুৱতী কম হ'ব নালাগে।

**মুকলি বিহু পৰিৱেশনৰ নিম্নতম সময়**

এই সন্দৰ্ভৰ বিশ্লেষিত মতামত নিম্নলিখিতভাৱে পৰিৱেশন কৰিব পাৰি-

৫১ গৰাকীৰ মতে ২০ মিনিট বা ততোধিক

৪২ গৰাকীৰ মতে ২০ মিনিটৰ কম।

দ্বাদশ অধ্যায়

# বিহুৱতী আৰু বিহুৱাৰ সাজপাৰ

বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত বিহুৱা-বিহুৱতীৰ সাজপাৰৰ ক্ষেত্ৰত সত্তৰ-আশীৰ দশকত দেখা দিয়া বেমেজালি আৰু মতানৈক্যবোৰ বৰ্তমান প্ৰায় নোহোৱা হৈছে বুলিবই পাৰি। সেয়ে হ'লেও উদীয়মান প্ৰতিযোগী আৰু তেওঁলোকৰ অভিভাৱকসকলে সাজপাৰ সম্বন্ধীয় কিছুমান সূক্ষ্ম কথাত সুনিৰ্দিষ্ট তথ্য বিচৰা পৰিলক্ষিত হয়। সেয়ে এই বিষয়ত মতদাতাসকলৰ মতামত আহৰণ কৰিবলৈ উক্তি আৰু প্ৰশ্ন প্ৰস্তুত কৰোঁতে উক্ত দুয়োটা দিশ লক্ষ্য কৰা হৈছিল। আহৰিত মতামতৰ বিশ্লেষিত তথ্য আৰু পৰ্যালোচনা প্ৰধানতঃ দুটা ভাগত পৰিৱেশন কৰা হৈছে — বিহুৱতীৰ সাজপাৰ আৰু বিহুৱাৰ সাজপাৰ।

**বিহুৱতীৰ সাজপাৰ**

প্ৰতিযোগিতা আৰু অন্য সমজুৱা পৰিৱেশনৰ ক্ষেত্ৰত বিহুৱতীৰ সাজপাৰ সম্বন্ধীয় মুঠ ২৮ টা উক্তি আৰু দুটা প্ৰশ্নত মতদাতাসকলৰ মত আহৰণ কৰা হৈছিল। মূল উদ্দেশ্য আগত ৰাখি এই বিশ্লেষিত মতামত কিছুপৰিমাণে সম্পাদিত কৰি পৰিৱেশন কৰিবলৈ যত্ন কৰা হৈছে। পৰিৱেশন অযথা জটিল আৰু একঘেয়ামী নহ'বৰ বাবেই এনে কৰা হৈছে।

**বিহুৱতীৰ সাজপাৰৰ বিভিন্ন দিশ**

এই শিতানত বিহুৱতীৰ সাজপাৰৰ বিভিন্ন দিশ সম্বন্ধীয় মুঠ ২০ টা উক্তি সন্নিবিষ্ট হৈছে। ইয়াৰে ১৮ টা প্ৰায় সৰ্বজন সমৰ্থিত আৰু দুটা সৰ্বজন অসমৰ্থিত।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি ঃ**

১। বিহুৱতীৰ ব্লাউজ দীঘল হাতৰ (কিলাকুটিৰ ওচৰত কটা) হোৱাটো বাঞ্ছনীয়।

২। বিহুৱতীৰ ব্লাউজ কিলাকুটিৰ ওচৰত কটা নহ'লেও হয় কিন্তু শালীনতা ৰক্ষা নপৰা (বাউসীৰ জোৰাতে বা তাৰ ভিতৰফালে হাত কটা) হোৱা অনুচিত।

৩। বিহুৱতীয়ে শালীনতা ৰক্ষা নপৰা দকৈ ডিঙি কটা ব্লাউজ পিন্ধাটো অবাঞ্ছনীয়।

৪। বিহুৱতীৰ পোচাক ফুলাম হোৱা বাঞ্ছনীয় কিন্তু কম ফুলৰ হোৱা ভাল। নাচিবলৈ অসুবিধা হোৱাকৈ অত্যধিক ফুলেৰে গধুৰ হোৱা নিষ্প্ৰয়োজন।

৫। বিহুৱতীৰ পোচাকৰ ফুল গুটিফুলৰ হোৱাটো অধিক বাঞ্ছনীয়।

৬। বিহুৱতীৰ পোচাকৰ ফুল গুটিফুলৰ নহৈ অন্য হ'লেও একে কথা।

৭। বিহুৱতীৰ কঁকালত খোচনি মাৰি হাঁচতি এখন লোৱাটো গ্ৰহণযোগ্য। অৱশ্যে অপৰিহাৰ্য নহয়।

৮। বিহুৱতীৰ খোচনিৰ হাঁচতি ৰঙা ৰঙৰ হোৱাহে গ্ৰহণযোগ্য, অন্য ৰং বাঞ্ছনীয় নহয়।

৯। বিহুৱতীয়ে খোচনিৰ হাঁচতিত (যদিহে হাঁচতি লয়) ডবুৱা কটাৰি এখন বান্ধি লোৱাটো গ্ৰহণযোগ্য; অপৰিহাৰ্য নহয়।

১০। বিহুৱতীয়ে কেৱল পৰম্পৰাগত অসমীয়া গহনাহে (পৰম্পৰাগত অসমীয়া গঢ় আৰু চানেকীৰ গহনা) পৰিধান কৰাটো বাঞ্ছনীয়।

১১। বিহুৱতীয়ে ডিঙিত এপদ, কাণত এপদ আৰু হাতত এপদ গহনা পৰিধান কৰিলেই যথেষ্ট।

১২। বিহুৱতীয়ে খোপাত এবিধতকৈ অধিক ফুল গুজি লোৱাটো অশোভনীয়।

১৩। বিহুৱতীয়ে খোপাত কপৌফুল গুজি লোৱাটো অন্য ফুল গুজি লোৱাতকৈ অধিক বাঞ্ছনীয়।

১৪। বিহুৱতীয়ে সাজপাৰ কি পিন্ধিছে সেইটোৰ লগত কিমান ভালকৈ পৰিধান কৰিছে সেইটোও লক্ষণীয়।

১৫। বিহুৱতীয়ে হাতৰ তলুৱা জেতুকাৰ বোলেৰে সুশোভিত কৰাটো বাঞ্ছনীয়। (মুঠ মতদাতা ৫১ গৰাকীহে)

১৬। বিহুৱতীয়ে গগনা এখন খোপাত গুজি লোৱাটো বাঞ্ছনীয় (মুঠ মতদাতা ৫১ গৰাকীহে)

১৭। বিহুৱতীয়ে হাতত গাম খাৰু পিন্ধাটো গ্ৰহণযোগ্য।

১৮। বিহুৱতীয়ে হাতত মুঠি খাৰু পিন্ধাটোও গ্ৰহণযোগ্য।

**খ) প্ৰায় সৰ্বজন অসমৰ্থিত উক্তি**

১। বিহুৱতীয়ে হাতত গাম খাৰু আৰু মুঠি খাৰুৰ পৰিবৰ্তে অন্য খাৰু পিন্ধা।

২। বিহুৱতীয়ে কাগজৰ ফুল আৰু কাগজৰ খাৰু পিন্ধা।

**বিহুৱতীৰ খোপাৰ ফুল**

অধিকাংশ মতদাতাই এই ফুল কেইবিধ বিহুৱতীয়ে খোপাত গুজি লোৱাটো গ্ৰহণযোগ্য বুলিছে : কপৌফুল, তগৰফুল, নাহৰফুল আৰু গেজেংফুল। প্ৰায় সকলো মতদাতাই কপৌফুল গুজি লোৱাটো অধিক বাঞ্ছনীয় বুলি দিয়া মত ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে।

উল্লেখনীয় যে সুমন্ত চলিহাৰ দ্বাৰা সংকলিত 'আধুনিক অসমীয়া শব্দকোষ'ত কপৌফুলকে গেজেংফুল বোলা হৈছে। কোনো কোনোৱে ভাটৌফুলক গেজেংফুল বুলি কয়। আমাৰ ধাৰণা এই যে কোনো এক বিশেষ প্ৰজাতিৰ কপৌফুলক হয়তো গেজেংফুল বুলি কৈছিল। এই সূত্ৰ ধৰি চলোৱা যথোচিত অনুসন্ধানে সেই প্ৰজাতিটো নিৰ্দিষ্টকৈ চিনাক্ত কৰিব পাৰিব বুলি আমি আশাবাদী।

**বিহুৱতীৰ পোচাকযোৰ**

বিহুৱতীয়ে পিন্ধা বা পিন্ধিব পৰা ৮ যোৰ (ধৰণৰ) পোচাক উল্লেখ কৰি মতদাতাসকলক

আটাইতকৈ বাঞ্ছনীয় তথা গ্ৰহণযোগ্য বুলি ভবা যোৰৰ বিপৰীতে ৮ নম্বৰ আৰু কম গ্ৰহণযোগ্যবোৰত তাতকৈ কম নম্বৰ দি মতদাতাৰ মতামত ব্যক্ত কৰিবলৈ অনুৰোধ কৰা হৈছিল। লগতে কোৱা হৈছিল একাধিকযোৰ পোচাক সমপৰ্যায়ৰ গ্ৰহণযোগ্য হ'লে একে নম্বৰ আৰু অগ্ৰহণযোগ্য পোচাকত '০' নম্বৰ দিবলৈ।

মতামত বিশ্লেষণত দেখা গ'ল যে ৬ যোৰ পোচাকুত অধিকাংশ মতদাতাই ৮-ৰ পৰা ৬ নম্বৰ দিছে। অন্য এযোৰ পোচাক 'কপাহী মেখেলা-চাদৰ'ৰত কিছুসংখ্যক মতদাতাই ৬-ৰ পৰা ৮ নম্বৰ আৰু কিছুসংখ্যক মতদাতাই কম নম্বৰ দিছে নাইবা নম্বৰ দিয়া নাই ।বাকীযোৰ পোচাক (পাটৰ মেখেলা-চাদৰৰ সাজ)ত মাত্ৰ কেইগৰাকীমানৰ বাদে বাকীসকল মতদাতাই নম্বৰ নিদিলে; দিয়া কেইগৰাকীয়েও কম নম্বৰ দিছে। সেয়ে এইযোৰ পোচাক প্ৰায় অবাঞ্ছনীয় বুলি গণ্য কৰিব পাৰি বুলি ধৰি লৈ তলত কেৱল বাকী ৭ যোৰ পোচাক বাঞ্ছনীয় তথা গ্ৰহণযোগ্য বুলি বিবেচনা কৰি তলত উল্লেখ কৰা হৈছে। উল্লেখযোগ্য যে সমূহ মতদাতাৰ মতামতৰ ভিত্তিত এনেকৈ ক'ব পাৰি যে নিম্নলিখিত ৭ যোৰ পোচাকৰ প্ৰথম ৬ যোৰ অৰ্থাৎ 'ক'ৰ পৰা 'চ' পোচাক কেইযোৰ প্ৰায় সমপৰ্যায়ৰ বাঞ্ছনীয় (গড় নম্বৰ অনুযায়ী) আৰু বাকী 'ছ' নং পোচাকযোৰ কিছুসংখকৰ মতে সমপৰ্যায়ৰ আৰু কিছুসংখকৰ মতে তুলনামূলকভাৱে কম বাঞ্ছনীয়।

ক) মুগাৰ মেখেলা আৰু কেঁচ বচা ৰিহাৰ লগত ৰঙা ৰঙৰ কপাহী ব্লাউজ।
খ) মুগাৰ মেখেলা-চাদৰ-কেঁচবচা ৰিহাৰ লগত ৰঙা ৰঙৰ কপাহী ব্লাউজ।
গ) মুগাৰ মেখেলা-চাদৰৰ লগত মুগাৰ ব্লাউজ।
ঘ) মুগাৰ মেখেলা-চাদৰ-কেঁচবচা ৰিহাৰ লগত মুগাৰ ব্লাউজ।
ঙ) মুগাৰ মেখেলা আৰু কেঁচবচা ৰিহাৰ লগত মুগাৰ ব্লাউজ।
চ) মুগাৰ মেখেলা-চাদৰৰ লগত ৰঙা ৰঙৰ কপাহী ব্লাউজ।
ছ) কপাহী মেখেলা-চাদৰৰ সাজ।

## বিহুৱাৰ সাজপাৰ

বিহুৱাৰ সাজপাৰৰ সন্দৰ্ভত ৮ টা উক্তি আৰু এটা প্ৰশ্নত মতদাতাসকলৰ মতামত আহৰণ কৰা হৈছিল। এটা উক্তিৰ বাদে মতদাতাসকলৰ মতানৈক্য নাই বুলিব পাৰি আৰু বিশেষ পৰ্যালোচনা সংযোজনৰো প্ৰয়োজন উপলব্ধি নহ'ল। তলত মতামতৰ বিশ্লেষিত তথ্য দাঙি ধৰা হৈছে।

**ক) প্ৰায় সৰ্বজন সমৰ্থিত উক্তি**

১) বগা কপাহী চুৰীয়া, মূৰত ৰঙা ফুলৰ গামোচা, কঁকালত ৰঙা সূতাৰ ফুলাম টঙালি, দুহাতৰ মণিবন্ধৰ ওচৰত ফুলাম হাঁচতি আৰু গাত কিলাকুটিৰ ওচৰলৈ হাত থকা কুৰুতা বা কুৰ্তা (মূৰেদি সুমুৱাই পিন্ধা কলাৰ নথকা চোলা) বিহুৱাৰ গ্ৰহণযোগ্য পোচাক।

২) বিহুৱাই ডিঙিত হাঁচতি এখন বান্ধি লোৱাটো গ্ৰহণীয় কিন্তু নাবান্ধিলেও পোচাকৰ মানদণ্ড হ্ৰাস নহয়।

৩) বিহুৱাই কঁকালত ৰঙা সূতাৰ টঙালিৰ সলনি ৰঙা ফুলৰ গামোচা বন্ধাটোও গ্ৰহণীয় কিন্তু তুলনামূলকভাৱে কম শোভনীয়।

৪) বিহুৱাই চুৰীয়াৰ এটা আগ পোন্ধ মাৰি আনটো আগ কিছু পৰিমাণে চুটিকৈ থোৰ মাৰিব লাগে যাতে নাচিবলৈ অসুবিধা নহয়। অন্য অৰ্থত বিহুৱাৰ চুৰীয়াৰ থোৰ মাটিত চুঁচৰি থাকিব নালাগে।

৫) বিহুৱাই অৱশ্যে অতি চুটিকৈ (আঁঠুৰ মূৰত) চুৰীয়া পিন্ধাও নিষ্প্ৰয়োজন।

৬) হুঁচৰি দলত এজনে বয়োজ্যেষ্ঠ হিচাবে আনবোৰতকৈ ভিন্ন সাজ পোচাক অৰ্থাৎ চুৰীয়া, দীঘল হাতৰ (বগা কপাহী, মুখা অথবা পাটৰ) কুৰুতা, মূৰত বগা ৰঙৰ কাপোৰৰ পাগুৰি পৰিধান কৰা সমীচীন।

খ) প্ৰায় সৰ্বজন অসমৰ্থিত উক্তি

১) বিহুৱাই টঙালি এখন গাত চাটি মাৰি লোৱাটো গ্ৰহণযোগ্য আৰু শোভনীয়।

গ) মতানৈক্য বিদ্যমান উক্তি

১) বিহুৱাই ডিঙিত হাঁচতি এখন বান্ধি লোৱাটো গ্ৰহণযোগ্য আৰু ই পোচাকৰ জেউতি চৰায়।

## বিহুৱাৰ চোলা

বৰ্তমান বিভিন্ন বিহুদলৰ বিহুৱাৰ সাজ-পোচাকত সচৰাচৰ দেখা পোৱা ৬ বিধ চোলা উল্লেখ কৰি মতদাতাসকলক আটাইতকৈ গ্ৰহণযোগ্য তথা বাঞ্ছনীয় চোলা বিধৰ বিপৰীতে ৬ আৰু কম বাঞ্ছনীয়বোৰত তাতকৈ কম নম্বৰ দি মতামত ব্যক্ত কৰিবলৈ, সমপৰ্যায়ৰ বাঞ্ছনীয়বোৰত একে নম্বৰ আৰু অগ্ৰহণযোগ্য বুলি গণ্য কৰিলে ০ নম্বৰ দিবলৈ অনুৰোধ কৰা হৈছিল।

মতদাতাসকলে দুযোৰ পোচাকৰ বাদে বাকী ৪ যোৰত ৬ ৰ পৰা ৪ নম্বৰ দিলে। ভালেসংখ্যকে আকৌ ইয়াৰে দুই-তিনিবিধত একে নম্বৰ দিলে। সেয়ে বিশ্লেষণত দেখা গ'ল যে সেই ৪ যোৰাই প্ৰায় সমান নম্বৰ পাইছে। সেয়ে এই ৪ বিধক বাঞ্ছনীয় আৰু বাকী দুবিধক অবাঞ্ছনীয় বুলি সদ্যহতে সিদ্ধান্ত ল'ব পাৰি।

ক) প্ৰায় সকলো মতদাতাই বাঞ্ছনীয় বুলি মত দিয়া চোলা কেইবিধ

১। মুগাৰ উকা কুৰুতা।

২। হাত আৰু ডিঙিত ৰঙা পাৰি থকা মুগাৰ কুৰুতা।

৩। হাত আৰু ডিঙিত ৰঙা গুটি ফুলৰ পাৰি থকা মুগাৰ কুৰুতা।

৪। আগফাল মুগাৰ আৰু পাছফাল ক'লা কপাহী কুৰুতা।

খ) প্ৰায় সকলো মতদাতাই অবাঞ্ছনীয় বুলি মত দিয়া চোলা কেইবিধ

১। হাত আৰু ডিঙি অংশত ৰঙা ফুলাম পাৰি থকা বগা কপাহী কুৰুতা।

২। কিলাকুটিৰ ওচৰলৈ হাত থকা কুৰুতা, আৰু তাৰ ওপৰত খঁৰা, হাত নথকা কুৰ্তা।

**পৰ্যালোচনা ঃ**

**১) বিহুৱতীৰ খোপাত কপৌফুল**

প্ৰায় সকলো মতদাতাই বিহুৱতীয়ে খোপাত কপৌফুল গুজি লোৱাটো অধিক বাঞ্ছনীয় বুলি দিয়া মত বিশেষ গুৰুত্বপূৰ্ণ বুলি বোধ হয়। বিহুত তথা অসমীয়া জনজীৱনত কপৌফুলৰ বিশেষ স্থান আৰু সমাদৰ আছিল। অতি দুখৰ বিষয় যে ইমান ধুনীয়া, অতুলনীয় কপৌফুল আজি এলাগী। এনে এটা অৱস্থা পাইছেগৈ যে প্ৰকৃতিয়ে দিয়া এই অমূল্য সম্পদ আনকি দেখা পাবলৈকে নোহোৱা হৈছে। নৱ-প্ৰজন্মৰ বহুতেই কিজানি কপৌফুল দেখা নাই। কিমাচৰ্যম‍ৎ ঘৰ একোখনত কপৌফুল এজোপা অতি কম আয়াসতে ফুলাব পাৰি। আমাৰ ৰাজ্যৰ দৰে প্ৰাকৃতিক পৰিৱেশতহে কম আয়াসতে কপৌফুল ফুলে। সমগ্ৰ বিশ্বক চমক খুৱাব পৰাকৈ মোহনীয় এই 'অৰ্কিড'ৰ অদ্যাপি কোনো বজাৰৰ সৃষ্টি নোহোৱাটো আশ্চৰ্যজনক। আজি ঘৰে ঘৰে বিদেশী ফুলৰ সমাদৰ, যিবিলাকে কপৌফুলৰ লগত ভালেকেইটি দিশত ফেৰ মাৰিব নোৱাৰে। তথাপি ই এলাগী হৈছে। বিদেশী ফুলবোৰৰ ওপৰত অসমত যিমানখিনি গৱেষণা, আলোচনা-বিলোচনা, সম্প্ৰসাৰণ প্ৰচেষ্টা চলিছে, কপৌফুলকে আদি কৰি ঘৰুৱা অন্যান্য ফুলৰ ওপৰত তেনে চেষ্টা কিমান চলিছে ? 'আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হ'ম; সকলো আছিল সকলো আছে নুগুনো নলওঁ গম।'

নিজৰ ঘৰতে অতুলনীয় সম্পদ এটোটাই আদৰ নাপালে বাহিৰত তাৰ আদৰ বঢ়োৱাটো কঠিন হয়। আজি যদি অসমীয়া মানুহৰ প্ৰত্যেকৰ বাৰীত বিহুৰ বতৰত একোজোপাকৈও কপৌফুল ফুলিলহেঁতেন, অন্য ফুলৰ সলনি বিহুৰ বতৰত কপৌফুলেৰে ড্ৰইং ৰুম সজালেহেঁতেন, তেতিয়া কপৌফুল ৰাজ্যৰ বাহিৰতো জনপ্ৰিয় হোৱাৰ সহায়ক নহ'লহেঁতেননে? নগৰীয়া ৰাইজৰ বাবে কপৌফুলৰ এখন বজাৰৰ সৃষ্টি নহ'লহেঁতেন নে? সেই বজাৰ দিনকদিনে ৰাজ্য তথা দেশৰ বাহিৰলৈ সম্প্ৰসাৰিত নহ'লহেঁতেননে? গৱেষণাৰ জৰিয়তে বসন্ত ঋতুৰ বাদেও অন্য ঋতুতো কপৌফুল ফুলাব পৰা প্ৰযুক্তি কৌশল উদ্ভাৱন কৰিব পৰা হ'লেতো কপৌফুলেই ৰাজ্যখনৰ অৰ্থনীতিত এক অতি সবল অৱদান দিব পাৰিলেহেঁতেন বুলি আশা কৰিব পাৰি।

এনে পৰিস্থিতিত যদি আমি বিহু চৰ্চা কৰাসকলে কপৌফুলক আদৰিবলৈ কিঞ্চিৎমানো যত্ন নকৰোঁ, তেনেহ'লে কোনে কৰিব? বিহুৱা, বিহুৱতী, বিহুতলীৰ বিচাৰক, উদ্যোক্তা আৰু বিহু সংস্কৃতিৰ লেখক আদিৰ বাৰীতেই যদি বিহুৰ বতৰত কপৌফুল এজোপা নুফুলে বা ড্ৰইং ৰুমত কপৌফুলে শোভা নাপাই, পাব ক'ত?

সেয়েহে ভৱিষ্যতে বিহু প্ৰতিযোগিতাৰ নিয়মাৱলী প্ৰস্তুতৰ কৰ্মশালা হ'লে বিহুৱতীয়ে

খোপাত কপৌফুল গুজি ল'লে অন্য ফুল গুজি লোৱাতকৈ অলপ হ'লেও বেছি নম্বৰ পোৱাৰ দফা সন্নিবিষ্ট কৰিব লাগে বুলি ভাবোঁ।

**২। বিহুৱতীৰ খোপাত কাকৈ**

এই অধ্যয়নৰ এগৰাকী মতদাতা দীপা দাস হাজৰিকাই তলৰ কথাখিনি লিখি পঠিয়াইছে: "বিহুৱতীৰ সাজপাৰৰ ক্ষেত্ৰত প্ৰায়খিনি বস্তুৰেই উল্লেখ আছে। কিন্তু (কাকৈ) ফণি (ম'হৰ শিঙৰ) ফণিৰ উল্লেখ নাপালো। ফণি উৎসৱৰ সময়ত ডেকাই গাভৰুক দিয়াৰ কথা উল্লেখ আছে ড° মহেশ্বৰ নেওগদেৱৰ 'অসমীয়া গীতি-সাহিত্য'ত।"

এই বিষয়ৰ প্ৰশ্ন বা উক্তি এটি প্ৰশ্নাৱলীত সন্নিবিষ্ট হোৱা হ'লে হয়তো ভাল আছিল। সেয়ে ভালেসংখ্যক বিজ্ঞ ব্যক্তিৰ মতামত পালে পিছৰ সংস্কৰণবোৰত যোগ দিব পৰা হ'ব।

**৩। বৰ্তমান বিহুতলীত দেখা পোৱা বিহুৱা-বিহুৱতীৰ সাজপাৰ ৰাজহুৱা প্ৰদৰ্শনৰ বাবে নিৰ্বাচিত কৰি লোৱাহে**

আজিৰ বিহুতলীবোৰত সচৰাচৰ দেখা পোৱা বিহুৱা-বিহুৱতীৰ সাজপাৰ মঞ্চত তথা ৰাজহুৱাভাৱে বিহু অনুষ্ঠানাদি পৰিৱেশনৰ বাবে অসমীয়া সংস্কৃতিৰ সম্পদ, ঐতিহ্য আদিত গুৰুত্ব দি নিৰ্বাচিত কৰি লোৱা সাজপাৰহে। দুই এঠাইত হুঁচৰি গোৱা ৰাইজে বিশেষ ধৰণৰ চোলা পিন্ধাৰ তথ্য দুই এক প্ৰবন্ধত প্ৰকাশ পাইছে যদিও প্ৰায়বোৰ গাঁৱত হুঁচৰি গোৱাৰ বাবে বিশেষ চোলা পিন্ধা প্ৰথাৰ প্ৰচলন নাছিল। অলপতে অসমীয়া লোকসংস্কৃতি চৰ্চা কৰা অভিজ্ঞ ব্যক্তি গোলাঘাটৰ ড° পদ্মেশ্বৰ গগৈদেৱৰ লগত এই বিষয়ে কথা হওঁতে ক'লে যে বৰেণ্য শিল্পী প্ৰদীপ চলিহাদেৱে ১৯৫০ চনত তিতাবৰত অনুষ্ঠিত হোৱা এক সৰ্বভাৰতীয় সন্মিলনত বিহুৱা, বিহুৱতীক মুগাৰ সাজ-পোচাক আৰু অসমীয়া গহনা পিন্ধোৱাই বিহু প্ৰদৰ্শন কৰোৱাইছিল। এনে সাজ-পোচাকেৰে পৰম্পৰাগতভাৱে বিহু মৰা নাছিল; সেয়া চলিহাদেৱে মঞ্চত বিহু প্ৰদৰ্শনৰ বাবে যুগুতাই উলিওৱা সাজপাৰহে আছিল। তাৰপিছৰ বছৰবোৰত গোলাঘাট অঞ্চলৰ দুই-এক গাঁৱৰ হুঁচৰি দলৰ বিহুৱাক সচৰাচৰ সেইযোৰ আৰু সেইযোৰৰ আৰ্হিৰ পোচাক পিন্ধা দেখা গৈছিল।

এইখিনিতে প্ৰশ্ন হয় যে বৰ্তমান কালত গৃহস্থৰ চোতালত হুঁচৰি মৰাৰ ক্ষেত্ৰত কেনে সাজ-পোচাক পৰিধান কৰা উচিত। চুৰীয়াখন পিন্ধাটো উচিত বুলি ইতিমধ্যে প্ৰবন্ধ-পাতিত প্ৰকাশ পাইছে। পিছে চোলা আদিৰ ক্ষেত্ৰত মতামত প্ৰকাশ পোৱা চকুত পৰা নাই। নামঘৰ-গোসাঁইঘৰ আদিলৈও ভালেমান লোকে চুৰীয়াৰ লগত সাধাৰণতে প্ৰচলিত চোলা পিন্ধি গামোচা বা খনীয়া কাপোৰ লৈ যায়। গৃহস্থৰ চোতালত হুঁচৰিও এনে চোলা পিন্ধিয়েই মৰাটো অবাঞ্ছনীয় বুলি কোৱাটো বাস্তৱসন্মত নহ'ব চাগে। সেইদৰে টঙালি নহ'লেও চলি যাব লাগে, কাৰণ ভালেমান ঠাইত টঙালিখন পৰম্পৰাগতভাৱে বোৱা নহৈছিল। গামোচাখন কঁকালত বান্ধি হুঁচৰি মৰা উচিত নহয় নেকি?

**৪। সাজপাৰৰ কিছুমান কথা অতি নিৰ্দিষ্ট কৰিবৰ প্ৰয়াস কৰা নাই**

কেইগৰাকীমান মতদাতাই সাজপাৰ সম্বন্ধীয় কিছুমান অতি নিৰ্দিষ্ট প্ৰশ্ন,তথ্য, বক্তব্য আমালৈ লিখি পঠিয়াইছে। চাবলৈ গ'লে সাজপাৰৰ বহুত কথা নিৰ্দিষ্ট কৰিব পাৰি বা তেনে বিষয়ৰ আলোচনা কৰা প্ৰয়োজন আছে। উদাহৰণ হিচাপে বিহুৱাৰ চোলা বুটাম খুউৱা হ'বই লাগিব বা নেলাগিব; অথবা জৰীৰে বন্ধা হ'বই লাগিব। বিহুৱাই মুগাৰ চুৰীয়াহে পিন্ধিব লাগিব বা কপাহী চুৰীয়াহে পিন্ধিব লাগিব। বিহুৱতীয়ে অসমীয়া চানেকীৰ এই কেইপদ গহনাহে অমুক অমুক অংগত পিন্ধিব লাগিব। ওঁঠত ৰহমথুৰি লগোৱা অধিক বাঞ্ছনীয় নেকি? কপালত সেন্দুৰ ফোট ল'বই লাগিব, অন্য ফোট নচলিব নেকি? ইত্যাদি ইত্যাদি।

দুগৰাকী মতদাতাই বিহুৱা বিহুৱতীৰ পোচাক সৰ্বত্ৰ একে হোৱাকৈ নিয়ম বন্ধাৰ কথা কৈছে।

সেয়ে উনুকিয়াই থওঁ যে আমি এই অধ্যয়নত সাজপাৰৰ বিভিন্ন দিশৰ ভালেমান কথা অতিকৈ নিৰ্দিষ্ট কৰিবৰ প্ৰয়াস কৰা নাই এই বাবেই যে তেনে কৰাটো এনে এটি অধ্যয়নৰ দ্বাৰা কঠিন। সংস্কৃতিপ্ৰেমী ৰাইজে এনে কথাবোৰ অতি নিৰ্দিষ্ট কৰাটো প্ৰয়োজন বুলি যদি ভাবে তেনেহ'লে পুংখানুপুংখ আলোচনা -বিশ্লেষণ আৰু বহুলভিত্তিক কৰ্মশালাৰ যোগেদি কৰাটোহে বাস্তৱসন্মত হ'ব বুলি মনে ধৰে। সেইটো নোহোৱালৈকে বিচাৰ বিবেচনা কৰোঁতে নিৰ্দিষ্ট নোহোৱা কথাবিলাক স্বজ্ঞান আৰু সু-বিশ্লেষণেৰে এৰা-ধৰা মনোভাবেৰে গ্ৰহণ কৰাৰ বাদে গত্যন্তৰ আছে জানো? মূল কথা বিহুৱা বিহুৱতীৰ সাজপাৰ অসমীয়া সংস্কৃতিৰ ঐতিহ্য-পৰম্পৰাৰ পৰা কোনো ক্ষেত্ৰতেই আঁতৰি যাব নালাগে; যোৱাটো নিশ্চয় কাৰো কাম্য হ'ব নোৱাৰে। সেয়ে বিহুৱা, বিহুৱতী, বিচাৰক, লেখক তথা সমূহ অসমীয়া ৰাইজে এই বিষয়ত চকু ৰাখিব লাগিব। অন্যথাই ভাওনাৰ পোচাকে অসমীয়া ধৰণ সলোৱাদি বিহুৰ পোচাকেও কিছু কথাত একে বাটকে নুবুলিব বুলি চকু মুদি থাকিব নোৱাৰি নিশ্চয়।

আকৌ কওঁ যে সদৌ অসমভিত্তিক নিয়মাৱলী এখন প্ৰস্তুত কৰোঁতে সাজ-পোচাকৰ একো একোটি উপাদান পৰিধানত যিমানখিনি সম্ভৱ বিকল্পৰ উল্লেখ থাকিলেহে সুবিধাজনক হ'ব কিজানি। আশীৰ দশকত যোৰহাট-নগাঁৱত হোৱা কৰ্মশালাত প্ৰস্তুত সাজপাৰৰ কথাবিলাক সুনিৰ্দিষ্ট অথচ পৰাপক্ষত বিকল্প উল্লেখ কৰা হৈছে। অন্যথাই দুগৰাকী মতদাতাই বিশেষ বক্তব্য হিচাপে লিখি পঠোৱাৰ দৰে বিহুৱা-বিহুৱতীৰ ইউনিফৰ্মেই নিৰ্দিষ্ট কৰিব লাগিব।' পিছে এইটো কৰা উচিত হ'বনে? এনে কৰাৰ প্ৰয়োজন কিমান? ইত্যাদি প্ৰশ্নৰ সমিধান বিচাৰিব লাগিব গভীৰ আৰু দূৰদৰ্শী বিশ্লেষণেৰে।

**৫। টঙালি পৰিধান**

এগৰাকী মতদাতা দীনেশ গগৈ ডাঙৰীয়াই প্ৰশ্নাৱলীত এনেকৈ লিখি পঠিয়াইছে — 'টঙালি বুলি সকলোৱে আজিকালি ব্যৱহাৰ কৰা ৰঙালিখন যথাস্থানত পৰিধান কৰক।" অলপতে ড° পদ্মেশ্বৰ গগৈদেৱৰ লগত কথা হওঁতেও প্ৰসংগক্ৰমে এই কথাই ক'লে।

ইয়াৰ উপৰি ইতিমধ্যে এই কথাটো দুই-এক প্ৰবন্ধত পঢ়াও মনত আছে।

আমি অৱশ্যে এই বিষয়ে অদ্যাপি বিশেষভাৱে অধ্যয়ন কৰা নাই। অৰ্থাৎ টঙালিখন বিহু অনুষ্ঠানলৈ কেনেকৈ আহিল? কোন কোন অঞ্চলত টঙালিখন পৰম্পৰাগত হুঁচৰি বা হুঁচৰি-বিহুত প্ৰচলিত আছিল? সেইবোৰ কথাৰ অনুসন্ধান আমি বৰ্তমানলৈকে চলোৱা নাই আৰু ইবিলাক তথ্য থকা প্ৰবন্ধ-পাতি হাতত পৰা নাই। পিছে পৰম্পৰাৰ দৃষ্টিকোণৰ পৰা নাচাই সাধাৰণভাৱে চালেও টঙালিখন যে কঁকালত বান্ধে, ৰঙালিতকৈ টঙালিখন চুটি, কঁকালত বান্ধিলে মাটিত চুঁচৰিব নেলাগে আৰু ৰঙালিখন দীঘল, ডিঙিত আঁৰি লয় আৰু এনেকৈ আঁৰি লৈ বিহু মাৰিবলৈ অসুবিধা সেই কথা অনায়াসে বোধগম্য হয়।

প্ৰসংগক্ৰমে ভৱিষ্যতে আলোচনা হ'ব লগা দুটামান প্ৰশ্ন উত্থাপন কৰি থওঁ বুলিছোঁ -- পৰম্পৰাগতভাৱে হুঁচৰি মাৰোঁতে গামোচাখন কঁকালত মাৰিছিল নে নাই? মূৰত গামোচা বন্ধাটো অবাঞ্ছনীয় নেকি? কঁকালত গামোচা মৰাটো অগ্ৰহণযোগ্য নেকি? যদি অগ্ৰহণযোগ্য কিয় অগ্ৰহণযোগ্য? দুই-এগৰাকী লেখকে এনে বিষয়ত দিয়া মতামত আৰু দুই-এক যুক্তি পঢ়াৰ কথা মনত আছে; পিছে সিখিনি যথাপৰিমাণৰ নহয় যেন লাগে; সভাই সমিতিয়ে আৰু ব্যক্তিগত আলোচনাত দুই-একৰ ভিন্ন মত শুনিছোঁ। সেয়ে বিষয়টোত অধিক চিন্তা-চৰ্চা প্ৰয়োজনীয় বুলি অনুভৱ হয়।

৬। মুগা বনাম কপাহী সাজ

সমূহীয়া মতামতৰ বিশ্লেষণত মুগাৰ পোচাক অধিক বাঞ্ছনীয় বুলি তথ্য পোৱা হৈছে যদিও দুগৰাকী মতদাতাই বিহুৱা-বিহুৱতীৰ পোচাক হিচাপে কপাহী মেখেলা-চাদৰৰ প্ৰচলন হ'লে ভাল বুলি লিখি পঠিয়াইছে। অন্য এগৰাকীয়ে পোচাক মুগাৰ হোৱাটোহে ভাল বুলি যুক্তি দিছে। এগৰাকী মতদাতাই মুগাৰ সলনি মুগা ৰঙৰ হোৱা ভাল বুলি লিখিছে। এনে হ'লে অৰ্থনৈতিকভাবে দুৰ্বল শ্ৰেণীৰ পৰিয়ালৰ ল'ৰা-ছোৱালীৰ বাবে বিহুতলীৰ প্ৰতিযোগিতাদিত অংশগ্ৰহণ সুবিধাজনক হ'ব বুলি লিখিছে।

মনকৰিবলগীয়া যে বিহুৱতীৰ সাজপাৰ হিচাপে কপাহী কাপোৰৰ সাজপাৰৰ প্ৰচলন কৰিবলৈ হ'লে এনে সাজ বাধ্যতামূলক কৰিলেহে সি কাৰ্যকৰী হ'ব বুলি আশা কৰিব পাৰি। এনে সাজ আৰু মুগাৰ সাজ উভয়েই গ্ৰহণযোগ্য বুলি নিয়ম বান্ধিলে ক'ৰবাত কাচিৎহে কোনোবা বিহুৱতীয়ে কপাহী মেখেলা চাদৰ পিন্ধি প্ৰতিযোগিতা আৰু অন্য ৰাজহুৱা প্ৰদৰ্শনত নাচিব বুলি ভাব হয়। আনকি আনতকৈ কম ফুল পিন্ধিলে কম শুৱনি বা আকৰ্ষণীয় দেখিব বুলিও বহুতো বিহুৱতীয়ে ভাবে যেন লাগে। আনকি প্ৰতিযোগিতাতো প্ৰায়বোৰ বিহুৱতীৰে কম ফুলৰ সাজ পিন্ধাতকৈ যিমান পাৰি অধিক ফুলাম সাজ পিন্ধাৰ প্ৰৱণতা থাকে বুলি ধাৰণা হয়। কোনোৱে কম ফুলাম সাজ পিন্ধিলে কম আকৰ্ষণীয় হ'ব আৰু তাৰফলস্বৰূপে কম নম্বৰ পাব পাৰে বুলি হোৱা ভাবৰ দ্বাৰা পৰিচালিত বুলিও ধাৰণা জাগে। এনে ভাবাৱেগৰ তাড়নাতে এগৰাকী মতদাতাই (পুৰস্কাৰপ্ৰাপ্ত বিহুৱতীয়ে) বিহুৱা-বিহুৱতীৰ সাজপাৰ সকলোৰে একেবাৰে একে কৰিব লাগে বুলি লিখিছে।

অন্যহাতে মুগাৰ সাজ অগ্ৰহণযোগ্য বুলি কোৱা উচিত হ'বনে? এইটো এটা ডাঙৰ আৰু জটিল প্ৰশ্ন।

**পৰ্যালোচনা ঃ**

**৭। বিহুৱতীৰ খোঁচনিত হাঁচতি**

এগৰাকী মতদাতাই বিহুৱতীৰ খোঁচনিত হাঁচতিৰ সন্দৰ্ভত বিশেষ বক্তব্য হিচাপে লিখি পঠিওৱা তলৰ কথাখিনি উল্লেখনীয় -

"হাঁচতিখনত তামোল আৰু ডবুৱা কটাৰি ৰাখে যদি ভাল কথা, কিন্তু বিচাৰকক আভুৱা ভাৰিবলৈ হাঁচতিত শিলগুটি এটা বান্ধি কাম চলিবলৈ দিয়া উচিত নহয়। আচলতে হাঁচতি নাথাকিলেও নম্বৰ কটা নহয়। হাঁচতিৰ বৰণ ব্লাউজৰ ৰঙৰ সৈতে একে হ'লে ভাল; নতুবা মুগা হাঁচতি গ্ৰহণযোগ্য বুলি ভাবোঁ। — মাধব শৰ্মা।

**ত্ৰয়োদশ অধ্যায়**

# বিচাৰক নিৰ্বাচন, নিৰপেক্ষ বিচাৰ প্ৰতিযোগিতাত লক্ষণীয় দিশ ইত্যাদি

এই অধ্যায়ত প্ৰধানতঃ চাৰিটা বিষয় সন্নিবিষ্ট হৈছে ঃ

- ✦ বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাৰ বিচাৰক নিৰ্বাচন।
- ✦ নিৰপেক্ষ বিচাৰ।
- ✦ বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত লক্ষণীয় দিশ।
- ✦ প্ৰতিযোগিতাৰ প্ৰয়োজনীয়তা।

কেনে ব্যক্তিক বিহুতলীত বিচাৰক নিৰ্বাচিত কৰা উচিত সেই লৈ এক নিৰ্দিষ্ট প্ৰশ্ন উত্থাপন কৰা হৈছিল। তাৰোপৰি নিৰপেক্ষ বিচাৰ বিষয়ত মতদাতাসকলৰ পৰা নিজস্ব চিন্তা-ধাৰণা সংগ্ৰহ কৰাৰ প্ৰয়াস কৰা হৈছিল। বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত লক্ষণীয় দিশ সন্দৰ্ভত দুখন প্ৰস্তুত তালিকাত মতামত আহৰণ কৰা হৈছিল। এই অধ্যায়ত এনে আহৰিত তথ্যৰ পৰিবেশনৰ উপৰি প্ৰতিযোগিতাৰ প্ৰয়োজনীয়তাৰ বিষয়টো প্ৰাসংগিকভাবে আলোচনা কৰা হৈছে।

## বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত বিচাৰক

**বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবোৰৰ বিচাৰক নিৰ্বাচন সম্বন্ধীয় তলত উল্লিখিত উক্তিটি প্ৰায় সকলো মতদাতাই সমৰ্থন কৰিছে ঃ**

**বিহুতলী একোখনত বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবোৰৰ বিচাৰক হিচাবে নিম্নলিখিত তিনিও শ্ৰেণীৰ ব্যক্তিয়ে বিশিষ্ট বৰঙণি আগবঢ়াব পাৰে বাবে তিনিও শ্ৰেণীৰ সমাবেশ বাঞ্ছনীয়।**

**ক) অভিজ্ঞ/উচ্চ পৰ্যায়ৰ প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী।**

**খ) অভিজ্ঞ /উচ্চ পৰ্যায়ৰ প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত বা অংশগ্ৰহণকাৰী বিহুৱা।**

**গ) বিহু সংস্কৃতিৰ অধ্যয়নশীল ব্যক্তি।**

**পৰ্যালোচনা ঃ**

**কেইগৰাকীমান মতদাতাই এই সন্দৰ্ভত লিখি পঠোৱা এটা বিশেষ বক্তব্য এই যে বিহুতলীৰ বিচাৰকে নাচিব-গাব পাৰিবই লাগিব।**

**গাব-নাচিব জানিবই লাগিব বোলা কথাষাৰ পিছে সিমান নিৰ্দিষ্ট নহয়। কাৰণ প্ৰশ্ন হয়**

এই যে কিমান ভালকৈ নাচিব-গাব পাৰিব লাগিব? এফালৰ পৰা চাবলৈ গ'লে এই মতৰ মতে উপৰিউক্ত 'ক' আৰু 'খ' শ্ৰেণীহে যোগ্য। সেয়ে প্ৰশ্ন হয় যে এই মতৰ দ্বাৰা বিহুনাচ, বিহুনাম, বিহুবাদ্যৰ যথাপৰিমাণৰ জ্ঞান থকা, কিন্তু বিহু-শিল্পী নোহোৱা 'গ' শ্ৰেণীৰ ব্যক্তি এগৰাকীক প্ৰকাৰন্তৰে বিচাৰক হিচাপে যোগ্য নহয় বুলি কোৱা হৈছে নেকি?

অন্য দুগৰাকীমান মতদাতাৰ মত এনে যে বিচাৰকৰ বিহুনাম আৰু অসমীয়া লোকগীত-মাতবোৰৰ তাল, মান, লয়ৰ জ্ঞান থাকিব লাগিব, বিহুবাদ্যকেইটি চিনি পাব লাগিব আৰু সিবিলাকৰ চেও-চাপৰ আদি বুজি আৰু চিনি পাব লাগিব। বিহু অনুষ্ঠানবোৰৰ বিহুনাম চিনি পাব লাগিব। এনে মত তুলনামূলকভাৱে নিৰ্দিষ্ট আৰু প্ৰণিধানযোগ্য বুলি বোধ হয়।

প্ৰসংগক্ৰমে উল্লেখনীয় যে আশীৰ দশকত আমি ভালেসংখ্যক অভিজ্ঞৰ কাষ চাপি ঢোলৰ বিভিন্ন চেও-চাপৰ আৰু দুটিমান পেঁপাৰ চেও আৰু লহৰ সংগ্ৰহ কৰি তেখেতসকলে কোৱা মতে বোলবোৰ জুকিয়াই লৈ আৰু শ্ৰাব্য কেছেটত বাণীবদ্ধ কৰাৰ পিছত কিছুসংখ্যক সংগীত বিশেষজ্ঞৰ সহায় লৈ একোটা চেও বহুবাৰ শুনি শুনি সিবিলাক বিশ্লেষণ কৰিছিলো যদিও মই নিজে ঢুলীয়া নহয়। সেই সময়ত মই ঢোলত চেও এটা বজালেই, সেইটো কি চেও তৎক্ষণাৎ বুজিব পাৰিছিলো; সেইদৰে পেঁপাৰ চেওকেইটাও বুজি পাইছিলো। কিন্তু ভালেমান বছৰ ইমান মন দি শুনা নাই বাবে বৰ্তমান বুঢ়া চেও বা হুৰালি চেওৰ পালচ এটা বজালে কোন নম্বৰ পালচ আৰু নিৰ্দিষ্ট নাচ অনায়াসে কৈ দিব নোৱাৰিম। যদিহে নিজে বজালোহেঁতেন অপলমানো চিন্তা কৰাৰ প্ৰয়োজন নহ'লহেঁতেন।

## বিহুতলীৰ বিচাৰকক প্ৰলোভিত কৰাৰ জঘন্য চেষ্টা

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে প্ৰতিযোগী বা প্ৰতিযোগীৰ আত্মীয়-কুটুম্বই বিচাৰকক প্ৰলোভিত কৰি প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰিবৰ ঘৃণনীয় চেষ্টা কৰাৰ ঘটনাও ঘটিবলৈ লৈছে। বিহুতলীৰ বিচাৰকৰ পবিত্ৰ আৰু অতি গুৰুত্বপূৰ্ণ আসন অলংকৃত কৰা কোনো ব্যক্তি এই দুষ্কৃতি-দুৰ্নীতিৰ অংশীদাৰ হোৱাটো বিহু সংস্কৃতিৰ প্ৰতি এক ভীষণ ভাবুকি হৈ পৰিছে। এই দুষ্কৃতিয়ে যে আজি কেইবাবছৰৰ পৰা গা কৰি উঠিছে, সেই কথা ইতিমধ্যে অৱতৰণিকাত উল্লেখ কৰি অহা তিনিগৰাকী বিচাৰকৰ বক্তব্যই প্ৰমাণ কৰে। অৱশ্যে দুৰ্নীতিৰ হাতুৰীৰে বিহু সংস্কৃতিৰ মূৰত মাধমাৰ সোধাই থাকি কেঁচা তেজৰ সোঁত বোওৱা স্বাৰ্থপৰ-নীচ চৰিত্ৰৰ পাৱত গজা বিচাৰকৰ সংখ্যা মুষ্টিমেয় বুলিয়েই আমাৰ বিশ্বাস। সেয়ে হ'লেও সুচিন্তিত পদক্ষেপ আৰু কৌশল ল'লেহে যে এনে দুৰ্নীতি-দুষ্কৃতিক নাশ কৰাটো সম্ভৱ তাৰ বহল ব্যাখ্যাৰ প্ৰয়োজন নাই নিশ্চয়। এই বিশ্বাস আৰু ভাববোধতে আমাৰ প্ৰশ্নাৱলীখনত নিম্নলিখিত প্ৰশ্নটি সন্নিবিষ্ট কৰা হৈছিল —

"এনে জঘন্য চেষ্টা ৰোধ কৰিবলৈ আৰু এনে ঘটনা ঘটাৰ সম্ভাৱনীয়তা হ্ৰাস কৰিবলৈ বিভিন্ন পক্ষই কেনে পদক্ষেপ লোৱা উচিত বুলি আপুনি পৰামৰ্শ আগ বঢ়াব বিচাৰে?

অনুগ্ৰহ কৰি যথাসম্ভৱ চুটিকৈ ব্যক্ত কৰক।"

প্ৰশ্নটিৰ উত্তৰ হিচাপে মতদাতাসকলৰ পৰা ভালেসংখ্যক সুপৰামৰ্শ তথা চিন্তা-ধাৰণা পোৱা হ'ল। সেইখিনি বুজিবৰ আৰু প্ৰয়োগ কৰিবৰ সুবিধা হোৱাকৈ চাৰিটা শিতানত সজোৱা হৈছে। ইয়াৰে অধিকাংশ পৰামৰ্শ একাধিকজনে আগবঢ়াইছে (শব্দৰ প্ৰয়োগ কিছুপৰিমাণে ভিন্ন)। অন্যহাতে ভালেখিনি পৰামৰ্শ পৰম্পৰ সম্পূৰক অথবা নিৰ্ভৰশীল আৰু দুই-চাৰিটা পৰামৰ্শ ইটোৰ সিটো বিকল্প হেন। এইকেইটা কথালৈ লক্ষ্য ৰাখি আমি পৰামৰ্শ অনুযায়ী নিৰ্দিষ্ট মতদাতাৰ নাম উল্লেখ কৰাৰ পৰা বিৰত থাকিলো, আৰু মতদাতাসকলৰ সম্পাদিত মতামতখিনি উক্ত চাৰিটা শিতানৰ অধীনত তলত পৰিৱেশন কৰিছোঁ।

### ক) বিচাৰক নিমন্ত্ৰণ আৰু বিহুতলীত বিচাৰক সম্বন্ধীয় ব্যৱস্থাপনা

- বিচাৰক নিমন্ত্ৰণৰ দায়িত্ব লোৱাজনে কাক নিমন্ত্ৰণ কৰিছে সেইটো প্ৰতিযোগিতা আৰম্ভ হোৱাৰ আগলৈকে সম্পূৰ্ণ গোপনে ৰাখিব লাগে।
- পৰিচালনা সমিতিৰ দ্বাৰা নিয়োজিত এজন বা দুজন নিৰ্দিষ্ট ব্যক্তিৰ বাহিৰে অন্য ব্যক্তি আৰু দলক বিচাৰকৰ পৰা আঁতৰত ৰাখিব লাগে।
- পৰাপক্ষত বিহুদলৰ লগত মিতিৰালি থকা ব্যক্তিক বিচাৰক নিমন্ত্ৰণৰ দায়িত্ব দিব নালাগে।
- বিহুতলীত বিচাৰকৰ আসন আচুতীয়া হ'ব লাগে।
- বিচাৰক কেইগৰাকীৰ আসন দূৰে দূৰে হ'ব লাগে।
- প্ৰতিযোগিতাৰ আগত আৰু পাছত বিচাৰকক প্ৰতিযোগী দলে লগ পাব নোৱৰাৰ ব্যৱস্থা কৰিব লাগে।
- বিহুনাচ-নাম আদি ভালকৈ জনা বা অভিজ্ঞ ব্যক্তিক বিচাৰক নিৰ্বাচিত কৰিব লাগে।
- ব্যক্তিৰ সততা, নিৰপেক্ষতা আৰু ব্যক্তিত্বৰ ওপৰতো গুৰুত্ব দি বিচাৰক নিৰ্বাচন কৰিব পাৰিলে ভাল।
- একে অঞ্চলৰে বিচাৰক নিমন্ত্ৰণ নকৰি আঁতৰৰ কৰিব পাৰিলে ভাল।
- প্ৰতিযোগিতা এখনত ভাগ লোৱা কোনো বিহুদলৰ ব্যক্তিক বিচাৰকৰ আসনত ৰাখিব নালাগে।
- কৰ্মশালা অনুষ্ঠিত কৰি জ্ঞান থকা ব্যক্তিক বিচাৰক হিচাপে স্বীকৃত কৰিব লাগে।
- বহুক্ষেত্ৰত উচ্চ শিক্ষিতলোককে বিচাৰকৰ দায়িত্ব দিয়া হয়। গতিকে সঁচা অৰ্থত বিচাৰক সৃষ্টিৰ বাবেও চিন্তা কৰাৰ সময় আহিছে।

### (খ) বিচাৰ পদ্ধতি

- পুৰস্কাৰ পোৱাসকল কিয় শ্ৰেষ্ঠ হ'ল বিচাৰকে বুজাই ক'ব লাগে।
- কোন প্ৰতিযোগীয়ে কোন বিচাৰকৰ পৰা কিমান নম্বৰ পালে ৰাজহুৱাকৈ জনাই

দিব লাগে।

- বিচাৰকৰ সংখ্যা সৰহ হ'ব লাগে। কমেও পাঁচজন/তিনিজন বিচাৰক থাকিব লাগে।
- তিনিগৰাকী বিচাৰক আৰু এজন প্ৰধান পৰিচালক থাকিব লাগে; পৰিচালকে তিনিজন বিচাৰকে দিয়া নম্বৰৰ গড় উলিয়াই প্ৰতিযোগীৰ স্থান ঘোষণা কৰিব লাগে ·।
- সকলো বিচাৰকৰ নম্বৰ একেলগে যোগ নকৰি প্ৰতিজন বিচাৰকৰ প্ৰথম, দ্বিতীয়, তৃতীয় নিৰ্ধাৰণ কৰি পাঁচজন বিচাৰকৰ অধিক সংখ্যকে দিয়া মতে প্ৰতিযোগীৰ স্থান নিৰ্ণয় কৰিব লাগে।
- এজন মুখ্য বিচাৰক ৰাখি লগত অন্য নজনা ব্যক্তিক ৰাখিব নালাগে।
- দৰ্শকৰ মাজৰ পৰা কমেও দুজন অভিজ্ঞ ব্যক্তিক বিচাৰক নিৰ্বাচন কৰিব লাগে।
- গোপনীয়ভাৱে দৰ্শকৰ মাজৰ পৰা অভিজ্ঞ ব্যক্তি কেইজনমানকো গুপুতে বিচাৰ কৰিবলৈ দি বিচাৰকসকলৰ মতৰ লগত মিলাই চাব পাৰি।

## গ) শাস্তি/প্ৰতিষেধকমূলক পদক্ষেপ

- কোনোবা এজন বিচাৰকক প্ৰতিযোগী পক্ষই প্ৰলোভিত কৰিবলৈ চেষ্টা কৰিলে তেওঁ কথাটো অন্যসকলক অৱশ্যেই জনাই দিব লাগে।
- এনে দুৰ্নীতি কৰা বুলি গম পোৱা বিচাৰকে কোনো বিহুতলীতে বিচাৰকৰ আসন নাপাবৰ বাবে কিছুমান প্ৰচেষ্টা চলাব লাগে।
- অসৎ চেষ্টা চলোৱা প্ৰতিযোগীক প্ৰতিযোগিতাত যোগদান কৰিবলৈ দিব নালাগে।
- তেনে প্ৰতিযোগী আৰু অভিভাৱকৰ নাম ৰাজহুৱাভাৱে ব্যক্ত কৰিব লাগে।

## ঘ) বিচাৰকৰ মাননি/সন্মান

- বিচাৰকক উচিত মাননি দিব লাগে।
- বিচাৰকৰ মাননি বৃদ্ধি কৰিব লাগে।
- বিচাৰকসকলক যথাযোগ্য সন্মান দিব লাগে।
- নিমন্ত্ৰিত কেউজন বিচাৰকক সমান মাননি দিব লাগে।

## ঙ) সানমিহলি

- অভিজ্ঞতাসম্পন্ন বিচাৰকসকলে প্ৰতিযোগিতাৰ আগমুহূৰ্তত ঘৰলৈ প্ৰতিযোগী মাতি প্ৰশিক্ষণ দিয়াতকৈ অন্য সময়ত আনুষ্ঠানিকভাৱে প্ৰশিক্ষণ দিয়াটো বাঞ্ছনীয়।
- পুৰস্কাৰৰ সংখ্যা বঢ়াব লাগে।
- নিয়মাৱলীৰ অভাৱত এনে হৈছে। নিয়মাৱলী এখন লাগে।
- বিচাৰকৰ সচেতনতাই এই জঘন্য পৰিৱেশ নাইকিয়া কৰিব পাৰে।

- বিচাৰক আৰু অভিভাৱকসকলৰ মাজত মুখামুখি আলোচনাৰ মাধ্যমেৰেই এই ঘটনাৰ হ্ৰাস হ'ব।
- বিচাৰকসকল নিজৰ মতত অটল হ'লেই কোনো প্ৰলোভনেই বিচলিত কৰিব নোৱাৰে।
- সমিতিৰ নিয়ম কটকটীয়া হ'ব লাগে। অন্যথা নোৱাৰিলে প্ৰতিযোগিতা পতাটো বন্ধ কৰি মাননি দি নিমন্ত্ৰণ কৰাটো শ্ৰেয়।

**পৰ্যালোচনা (১)**

এই পৰামৰ্শসমূহৰ পৰিস্থিতি সাপেক্ষ প্ৰয়োগ আলোচিত দুষ্কৃতি-দুৰ্নীতি ৰোধ কৰাত যে প্ৰভূত সহায়ক হ'ব তাৰ বহুল ব্যাখ্যাৰ প্ৰয়োজন নাই। এইক্ষেত্ৰত সমুচিত পদক্ষেপ ল'বলৈ প্ৰকৃত বিহু সংস্কৃতিপ্ৰেমী উদ্যোক্তা, বিহু-বিচাৰক আৰু বিহুৱতী-বিহুৱাসকলৰ বল-শক্তি-কৌশল-সজাগতাদি নিতান্তই প্ৰয়োজন। বিহুৰ প্ৰতি থকা অটল শ্ৰদ্ধা-ভক্তি আৰু প্ৰেমেই তেখেতসকলক সেইখিনি সময়োচিতভাৱে প্ৰদান কৰি এই দুৰ্নীতিক কলিতে মষিমূৰ কৰিবলৈ বীৰ্যমান কৰিব। এই আশা কৰি তাৰ বাবে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনালো।

**পৰ্যালোচনা (২)**

দুগৰাকী বিচাৰকে বহু বছৰ বিহু-বিচাৰক হিচাপে লাভ কৰা অভিজ্ঞতাৰ ভিত্তিত বিচাৰকক যথাযোগ্য মাননি আৰু সন্মান দিয়াত বিহুতলীয়ে কৃপণালি কৰে বুলি হোৱা অনুভৱ আমালৈ 'বিশেষ বক্তব্য' হিচাপে প্ৰেৰণ কৰিছে। প্ৰতিযোগিতাৰ পুৰস্কাৰ বহু হাজাৰ টকা ধাৰ্য কৰা বিহুতলীতো বহু ঘণ্টা ধৰি বিচাৰকৰ দায়িত্ব পালন কৰা বিচাৰক একোগৰাকীক কিছুমান বিহুতলীয়ে নামমাত্ৰ মাননিৰে বিদায় দিয়াটো সমীচীন নহয় বুলিছে।

এই কথালৈ বিহুতলীৰ উদ্যোক্তাসকলে মনোনিৱেশ কৰা উচিত বুলি বোধ হয়। যথাযোগ্য মাননি বিচাৰকলৈ অৱশ্যেই আগবঢ়াব লাগে। সংস্কৃতি চৰ্চাৰ নামত বিচাৰক হোৱা ব্যক্তিয়ে বিনামূলীয়াকৈ খাটি দিব লাগে বুলি ধৰিলোৱাটো সমীচীন নহয় বুলিয়েই বোধ হয়। প্ৰতিযোগী আৰু শিল্পীক যথাযোগ্য মাননি বা পাৰিশ্ৰমিক দিয়া হয় যেতিয়া বিচাৰক বঞ্চিত হ'ব লাগে কিয়?

অন্যহাতে কোনোবা বিচাৰকে স্ব-ইচ্ছাৰেই মাননি নোলোৱাটো অন্য এটা দিশ। যথাযোগ্যভাৱে মাননি আগবঢ়োৱাটো বিহুতলীৰ উদ্যোক্তাৰ কৰ্তব্য। সেইখিনি ওভোতাই দিয়া বা কোনো প্ৰতিযোগীক উদগণি দিবলৈ ব্যৱহাৰ কৰাটো বিচাৰকৰ বিবেচনাধীন। আকৌ অৱস্থা বুজি আৰু প্ৰয়োজন সাপেক্ষে কিছুমান বিহুতলীত যৎসামান্য মাননিতে সন্তুষ্ট হোৱাটো বিচাৰক এজনৰ মহানুভৱতা বুলি বোধ হয়।

## বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত লক্ষণীয় দিশ

বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাত বিচাৰ কৰোঁতে লক্ষণীয় দিশ আৰু বিভিন্ন দিশত দিয়া গুৰুত্বৰ ক্ষেত্ৰত বিচাৰকসকলৰ বিশেষ মতানৈক্য আছে নেকি, আৰু যদি আছে তেনে মতানৈক্য হ্ৰাস কৰিব পাৰিনেকি সেইটো অনুধাৱন কৰাই অধ্যয়নটিত এই বিষয়বস্তু সন্নিৱিষ্ট কৰাৰ মূল উদ্দেশ্য। এই উদ্দেশ্য আগত ৰাখি বিহুৱতী প্ৰতিযোগিতাত বিহুৱতীৰ আৰু

মুকলি বিহু, জেং বিহু আৰু হুঁচৰি প্ৰতিযোগিতাত দলৰ মানদণ্ড বিচাৰ কৰোঁতে প্ৰধান লক্ষণীয় দিশসমূহ নিৰ্ধাৰণ কৰি লৈ অনুষ্ঠান অনুযায়ী তালিকাভুক্ত কৰা হ'ল। সেই তালিকা প্ৰশ্নাৱলীত অন্তৰ্ভুক্ত কৰি প্ৰতিটো অনুষ্ঠানৰ বিচাৰ কৰোঁতে বিভিন্ন দিশত কিমানকৈ নম্বৰ ৰখা উচিত সেইটো উল্লেখ কৰিবলৈ মতদাতাসকলক অনুৰোধ কৰা হৈছিল। এইটো কৰোঁতে মুঠ নম্বৰ ১০০ বুলি ধৰি লৈ কৰিবলৈ কোৱা হৈছিল। কোনোবাটো দিশ কোনোবাটো প্ৰতিযোগিতাত লক্ষ্য কৰা অপ্ৰয়োজনীয় অথবা অপ্ৰাসংগিক হ'লে সেইটোৰ বিপৰীতে কোনো নম্বৰ উল্লেখ নকৰিবলৈ আৰু তালিকাত সন্নিবিষ্ট নোহোৱা কোনো দিশ লক্ষ্য কৰা প্ৰয়োজন বুলি ভাবিলে সন্নিবিষ্ট কৰি লৈ সমূহ লক্ষণীয় দিশৰ প্ৰতিটোৰ বিপৰীতে যথাযোগ্য বুলি বোধ কৰা নম্বৰ উল্লেখ কৰিবলৈকো মতদাতাসকলক অনুৰোধ কৰা হৈছিল। বিশ্লেষিত মতামতৰ পৰিৱেশন বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা অনুযায়ী পৃথকে পৃথকে কৰা হৈছে।

এইখিনিতে উল্লেখনীয় যে আমি কোনোটো অনুষ্ঠানৰ প্ৰতিযোগিতাত 'প্ৰৱেশ' আৰু 'প্ৰস্থান' দিশ দুটা উল্লেখ কৰা নাছিলো এই ভাবত যে এই দিশ দুটা সামগ্ৰিক পৰিৱেশনৰ অন্তৰ্ভুক্ত শাখা দিশ হিচাপে চাব পাৰি। পিছে অধিকাংশ মতদাতাই সেই দুটা নিজগুণে উল্লেখ কৰি নম্বৰ উল্লেখ কৰিছে বাবে আমি দাণ্ডি ধৰা তালিকাত সেইকেইটা যোগ হৈছে। আকৌ এইখিনিতে উনুকিয়াই থওঁ যে প্ৰেৰিত প্ৰশ্নাৱলীত উল্লিখিত 'একক বিহুৱতী প্ৰতিযোগিতা'ৰ সলনি এই পুথিত 'বিহুৱতী প্ৰতিযোগিতা' বুলি উল্লেখ কৰা হৈছে আৰু এইটো বিহু সংস্কৃতিৰ লব্ধপ্ৰতিষ্ঠ লেখক জয়কান্ত গন্ধীয়াদেৱে সহৃদয়তাৰে আমালৈ পঠোৱা পৰামৰ্শ কৃতজ্ঞতাৰে শিৰোগত কৰি কৰা হৈছে।

মতামতৰ বিশ্লেষণে দেখুৱাই যে মাত্ৰ এটা দিশৰ বাদে বাকীখিনি দিশত মতদাতাসকলৰ মতৰ বিশেষ ভিন্নতা নাই। মূল দিশসমূহত নম্বৰ ভগোৱাৰ ধৰণৰ ক্ষেত্ৰত সকলো একমত বুলিয়েই ক'ব পাৰি। অৰ্থাৎ একোটা বিষয়তে অন্য একোটাতকৈ কম বা বেছি নম্বৰ ধাৰ্য কৰাৰ ক্ষেত্ৰত অধিকাংশ মতদাতাৰ মিল আছে। প্ৰতিটো দিশৰ নিৰ্দিষ্ট নম্বৰ উল্লেখৰ ক্ষেত্ৰত স্বাভাৱিকতেই তাৰতম্য দেখা গ'ল; পিছে সেইটোৱে মতানৈক্য নুসূচায়।

মতানৈক্য বিদ্যমান দিশটো হ'ল 'প্ৰশ্নোত্তৰ' শিতান। মুকলি বিহু আৰু গাভৰু বিহু বা জেংবিহুৰ ক্ষেত্ৰত প্ৰায় সকলো মতদাতাই এই শিতানটোত কোনো নম্বৰ দিয়া নাই। পিছে বিহুৱতী প্ৰতিযোগিতাৰ ক্ষেত্ৰত প্ৰায় ৭০ শতাংশই নম্বৰ দিছে । আনহাতে ৩০ শতাংশৰ অধিক মতদাতাই কোনো নম্বৰ দিয়া নাই আৰু তাৰে কেইবাগৰাকীয়ে এই দিশ অবাঞ্ছনীয় বুলি বিশেষ বক্তব্য লিখিছে।

ওপৰৰ সকলোখিনি কথালৈ লক্ষ্য কৰি বিশ্লেষিত মতামতৰ আধাৰত বিহু অনুষ্ঠানকেইটাৰ প্ৰতিযোগিতাত বিচাৰ কৰোঁতে বিভিন্ন লক্ষণীয় দিশৰ নম্বৰ কেনে হ'ব পাৰে তাৰ আৰ্হি বা আভাস দাণ্ডি তলত ধৰা হৈছে। উল্লেখনীয় যে উপৰিউক্ত মতানৈক্য বিদ্যমান হেতুকে বিহুৱতী প্ৰতিযোগিতাৰ ক্ষেত্ৰত দুটা আৰ্হি আৰু বাকী কেইটাৰ একোটিকৈ আৰ্হি যুগুতোৱা হৈছে। ১নং আৰ্হি প্ৰশ্নোত্তৰ শিতানসহ, আৰু ২ নং আৰ্হি প্ৰশ্নোত্তৰ শিতানবিহীন।

**ক) বিহুৱতী প্ৰতিযোগিতাৰ লক্ষণীয় দিশত নম্বৰ**

| ক্ৰঃ নং | লক্ষণীয় দিশ | প্ৰতিদিশৰ নম্বৰ | |
|---|---|---|---|
| | | ১নং আৰ্হি | ২ নং আৰ্হি |
| ১. | বিহুৱতীৰ নাচোন | ২৫ | ২৫ |
| ২. | বিহুৱতীৰ বিহুনাম পৰিৱেশন | ১০ | ১০ |
| ৩. | বিহুৱতীৰ বিহু বাদ্য পৰিৱেশন | ৫ | ১০ |
| ৪. | বিহুৱতীৰ সাজপাৰ | ১০ | ১০ |
| ৫. | বিহুৱাৰ সাজপাৰ | ৫ | ৫ |
| ৬. | বিহুৱাৰ নাচোন | ৫ | ৫ |
| ৭. | বিহুৱাৰ বিহুনাম পৰিৱেশন | ৫ | ৫ |
| ৮. | বিহুৱাৰ বিহু বাদ্য পৰিৱেশন | ১০ | ১০ |
| ৯. | দলগত সামগ্ৰিক অনুষ্ঠান পৰিৱেশন | ১০ | ১০ |
| ১০. | প্ৰশ্নোত্তৰ শিতান | ৫ | |
| ১১. | প্ৰৱেশ | ৫ | ৫ |
| ১২. | প্ৰস্থান | ৫ | ৫ |
| | মুঠ নম্বৰ | ১০০ | ১০০ |

**খ) মুকলি বিহু আৰু গাভৰু বিহু / জেং বিহু প্ৰতিযোগিতাৰ লক্ষণীয় দিশত নম্বৰ**

| ক্ৰঃ নং | লক্ষণীয় দিশ | প্ৰতিদিশৰ নম্বৰ | |
|---|---|---|---|
| | | মকলি বিহু | গাভৰু বিহু |
| ১. | বিহুৱতীৰ নাচোন | ১৫ | ২৫ |
| ২. | বিহুৱতীৰ বিহুনাম পৰিৱেশন | ১০ | ২০ |
| ৩. | বিহুৱতীৰ বিহু বাদ্য পৰিৱেশন | ৫ | ১৫ |
| ৪. | বিহুৱতীৰ সাজপাৰ | ১০ | ১০ |
| ৫. | বিহুৱাৰ সাজপাৰ | ১০ | |
| ৬. | বিহুৱাৰ নাচোন | ১০ | |
| ৭. | বিহুৱাৰ বিহুনাম পৰিৱেশন | ১০ | |
| ৮. | বিহুৱাৰ বিহু বাদ্য পৰিৱেশন | ১০ | |
| ৯. | দলগত সামগ্ৰিক অনুষ্ঠান পৰিৱেশন | ১০ | ২০ |
| ১০. | প্ৰশ্নোত্তৰ শিতান | | |
| ১১. | প্ৰৱেশ | ৫ | ৫ |
| ১২. | প্ৰস্থান | ৫ | ৫ |
| | মুঠ নম্বৰ | ১০০ | ১০০ |

### গ. হুঁচৰি প্ৰতিযোগিতাত লক্ষণীয় দিশত নম্বৰ

| ক্ৰ: নং | লক্ষণীয় দিশ | প্ৰতিদিশৰ নম্বৰ |
|---|---|---|
| ১. | হুঁচৰি যোৰা পৰিৱেশন | ১০ |
| ২. | বিহু বাদ্য পৰিৱেশন | ১০ |
| ৩. | বিহু নাম পৰিৱেশন | ১০ |
| ৪. | নাচোন | ১৫ |
| ৫. | দলগত সামগ্ৰিক অনুষ্ঠান পৰিৱেশন | ১৫ |
| ৬. | লহৰী, বুঢ়া চেও, হুৰালি চেও পৰিৱেশন (ঢোলৰ বিশিষ্ট চেও আৰু নাচোন) | ১৫ |
| ৭. | আশীৰ্বাদ | ১৫ |
| ৮. | প্ৰৱেশ | ৫ |
| ৯. | প্ৰস্থান | ৫ |
| | মুঠ নম্বৰ | ১০০ |

উল্লেখনীয় যে দিশ একোটাৰ শাখা দিশবোৰত পৃথকে নম্বৰ দিয়াটো অধিক সম্যক বুলি বোধ কৰে নেকি বুলি সোধা প্ৰশ্নৰ উত্তৰত অধিকাংশ মতদাতাই নকৰে বা প্ৰয়োজ. নাই বুলি মত দিলে।

### বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা অপ্ৰয়োজনীয়?

বিচাৰকক প্ৰলোভিত কৰা প্ৰসংগত এগৰাকী মতদাতাই প্ৰতিযোগিতা নাপাতি সমস্যা নাথাকিব বুলি কৈছে। তেখেতে অৱশ্যে বিহু প্ৰতিযোগিতা সম্বন্ধীয় কিছুমান ক কাণ্ডত হোৱা বিতুষ্টিত আৱেগিকভাৱেহে তেনে বক্তব্য ৰাখিছে বুলি আমাৰ ধাৰণা। সেয়ে হ'লেও বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা অনুষ্ঠিতকৰণৰ প্ৰয়োজনীয়তা কিমান বুলি আগেয়ে আমাক দুগৰাকীমান বন্ধুৱে প্ৰশ্ন কৰিছিল? এই সন্দৰ্ভত আমাৰ মনত উদয় হোৱা কেইটিমান প্ৰশ্ন এনেধৰণৰ :

- প্ৰতিযোগিতা অনুষ্ঠিত হৈ নথকা হ'লে বিহুৱা-বিহুৱতী-বিহুদলবিলাকে কিমান আগ্ৰহেৰে আৰু ঐকান্তিকতাৰে বিহু নাচিবলৈ, গাবলৈ, বিহুবাদ্য বজাবলৈ শিকিলেহেঁতেন বা চেষ্টা কৰিলেহেঁতেন? সিবিলাকৰ স্বকীয় বৈশিষ্ট্যলৈ পিঠি দি প্ৰদৰ্শনমূলক অনুষ্ঠান পৰিৱেশন কৰাৰ সম্ভাৱনা কম নেকি?
- প্ৰতিযোগিতা অনুষ্ঠিত হৈ নথকা হ'লে আজিৰ বিহুতলীবোৰৰ মাধ্যমত বিহুনাচ, বিহুনাম, বিহুবাদ্য-বাজনা আৰু বিহু অনুষ্ঠান কিমান সোনকালে আৰু কিমান বেছিকৈ বিজতৰীয়া হ'লহেঁতেন বাৰু?
- কাকত, আলোচনী, গ্ৰন্থ আদিত প্ৰকাশিত আৰু সভা- সমিতিত আলোচিত বিহুনাচ, বিহুনাম আদিৰ বৈশিষ্ট্য, পৰম্পৰা আদিৰ আলোচনা-বিলোচনাই কিবা ফল

ধৰিলহেঁতেননে? নে সিবিলাক লিখাই লিখিলেহেঁতেন, কেৰেপ কৰিবলৈ বা পৰোৱাই কৰিবলৈ কাৰো গৰজ নপৰিলেহেঁতেন? যেয়ে যেনেকৈ পাৰে তেনেকৈ, যিমান বিজতৰীয়া কৰিব পাৰে কৰি থাকিলহেঁতেন নেকি বাৰু?

- প্ৰতিযোগিতা অনুষ্ঠিত হৈ আছে বাবে যিমানখিনি বিহুৱা-বিহুৱতী-বিহুদলে বিহুতলীত বিহু নাচিছে-গাইছে সিমানখিনিয়ে সুবিধা পালেহেঁতেননে? নে নামী-দামী বিহুদল গোটচেৰেকৰ আৱিৰ্ভাব হ'লহেঁতেন আৰু তেনে দলেই সৰ্বত্ৰ সুবিধা পালেহেঁতেন?
- প্ৰতিযোগিতা অনুষ্ঠিত নোহোৱা হ'লে বিহুতলীবোৰত সাংস্কৃতিক সন্ধিয়াৰ দুই-চাৰিটা পৰিৱেশনতে বিহু অনুষ্ঠান সীমাবদ্ধ হৈ পৰিবলৈ বেছি দিন নালাগিলেহেঁতেন নেকি বাৰু?

এইখিনিতে অৱশ্যে উল্লেখনীয় যে আজিকালি দুই-এঠাইত এদিনীয়াকৈ নিজৰ ভিতৰতে বিহু মাৰি তথা ৰং-ধেমালি কৰি বিহু উদ্‌যাপন কৰিবলৈ লোৱাটো এটা সুকীয়া ব্যৱস্থা। এনে ব্যৱস্থাত প্ৰতিযোগিতা অনুষ্ঠিতকৰণৰ প্ৰসংগ নাহে। দুই-এযোৰা হুঁচৰি, বিহুদলৰ মুকলিমূৰীয়া প্ৰদৰ্শন অনুষ্ঠিত হয় এনে বিহুতলীত; য'ত দৰ্শকেও ইচ্ছা কৰিলে ভাগ ল'ব পাৰে। বিহু প্ৰদৰ্শনৰ উপৰি অন্য সাংস্কৃতিক অনুষ্ঠানো থাকে বা থাকিব পাৰে ।

## পৰ্যালোচনা ঃ বিচাৰকৰ সিদ্ধান্তই শেষ সিদ্ধান্ত

প্ৰতিযোগিতা অনুষ্ঠিত কৰোঁতে কাগজত কথাফাঁকি লিখা হয় যদিও বিহু প্ৰতিযোগিতাৰ ক্ষেত্ৰত কোনো কোনো প্ৰতিযোগী দলে কথাফাঁকি উলাই কৰিবলৈ অপচেষ্টা কৰা পৰিলক্ষিত হয়। 'অমুক অমুক বিহুতলীত প্ৰথম পাইছোঁ, ইয়াত কিয় নাপালো? আমাৰ কি ভুল হৈছে বুজাই কওক' ধৰণৰ অবান্তৰ প্ৰশ্নাদিৰে বিচাৰকক, বিহুতলী অথবা অন্য ঠাইত আমনি কৰা দেখা পোৱা যায়। কলা-সংস্কৃতিৰ যিকোনো ধাৰাৰ প্ৰতিযোগিতাতে এনে প্ৰশ্নাদি অবান্তৰ এইবাবেই যে ইবিলাকৰ বিচাৰ ভালেপৰিমাণে ব্যক্তি একোজনৰ সূক্ষ্ম অনুভৱ অনুভূতিৰ ওপৰত নিৰ্ভৰশীল। অতি সুনিৰ্দিষ্ট ব্যাকৰণ আৰু নিয়মাৱলী অনুসৰণ কৰি বিচাৰ কৰা কলা-সংস্কৃতিৰ ক্ষেত্ৰতো বিচাৰ ভালেখিনি ব্যক্তিগত অনুভূতিৰ ওপৰত নিৰ্ভৰশীল। নাটক, গান আৰু অন্যান্য নৃত্যৰ প্ৰতিযোগিতাবোৰলৈ নাচাওঁ কিয়? আনকি টেলিভিছন যোগে প্ৰচাৰিত গান আৰু নাচৰ প্ৰতিযোগিতাবোৰত মুধাফুটা অভিজ্ঞ লোকৰ বিচাৰো ভুল হৈছে বুলি অনুষ্ঠান চাই থাকোঁতে সাধাৰণ দৰ্শকেই মন্তব্য নকৰেনে? আনকি ফুটবল, ক্ৰিকেট আদি খেলবোৰৰ নীতি-নিয়ম অতি সুনিৰ্দিষ্ট হোৱা সত্ত্বেও ৰেফাৰী বা আম্পায়াৰৰ সকলো সিদ্ধান্ত সকলোৰে মনঃপূত হয় জানো? সিবিলাক খেলৰ ৰেফাৰী বা আম্পায়াৰৰ সিদ্ধান্তয়ো খেলুৱৈক অসন্তুষ্ট নকৰে জানো? প্ৰতিযোগিতা এখনত নিজে মনোমত স্থান লাভ কৰিলেই বিচাৰ বা বিচাৰক ভাল আৰু নহ'লেই বেয়া বুলি ভাবি ক্ষোভ প্ৰকাশ কৰাটো সংস্কৃত মনৰ পৰিচয় হ'ব নোৱাৰে।

বৰ্তমানৰ বিহু প্ৰতিযোগিতাবিলাকত প্ৰায়খিনি প্ৰতিযোগীয়েই নিয়ম-নীতি অনুসৰিয়েই

অনুষ্ঠান পৰিবেশন কৰা দেখা যায়। এনে ক্ষেত্ৰত বিচাৰক একোগৰাকীয়ে অমুকতকৈ অমুকৰ এইখিনি ভাল হৈছে বা বেয়া হৈছে বুলি নিৰ্দিষ্টকৈ দেখুৱাই দিয়াটো সহজ নহয়, বিশেষকৈ যদি প্ৰতিযোগীৰ সংখ্যা সৰহ হয়, আৰু প্ৰায়খিনিয়েই সমপৰ্যায়ৰ হয়। বৰ্তমানৰ সদৌ অসমভিত্তিক প্ৰতিযোগিতাৰ প্ৰায়খিনিয়েই উত্তম বিহুৱতী।

উপৰিউক্ত কথাখিনি লক্ষ্য কৰি, আমাৰ মনত উদয় হোৱা বিভিন্ন পক্ষৰ কৰণীয় দুটিমান উল্লেখ কৰিব খুজিছোঁ। উনুকিয়াই থওঁ যে দময়-দোষ হ'লে ৰাইজে নিজগুণে ক্ষেমিব, অগ্ৰহণযোগ্য বুলি ভবাখিনি গ্ৰহণ নকৰি কেৱল গ্ৰহণযোগ্যখিনিহে গ্ৰহণ কৰিব; এই ভাববোধতহে এইখিনি দাঙি ধৰা হৈছে:

- প্ৰতিযোগী তথা দলসমূহ এই সংক্ৰান্তত সংযমী, সহনশীল আৰু ধৈৰ্যশীল হোৱা প্ৰয়োজন। কাৰণ উল্লিখিত ধৰণৰ আচাৰ-ব্যৱহাৰে সমগ্ৰ বিহু সংস্কৃতিকে কলুষিত কৰে।
- উদ্যোক্তাসকলে যোগ্য ব্যক্তিকহে বিচাৰকৰ আসনত বহুৱাৰ প্ৰতি যথাযোগ্য মনোনিৱেশ কৰা উচিত। একেবাৰে শেষ মুহূৰ্তত কিবা এটা কৰিবলৈ থোৱাৰ সলনি বিষয়টো গুৰুত্বসহকাৰে লোৱাটো প্ৰায়োজন।
- বিচাৰকসকলে প্ৰতিযোগিতাৰ অন্তত বক্তব্য অৱশ্যেই ৰাখিব লাগে আৰু এনে বক্তব্য বিহুনাচ-বিহুনাম আদিৰ স্বকীয় বৈশিষ্ট্যাদি অক্ষুণ্ণ ৰাখিবৰ, আৰু সিবিলাকৰ উৎকৰ্ষ সাধন হোৱাৰ সহায়ক হ'ব লাগে।
- পুৰস্কাৰৰ সংখ্যা যথাযোগ্যভাৱে বঢ়াব লাগে আৰু স্থান কেইটাৰ পুৰস্কাৰৰ ধন আদিৰ পৰিমাণৰ মাজত ব্যৱধান কম ৰাখিব লাগে।
- 'বিচাৰকৰ সিদ্ধান্তই শেষ সিদ্ধান্ত' - এই কথা বা নিয়ম, বিহু প্ৰতিযোগিতা আৰু বিহু সংস্কৃতিৰ মৰ্যদা ৰক্ষাৰ বাবে সকলো পক্ষই মানি চলিব লাগে; যিদৰে অন্য প্ৰতিযোগিতা, খেল আদিৰ ক্ষেত্ৰত মানি চলা হয়। এইটো এই কাৰণেই ক'বলগীয়া হৈছে যে শ্ৰদ্ধেয় আনন্দ চন্দ্ৰ দত্তদেৱৰ দৰে বৰেণ্য বয়োবৃদ্ধ বিচাৰকো ওপৰত কোৱাৰ দৰে প্ৰতিযোগী দলৰ প্ৰশ্নাদিৰ সন্মুখীন হোৱাৰ কথা আৰু সেইলৈ তেখেতে বিহু-বিচাৰক হ'বলৈকে বাদ দিয়াৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে।

## চতুৰ্দশ অধ্যায়

# বিহুতলী আয়োজনৰ গুৰুত্বপূৰ্ণ দিশ

বৰ্তমান ৰাজ্যখনৰ নগৰে-চহৰে, গাঁৱে-ভূএে প্ৰতি বছৰে হাজাৰখনৰো অধিক বিহুতলী অনুষ্ঠিত হৈ আছে। বিহুতলী একোখন বৰ্তমান সাধাৰণতে চলি থকা ধৰণতকৈ অধিক সম্যকভাৱে আৰু জাতীয় সংস্কৃতিৰ উৎকৰ্ষ সাধনত অধিক অৰিহণা যোগাব পৰাকৈ আয়োজন কৰিব পৰা সম্ভৱনে? এই মূল অনুসিদ্ধান্তৰ আলমত বিহুতলী আয়োজনৰ মুঠ ৮ টা গুৰুত্বপূৰ্ণ শিতানৰ ভালেসংখ্যক ধাৰণাপ্ৰসূত উক্তিত মতদাতাৰ মতামত গ্ৰহণ কৰা হৈছিল। ইয়াৰে চাৰিটা দিশৰ আলোচনা পৃথক অধ্যায়ত পৰিৱেশন কৰা হৈছে আৰু এই অধ্যায়ত নিম্নোক্ত চাৰিটা দিশ সামৰা হৈছে ঃ

- দলীয় বিহু অনুষ্ঠান অনুষ্ঠিতকৰণৰ প্ৰয়োজনীয়তা
- বিহুতলীৰ উদযাপন সমিতিত মহিলাৰ প্ৰতিনিধিত্ব
- প্ৰতিযোগিতাৰ পুৰস্কাৰ পদ্ধতি
- সানমিহলি বিষয়ৰ গুৰুত্বপূৰ্ণ দৃষ্টিভংগী

**দলীয় বিহু অনুষ্ঠান অনুষ্ঠিতকৰণৰ প্ৰয়োজনীয়তা**

এই শিতানত বৰ্তমান বিহুতলীবিলাকত অনুষ্ঠিত হৈ বিহু অনুষ্ঠানবোৰৰ ভিতৰত মুখ্যতঃ বিহুৱতী প্ৰতিযোগিতা (এগৰাকী বিহুৱতীয়ে কেইজনমান বিহুৱাৰ সহযোগত বিহু নাচ-নাম-বাদ্য পৰিৱেশন কৰা প্ৰতিযোগিতা)হে আয়োজিত হৈ আছে। এনে অনুষ্ঠানৰ উপৰি দলীয় বিহু অনুষ্ঠানবোৰ অনুষ্ঠিতকৰণত মন দিয়াটো কেইবাটাও দৃষ্টিকোণৰ পৰা জৰুৰী হৈ পৰিছে বুলি হোৱা ধাৰণাপ্ৰসূত এটা উক্তি আৰু সেইটো সমৰ্থিত সাতটা যুক্তিত মতামত আহৰণ কৰা হৈছিল। আটাই কেইটিয়েই প্ৰায় সকলো মতদাতাই সমৰ্থন কৰিছে। সেয়েহে বিহুতলীবিলাকৰ উদ্যোক্তাসকলে গুৰুত্ব দিব বুলি আশা কৰি তলত সেই উক্তি-যুক্তিখিনি দাঙি ধৰা হৈছে ঃ

১। 'বিহুৱতী প্ৰতিযোগিতা' আৰু দলীয় বিহু অনুষ্ঠান (মুকলি বিহু, গাভৰু বিহু, হুঁচৰি)ৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনমূলক অনুষ্ঠান আয়োজনত সমানে গুৰুত্ব দিয়াটো বৰ্তমানৰ পৰিস্থিতিত অতি প্ৰয়োজনীয়।

**উপৰিউক্ত উক্তিৰ কেইটামান যুক্তি এনেধৰণৰ ঃ**

ক) আজিৰ পৰিস্থিতিত বিহু চৰ্চা দিনক দিনে অতি কমসংখ্যক কিশোৰ-কিশোৰী, ডেকা-গাভৰুৰহে বিষয়বস্তু হৈ পৰিছে। দলীয় বিহু অনুষ্ঠানৰ অধিক আয়োজনে বিহু চৰ্চা

কৰা কিশোৰ-কিশোৰী, ডেকা-গাভৰুৰ সংখ্যা অধিক হোৱাত অলপ হ'লেও অৰিহণা যোগাব।

খ) অধিকাংশ বিহুতলীত প্ৰধানতঃ বিহুৱতী প্ৰতিযোগিতাহে অনুষ্ঠিত হৈ থকাৰ ফলত আজি সমগ্ৰ অসমৰ শতাধিক বিহুতলীয়ে মাত্ৰ কেইশমান বিহুৱা-বিহুৱতীকহে বিহু মাৰিবলৈ সুযোগ প্ৰদান কৰিব পাৰিছে।

গ) বিহুৱতী প্ৰতিযোগিতাই মূলতঃ একোগৰাকী বিহুৱতীকহে স্বীকৃতি দিয়ে বাবে অন্যখিনিৰ লগতে সহযোগী বিহুৱা যোগাৰ কৰাটোও বহুক্ষেত্ৰত বিহুৱতীৰহে গৰজ হৈ পৰিছে।

ঘ) অনেক ঠাইত সহযোগী বিহুৱা যোগাৰ কৰাটো বেছ্ কষ্টসাধ্য, খৰচী আৰু জটিল বিষয় হৈ উঠিছে। সেইবাবেই ইচ্ছা থাকিও বহুতে বিহু অনুষ্ঠান পৰিৱেশন কৰাৰ পঁৰা নিজকে বঞ্চিত কৰি ৰাখিব লগাতো পৰিছে। দলীয় বিহু অনুষ্ঠানৰ ক্ষেত্ৰত এই জটিলতা নাথাকে বা কম।

ঙ) দলীয় বিহু অনুষ্ঠান অধিক মনোগ্ৰাহী, অধিক দৃষ্টিনন্দন।

চ) দলীয় বিহু অনুষ্ঠানবোৰ অধিক ঐতিহ্যমণ্ডিত।

ছ) দলীয়ভাৱে বিহু নাচিব-গাবলৈ অকলে নচা-গোৱাতকৈ অধিক সুচল।

**বিহুতলীৰ উদ্‌যাপন সমিতিত মহিলাৰ প্ৰতিনিধিত্ব**

এই সন্দৰ্ভত নিম্নোক্ত উক্তিটো প্ৰায় সকলোৱেই সমৰ্থন কৰিছে—

"অসমৰ অধিকাংশ বিহুতলীৰ উদ্‌যাপন সমিতিত মহিলা (জীয়ৰী, বোৱাৰী, বয়সস্থ মহিলা)ৰ প্ৰতিনিধিত্ব পুৰুষৰ তুলনাত লক্ষণীয়ভাৱে কম। বিহুতলী একোখনৰ মূল উদ্‌যাপন সমিতি আৰু বিভিন্ন শাখা সমিতিত মহিলাৰ যথাযোগ্য প্ৰতিনিধিত্ব হোৱাটো বাঞ্ছনীয় আৰু ই কেইবাটাও দৃষ্টিকোণৰ পৰা উপযোগী।"

**প্ৰতিযোগিতাৰ পুৰস্কাৰ পদ্ধতি**

এই বিষয়ক উক্তিত মতামত আহৰণ কৰা হৈছিল আৰু আটাইকেইটা ৮০ শতাংশতকৈ অধিক মতদাতাই সমৰ্থন কৰিছে। বিহুতলীৰ উদ্যোক্তাসকলে মন দিব, এই আশাৰে উক্তিকেইটা তলত উল্লেখ কৰা হৈছে—

১। আঞ্চলিকভিত্তিক প্ৰতিযোগিতাত নগদ ধনৰ পুৰস্কাৰ দিয়াতকৈ মানপত্ৰ আৰু লোক সংস্কৃতিৰ কিতাপ, বিহু-বাদ্য আদিৰে পুৰস্কাৰ দিয়াটোহে সম্যক।

২। জিলা আৰু সদৌ অসমভিত্তিক প্ৰতিযোগিতাত অন্য পুৰস্কাৰৰ লগতে নগদ ধনৰ পুৰস্কাৰ দিয়াটো উদগণিমূলক বুলি মানি লোৱাৰ স্থল আছে এইকাৰণেই যে এনে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰোঁতে দল একোটা বা প্ৰতিযোগী একোগৰাকীয়ে বৃজন পৰিমাণৰ অৰ্থ ব্যয় কৰিবলগীয়া হয়। নগদ ধনৰ পুৰস্কাৰ নাথাকিলে আজিকালি এনে পৰ্যায়ৰ প্ৰতিযোগিতাত প্ৰতিযোগী পাবলৈকো টান হৈ পৰাটোও

অনুধাৱন কৰিবলগীয়া।

৩) বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাৰ পুৰস্কাৰৰ ধন বৃহৎ অংকৰ কৰাতকৈ প্ৰতিটো অংশগ্ৰহণকাৰী দল বা প্ৰতিযোগীক অংশগ্ৰহণৰ বাবদ সাধ্যানুযায়ী নিৰ্দিষ্ট পৰিমাণৰ ধন পাৰিশ্ৰমিক দিয়াটো যুক্তিসংগত। (এই ব্যৱস্থাই আজি কেইবছৰমানৰ পৰা বিহুতলীবিলাকে ভোগিব ধৰা প্ৰতিযোগীৰ নাটনিৰ সমস্যাটো কিছু পৰিমাণে হ'লেও লাঘৱ কৰিব বুলি বোধ হয়। এনে ব্যৱস্থাই খৰচৰ আধিক্যৰ বাবে বিহুৱতী তথা বিহুদলে দুই-চাৰি বছৰৰ ভিতৰতে বিহু চৰ্চা বাদ দিবলৈ বাধ্য হোৱাৰ যি সমস্যাটো তাক লাঘৱ কৰাত বেচ্ অৰিহণা যোগাব বুলি আশা কৰিব পাৰি।

৪) বিহুৱতী প্ৰতিযোগিতাত বিহুৱতীৰ উপৰি দল হিচাপেও পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰা উচিত।

৫) প্ৰয়োজন সাপেক্ষে দলীয় বিহু অনুষ্ঠানতো দলৰ উপৰি বিহুৱা-বিহুৱতীক পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰিব পৰা যায়।

## পৰ্যালোচনা ঃ ১

মনকৰিবলগীয়া যে উপৰিউক্ত উক্তিত আঞ্চলিকভিত্তিক প্ৰতিযোগিতা বোলোঁতে এনে প্ৰতিযোগিতাৰ কথা বুজোৱা হৈছে য'ত অনুষ্ঠান অনুযায়ী বিহুতলী আয়োজন কৰা অঞ্চল এটাৰ স্থানীয় উদীয়মান প্ৰতিযোগী তথা দলে যোগদান কৰে; জিলা বা ৰাজ্যিকভিত্তিক প্ৰতিযোগিতাত ইতিমধ্যে পুৰস্কাৰ পোৱাসকলে নকৰে। আকৌ এইটো এই ধাৰণাতহে কোৱা হৈছে যে আঞ্চলিক ভিত্তিত প্ৰতিযোগিতাত এবাৰ হ'লেও পুৰস্কাৰ পোৱা প্ৰতিযোগী আৰু দলহে জিলাভিত্তিত প্ৰতিযোগিতাত অংশ লোৱাৰ যোগ্য বুলি বিবেচনা কৰা নিয়ম থাকিব। বাস্তৱত এইটো নহ'লে উল্লিখিত ১ নং উক্তিটোৰ প্ৰয়োজনেই নাই আৰু সকলো প্ৰকাৰৰ বিহুতলীৰ ক্ষেত্ৰতে বাকী কেইটা উক্তিৰ প্ৰয়োগ হ'লেই হ'ল।

## পৰ্যালোচনা ঃ ২

সকলো প্ৰকাৰৰ বিহুতলীত পুৰস্কাৰ হিচাপে বিহুবাদ্য দিবলৈ আৰম্ভ কৰিলে, বিহু-সংস্কৃতিৰ উৎকৰ্ষ সাধনত বিশেষ সহায়ক হ'ব বুলি ভাব হয়। এইটোৱে পুৰস্কাৰ পোৱা গৰাকীকে নহয় আনকো বিহুবাদ্য একোটা চৰ্চা কৰাত সহায় কৰিব । কিছুমান বিহুতলীত পুৰস্কাৰ হিচাপে বিহু আৰু লোক-সংস্কৃতিৰ কিতাপ দি থকা হৈছে যদিও বিহুবাদ্য দিয়াটো তেনেকৈ চকুত পৰা নাই। মনকৰিবলগীয়া যে বৰ্তমান পৰিস্থিতিত এইটো কৰিবলৈ হ'লে বিহুতলী একোখনৰ উদ্যোক্তাই আগতীয়াকৈ ব্যৱস্থা ল'ব লাগিব; কাৰণ দৌৰ মাৰি গৈ আনিবলৈ বজাৰত বিহুবাদ্য নাই। অৱশ্যে বিহুতলীবিলাকে পুৰস্কাৰ হিচাপে বিহুবাদ্য দিয়া প্ৰক্ৰিয়াই গা কৰি উঠিলে বিহুবাদ্যৰ বজাৰেও গা কৰি উঠিব।

**পৰ্যালোচনা ঃ ৩**

এই অধ্যয়নৰ কেইবাগৰাকী মতদাতাই 'পুৰস্কাৰৰ সংখ্যা বঢ়াব লাগে' বুলি বিশেষ বক্তব্য প্ৰেৰণ কৰিছে। এনে কৰাটো অন্য দুটিমান দিশৰ পৰাও সুফলপ্ৰদ হ'ব পাৰে বুলি আশা কৰিব পাৰি ঃ অধিকসংখ্যকে প্ৰতিযোগিতাত অংশ ল'বলৈ আগ্ৰহী হ'ব; নিৰাশ হৈ প্ৰতিযোগিতাত অংশগ্ৰহণ তথা বিহু চৰ্চা বাদ দিয়া বিহুৱতী-বিহুৱাৰ সংখ্যা কম হ'ব।

জিলা আৰু সদৌ অসমভিত্তিক প্ৰতিযোগিতাত প্ৰথম, দ্বিতীয় আৰু তৃতীয় প্ৰতিযোগীক পুৰস্কাৰ দিয়াৰ উপৰি প্ৰতিটো অংশগ্ৰহণকাৰী দল বা প্ৰতিযোগীক অংশগ্ৰহণ কৰাৰ বাবদ নিৰ্দিষ্ট পৰিমাণৰ নগদ ধনৰ মাননি দিয়াটো কেইবাটাও দিশৰ পৰা প্ৰয়োজনীয় আৰু যুক্তিসংগত। লাগে তাৰবাবে একোটা পুৰস্কাৰৰ নগদ ধন অথবা তাৰ বাবদ কৰিবলগীয়া খৰচৰ পৰিমাণ হ্ৰাস কৰিবলগীয়াই নহওক।

এনে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰোঁতে দল একোটা বা একোগৰাকী প্ৰতিযোগীয়ে বিহুতলীলৈ অহা-যোৱা কৰা, আখৰা কৰা, সাজ-পোচাক, আ-অলংকাৰ আদিৰ বাবদ বুজন পৰিমাণৰ অৰ্থ ব্যয় কৰিবলগীয়া হয়। অংশগ্ৰহণ কৰাৰ বাবদ নিৰ্দিষ্ট নগদ ধনৰ মাননি লাভ কৰিলে দল একোটি বা প্ৰতিযোগী এগৰাকীয়ে যথেষ্ট সকাহ পাব আৰু কেইবছৰমান বেছিকৈ প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি থাকিবলৈ উৎসাহ পোৱাৰ উপৰি সুচলতা লাভ কৰিব।

কেৱল পুৰস্কাৰপ্ৰাপ্ত দুই-তিনিক নগদ ধনৰ পুৰস্কাৰ দিয়া বৰ্তমান প্ৰচলিত ব্যৱস্থাটো নিম্নলিখিতভাৱে বিহু সংস্কৃতি উৎকৰ্ষ সাধনৰ পৰিপন্থী ঃ জিলাভিত্তিক বিহুৱতী, জেং বিহু আৰু হুঁচৰি প্ৰতিযোগিতাবোৰত একোখন জিলা বা চহৰৰ সকলো বিহুতলীতে একোটা বছৰত সাধাৰণতে একেকেইগৰাকী বিহুৱতী অথবা একেকেইটা দলকে অংশ গ্ৰহণ কৰা দেখা যায়। ইয়াৰে তিনি-চাৰিগৰাকী বিহুৱতী অথবা তিনি-চাৰিটা দলৰ ভিতৰতে পুৰস্কাৰপ্ৰাপ্তি সীমাবদ্ধ হৈ ৰয়। কাৰণ সাধাৰণতে আৰু স্বাভাৱিকতে এখন বিহুতলীত প্ৰথম বা দ্বিতীয় হোৱা প্ৰতিযোগীয়ে অন্য এখনতো প্ৰথম বা দ্বিতীয় বা তৃতীয় স্থান লাভ কৰে। অৰ্থাৎ পুৰস্কাৰ নোপোৱা ভালেসংখ্যক দল বা বিহুৱতীয়ে ক'তো একো পুৰস্কাৰ নাপায়। সাধাৰণতে তেনে বিহুৱতী বা দলৰ অধিকাংশই পিছৰ এবছৰৰ বা দুবছৰৰ ভিতৰত প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিবলৈ বাদ দিয়ে। এনে কৰিবলৈ তেওঁলোকক বাধ্য কৰে প্ৰধানতঃ দুটা কথাই - এফালে পুৰস্কাৰ নোপোৱাৰ ক্ষোভ আৰু অন্যফালে খৰচৰ বোজা। কোনো কোনোৱে বিশেষকৈ অৰ্থনৈতিকভাৱে সবল নোহোৱা পৰিয়ালৰ বহুতো বিহুৱতীয়ে পুৰস্কাৰ নোপোৱাত নিৰাশ নহৈ পৰিৱেশন উন্নত কৰিবলৈ মন কৰিলেও খৰচৰ বাবেই এবছৰ-দুবছৰতে বিহু চৰ্চা বাদ দিয়ে। মনকৰিবলগীয়া যে আজি কেইবছৰমানৰ পৰা অসমৰ প্ৰায় সকলো জিলাৰ অনেক বিহুতলীয়ে জিলাভিত্তিক আৰু অসমভিত্তিক বৰবিহুৱতী প্ৰতিযোগিতা আয়োজন কৰি অংশগ্ৰহণকাৰী প্ৰতিযোগীৰ নাটনিত ভুগিছে। গাভৰু বিহুৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। আকৌ এই পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ যেন কিছুমান বিহুতলীৰ

উদ্যোক্তাসকল পুৰস্কাৰৰ ধন বঢ়োৱাৰ প্ৰতিযোগিতাতহে নামি পৰিছে। শৰ পৰা হাজাৰ, হাজাৰৰ পৰা লাখ পৰ্যন্ত পুৰস্কাৰৰ ধনৰ পৰিমাণ বৃদ্ধি পাইছে। তাতকৈ পুৰস্কাৰৰ ধন কমাই প্ৰত্যেক দলক অহা-যোৱা আৰু আখৰা কৰা খৰচ দিলে অধিক প্ৰতিযোগী পোৱাৰ সম্ভাৱনা নাই জানো? এই ব্যৱস্থাই অধিক সংখ্যক বিহুৱা-বিহুৱতী-বিহুদলক বিহু চৰ্চা বৰ্তাই ৰখাত কিছুপৰিমাণে হ'লেও সুচলতা আৰু উৎসাহ নোযোগাবনে? অৱশ্যে এইটো কৰিবলৈ হ'লে বিহুতলী একোখনে প্ৰতিযোগীৰ অংশগ্ৰহণৰ নিম্নতম যোগ্যতা নিৰ্দিষ্ট কৰিব লাগিব। উদাহৰণ হিচাপে জিলাভিত্তিক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ কোনো আঞ্চলিকভিত্তিক প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত হ'ব লাগিব আৰু সদৌ অসমভিত্তিক প্ৰতিযোগিতাত অংশ গ্ৰহণৰ বাবে জিলাভিত্তিক প্ৰতিযোগিতাত পুৰস্কাৰ পাব লাগিব।

**সানমিহলি বিষয়ৰ গুৰুত্বপূৰ্ণ দৃষ্টিভংগী**

এই শিতানত সানমিহলি বিষয়ৰ মুঠ ১২ টা অতি গুৰুত্বপূৰ্ণ উক্তিত মতামত আহৰণ কৰা হৈছিল। আটাইকেইটা উক্তি প্ৰায় সকলো মতদাতাই সমৰ্থন কৰিছে। সেয়ে উদ্যোক্তাসকলৰ উপৰি সংশ্লিষ্ট সকলোৱে এইখিনি মতক গুৰুত্ব দি সমুচিত পদক্ষেপ ল'লে বিহুতলী একোখনে বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত প্ৰভূত বৰঙণি আগবঢ়াব বুলি আশা কৰিব পাৰি।

১। বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াৰ নিমন্ত্ৰিত শিল্পীক যথোচিত পাৰিশ্ৰমিক তথা মাননি দিয়াত গুৰুত্ব দিয়া বাঞ্ছনীয়।

২। বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াত আধুনিক তথা বিহুসুৰীয়া গীত পৰিৱেশন কৰা নিমন্ত্ৰিত শিল্পীৰ তুলনাত বিহু আৰু লোক-সংস্কৃতিৰ অনুষ্ঠান পৰিৱেশন কৰা শিল্পীক অতি কম পাৰিশ্ৰমিক তথা মাননি দিয়াটো বিহু আৰু লোকসংস্কৃতিৰ উৎকৰ্ষ সাধনৰ অত্যন্ত পৰিপন্থী।

৩। বিহুতলীবোৰত থলুৱা শিপিনীয়ে তাঁতশালত বোৱা গামোচাহে ব্যৱহাৰ কৰিলে অসমৰ অৰ্থনীতিত ভালেখিনি অৰিহণা যোগাব।

৪। বিহুতলী এখনৰ মানদণ্ড ছাউণ্ড ছিষ্টেম আৰু জাকজমকতাৰ ভিত্তিত জোখাৰ মানসিকতাৰ সলনি বিহুতলীখন কিমান সু-উদ্দেশ্যধৰ্মী সেইটোত গুৰুত্ব আৰোপ কৰাৰ মানসিকতাৰ প্ৰয়োগ তথা বিস্তাৰ হ'লেহে বিহুতলী সুৰুচিপূৰ্ণ, স্বাৱলম্বী আৰু জাতীয় জীৱনৰ উপযোগী হ'ব।

৫। স্থানীয় বিশিষ্ট ব্যক্তিক বিহুতলীত সম্মান জনোৱাটো প্ৰশংসনীয়।

৬। বিশিষ্ট ব্যক্তি বিশেষক বিহুতলীত সন্মান জনাওঁতে গামোচা এখন পিন্ধোৱাৰ উপৰি তেখেতৰ সামাজিক ধৰ্ম, সাফল্য আদি বৰ্ণিত একোখন সম্বৰ্ধনা পত্ৰ প্ৰদান কৰাটো আদৰণীয়।

৭। অঞ্চল একোটাৰ বিশিষ্ট ব্যক্তিক বিহুতলী একোখনে প্ৰয়োজন সাপেক্ষে যথাসাধ্য আৰ্থিক অনুদান আগবঢ়াব পৰাটো অতি প্ৰশংসনীয়।

৮। জাকজমকতা আৰু 'ছাউণ্ড চিষ্টেম' আদিৰ খৰচ যৎপৰোনাস্তি কম কৰি বিহুতলী একোখনে বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনত গুৰুত্ব দিয়া প্ৰয়োজন।

৯। বিহুতলী একোখনে আৰ্থ-সামাজিক উন্নয়নৰ দিশত বিশেষ পদক্ষেপ লোৱাটো আদৰণীয়।

১০। একোটা বছৰত বিহুতলী একোখনে কম পৰিমাণকৈ হ'লেও কিছু টকা ৰাহি কৰি এক সংৰক্ষিত পুঁজি গঠন কৰিব পৰিলে সেই পুঁজি সহায়ক হ'ব।

১১। বিহুৱতী প্ৰতিযোগিতাৰ নাম, বয়স অনুপাতে সৰু বিহুৱতী, বৰ বিহুৱতী হ'ব লাগে। বিহু কুঁৱৰী, বিহু ৰাণী, বিহু কন্যা আদি হ'ব নালাগে।

১২। ব'হাগ মাহৰ পাছত বিহুতলী অনুষ্ঠিত কৰা উচিত নহয়।

পঞ্চদশ অধ্যায়

# বিহুতলীৰ অনুষ্ঠান

বিহুতলী আয়োজনৰ দ্বাৰা ৰঙালী বিহু উদ্‌যাপনৰ প্ৰক্ৰিয়াটোৱে বিহু সংস্কৃতি, অসমীয়া লোকসংস্কৃতি আৰু জাতীয় জীৱনৰ উৎকৰ্ষ সাধনত বৰ্তমানতকৈ অধিক অৰিহণা প্ৰদান কৰিবলৈ হ'লে, বিহুতলী একোখনত বিভিন্ন প্ৰকাৰৰ সাংস্কৃতিক অনুষ্ঠানে সমুচিত গুৰুত্ব পাব লাগিব। এই ধাৰণাপ্ৰসূত কিছুমান চিন্তাৰ সন্দৰ্ভত মতদাতাসকলৰ মতামত আহৰণ কৰাৰ প্ৰয়াস কৰা হৈছিল। এই অধ্যায়ত সেইখিনি মতামতৰ ভিত্তিত বিষয়বস্তুৰ আলোচনা আগবঢ়োৱা হৈছে। ইয়াৰ উপৰি পহিলাতে বিষয়টোৰ গুৰুত্বত আলোকপাত কৰিবলৈ যত্ন কৰা হৈছে।

## আজিৰ কিছুমান বিহুতলীৰ অনুষ্ঠান

বৰ্তমান কিছুমান বিহুতলীৰ 'সাংস্কৃতিক সন্ধিয়া'ত বিহু তথা অসমীয়া কলা-কৃষ্টিৰ, বিশেষকৈ লোকগীত-মাত-নৃত্যতকৈ অন্য ধৰণৰ অনুষ্ঠানেহে গুৰুত্ব পাই থকাটো এক চিন্তনীয় বিষয় হৈ পৰিছে। বিহুতলীতে বিহুনাচ, বিহুনাম, ঢোল, পেঁপা, গগনা আদি আৰু অন্য অসমীয়া কলা-কৃষ্টি হৈ পৰিছে এলাগী। বিহুতলীতে বিহু আৰু অসমীয়া লোক গীত-মাত-নৃত্যৰ শিল্পীসকলে তুলনামূলকভাৱে কম আদৰ-সাদৰ আৰু মূল্য লাভ কৰিছে বুলি আক্ষেপ কৰিছে অনেক শিল্পী তথা বিহু সংস্কৃতিপ্ৰেমীয়ে। অনেক বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াৰ কিছুমান অনুষ্ঠানৰ পৰিৱেশনে জাতীয় চেতনা, জাতীয় ঐতিহ্য আৰু জাতীয় সংস্কৃতি বিপন্ন কৰি তুলিছে। আজি কেইবাবছৰৰ পৰা চিন্তাশীল ব্যক্তি ভালেসংখ্যকে এই বিষয়ত চোকা সমালোচনাও আগবঢ়াইছে। যোৱা দুবছৰমানত প্ৰকাশিত কেইগৰাকীমান লেখকৰ বক্তব্য এনে ঃ

"কেইবছৰমানৰ পৰা বিহুমঞ্চত বিহু সংস্কৃতিৰ সৈতে সম্পৰ্ক নথকা কিছুমান বিজতৰীয়া অনুষ্ঠানৰ আয়োজন কৰিবলৈ লোৱাত কাণ্ডজ্ঞান নোহোৱা আয়োজক আৰু সৰ্বসাধাৰণ লোকে বিহুনাচৰ পৰিবৰ্তে সেই অনুষ্ঠানবোৰহে ভাল পাবলৈ লৈছে, গুৰুত্ব প্ৰদান কৰিবলৈ লৈছে। এয়া এক বিহু সংস্কৃতিৰ সংকট। এয়া বিহুৰ নামত সংস্কৃতিৰ বিড়ম্বনা, অন্ধ অনুকৰণ, লঘু জীৱন চৰ্চা, অশুদ্ধ দৰ্শনৰ চৰ্চা। ই যে অসমীয়া স্বকীয় গধুৰ মৰ্যাদাৰ ভেটিটো, স্বকীয় গৰিমাপুষ্ট সংস্কৃতিৰ প্ৰতি ভাবুকিস্বৰূপ হৈ পৰিছে। বৰ্তমান সাৱধান নহ'লে শংকৰ-মাধৱ, বেজবৰুৱা, জ্যোতিপ্ৰসাদ, পাৰ্বতী প্ৰসাদ, বিষ্ণু ৰাভা, ৰাধাগোবিন্দ বৰুৱা আদি স্বনামধন্য পুৰুষসকলে গঢ় দি যোৱা অসমৰ জাতীয় চানেকীত কেনা লাগিব। বিহুমঞ্চত বিহুনাচ-

গানক প্ৰাধান্য দিব লাগে, মাননি বৃদ্ধি কৰিব লাগে, খোৱা-বোৱাৰ যতন ল'ব লাগে।" - পদ্মকান্ত বৰা (প্ৰান্তিক-১ এপ্ৰিল ২০০৪ চন)।

"বিহুৰ আচল কথাটিয়েই হ'ল সাংস্কৃতিক সন্ধিয়া। আজনিশা যাৰ ভৰপক উঠে, শেষ হয়গৈ পুৱা। বিহুৱা শিল্পীৰ বেছি কাম নাই, আধুনিক হ'ব লাগে/নামী-দামী হ'লে পইচা উঠিব, আলাসতে আগে-ভাগে। থলুৱা শিল্পী নমতাই ভাল, মিচাকৈয়ে আমনি কৰে/বলিউডীয়া খিয়াতি হ'লেহে সোণত সুৱগা চৰে। থলুৱা গানৰো বেছি দাম নাই, বিদেশী হ'লেহে ভাল/সকলোৰে হিয়া শাঁত পৰে শুনি, বিদেশী গীতৰ তাল। বিহুৱা হুঁচৰি নাচনীয়ে যদি, হাজাৰ টকা পায়/লাখৰ ঘৰত ঘটিব পাৰি, চিনেমাৰ গীত গাই।" - প্ৰমোদ বৰুৱা (প্ৰান্তিক - ১৬-৩০ এপ্ৰিল, ২০০৫ চন)

"নগৰতেই হওক বা গাঁৱতেই হওক মুষ্টিমেয় সাংস্কৃতিক কৰ্মীয়ে বিহুৰ নিজস্বতা ৰক্ষা কৰাৰ বাবে অহোপুৰুষাৰ্থ কৰি আহিছে। বিহুক লৈ বেপাৰ কৰাইতক বুজাই দিব লাগিব যে এনে দুষ্কাৰ্যৰ দ্বাৰা আপোন মাতৃক বনিয়া সজোৱা সদৃশ দুষ্কৃতি কৰি জাতি হত্যাৰ মহাপাপ কৰা হৈছে। এনেবোৰ অপসংস্কৃতিৰ বিৰুদ্ধে আমি বিহুপ্ৰেমী ৰাইজ সচেতন সতৰ্ক সক্ৰিয় হ'ব লাগিব। বিহু মেলা-উৎসৱ আদিৰ কাৰ্যসূচীত বিহুৰ শুচিতা ৰক্ষাৰ সকলোধৰণৰ সাৱধানতা অৱলম্বন কৰিব লাগিব। মনত ৰাখিব লাগিব যে য'তেই যেতিয়াই বিহু পতা নহওক, বিহুৱে অসমীয়া জাতীয়তাক শুদ্ধভাৱে প্ৰতিনিধিত্ব কৰাৰ ব্যৱস্থা কৰিব লাগিব আৰু সকলোধৰণৰ বিকৃতিকেই সহ্য কৰিব নালাগিব।" (তোষেশ্বৰ চেতিয়া, 'ব'হাগ বিহু যৌৱন আৰু কৃষি প্ৰজননৰ লোকসংস্কৃতি'; সাদিন : বসন্ত সম্ভাৰ; ২০০৫ পৃ: ১৯)

"বিহু সন্মিলনসমূহে আয়োজন কৰা সাংস্কৃতিক সন্ধিয়াত হিন্দী চিনেমাৰ গান মাজ ৰাতিলৈকে বাজি থাকিলেও তাকে সংস্কৃতি বুলি আত্মহাৰা হোৱা লোকৰ অভাৱ নাই। বিহু সন্মিলনবিলাকে নামী শিল্পী মঞ্চত থিয় কৰাবলৈ যি প্ৰতিযোগিতা চলায় সিয়ো সুস্থ সংস্কৃতিৰ অনুকূল নহয়। যিবোৰ গীত-মাতে আমাৰ মাটিতে জন্ম লৈছে, যিবোৰত স্বকীয় বৈশিষ্ট্য আছে, সেইবোৰ পৰিৱেশন কৰিলে অসমৰ সংস্কৃতি বুলি ক'ব পৰা যায়।" - প্ৰফুল্ল ৰাজগুৰু ('চিন্তাশিল্প'; এপ্ৰিল, ২০০৩, পৃ: ৬০)

"বিহুৰ মঞ্চতো দুই-এটা অনুষ্ঠানৰ বাহিৰে সৰহসংখ্যক অনুষ্ঠানতে অসমীয়া সংস্কৃতিৰ নামত কিছুমান অপসংস্কৃতি উপভোগ কৰিব লগা হয়। এইদৰে জুন মাহলৈকে চলি থকা বিহু অনুষ্ঠানবিলাকে অসমীয়াৰ বিহুক কোন বাটেৰে লৈ যাব, সেয়া ৰাইজে বিচাৰ কৰি চোৱাৰ সময় হ'ল।" - সুকন্যা দত্ত ("ৰঙালী বিহু উৎসৱ আয়োজকসকললৈ এটি অনুৰোধ"; প্ৰান্তিক, ১ এপ্ৰিল, ২০০৫ পৃ: ৪)

**বিহুতলীৰ বাঞ্ছনীয়-অবাঞ্ছনীয় অনুষ্ঠানবোৰ**

বিহুতলীত বিভিন্ন প্ৰকাৰৰ অনুষ্ঠানবোৰে সমুচিত গুৰুত্ব লাভ কৰাৰ সংক্ৰান্তত এক সবল মতামত দাঙি ধৰাৰ প্ৰচেষ্টা চলোৱাৰ তাড়না জাগৃত কৰিলে উপৰিউক্ত সকলোখিনি উপলব্ধি আৰু বক্তব্যখিনিৰ অনুৰণনে, আৰু ফলস্বৰূপে ইয়াক এই অধ্যয়নটিৰ এক অন্যতম

উদ্দেশ্য হিচাপে স্থান দিয়া হ'ল। এই উদ্দেশ্য আগত লৈ প্ৰথমেই বৰ্তমান বিভিন্ন বিহুতলীত অনুষ্ঠিত হৈ থকা মুঠ ১৮ বিধ অনুষ্ঠানৰ এখন তালিকা প্ৰস্তুত কৰা হ'ল। এই তালিকাৰ প্ৰতিটো অনুষ্ঠানৰ বিপৰীতে গুৰুত্ব দিবলগীয়াৰ ভিত্তিত ২০-ৰ ভিতৰত নম্বৰ দিবলৈ প্ৰত্যেক মতদাতাক অনুৰোধ কৰা হ'ল। এইটো ইতিপূৰ্বে উল্লেখ কৰি অহা চাৰি প্ৰকাৰৰ বিহুতলীৰ প্ৰত্যেক প্ৰকাৰ বিহুতলীৰ বাবে পৃথকে পৃথকে কৰিবলৈ কোৱা হ'ল। পিছে মুঠ ৫৮ গৰাকী মতদাতাৰ পৰাহে এই বিষয়ত মতামত পোৱা গ'ল। মনকৰিবলগীয়া যে চাৰি প্ৰকাৰৰ বিহুতলীৰ প্ৰত্যেক প্ৰকাৰৰ বাবে ১৮ টাকৈ অনুষ্ঠানৰ বিপৰীতে গমি-পিতি নম্বৰ দিবলৈ ভালেখিনি সময়, মানসিক শক্তিৰ প্ৰয়োগ আৰু ধৈৰ্যৰ প্ৰয়োজন। ইমানখিনি কষ্ট স্বীকাৰ কৰি যিসকল সহৃদয় মতদাতাই মতামত দিলে তেখেতসকললৈ এইখিনিতে বিশেষ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সমূহ মতদাতাই প্ৰতি প্ৰকাৰৰ বিহুতলীৰ ক্ষেত্ৰত প্ৰতিটো অনুষ্ঠানত দিয়া নম্বৰ যোগ কৰি গড় উলিওৱা হ'ল; আৰু গড় নম্বৰৰ ভিত্তিত একোপ্ৰকাৰ বিহুতলীত অনুষ্ঠানসমূহৰ স্থান নিৰ্ণয় কৰা হৈছে। এইখিনিতে উল্লেখযোগ্য যে প্ৰশ্নাৱলীত থাকি যোৱা ছপাৰ ভুল এটাৰ বাবে কোনো কোনো মতদাতাই ২০ -ৰ সলনি ১৬-ৰ ভিতৰত নম্বৰ দিলে। এই ক্ষেত্ৰত ২০-ৰ ভিতৰত যিমান হ'ব ধৰি লৈ অংক কৰা হৈছে কাৰণ এনেকৈ ধৰি সকলো মতদাতাৰ নম্বৰৰ গড় উলিয়ালে মতামত একেই থাকে। অনুষ্ঠানসমূহৰ গুৰুত্বৰ সন্দৰ্ভত মতামত চাৰি প্ৰকাৰৰ বিহুতলীৰ ক্ষেত্ৰত প্ৰায় সকলো মতদাতাই অনুষ্ঠান একোটাত সমান নম্বৰ দি মত ব্যক্ত কৰিছে। সেয়ে এই দুয়োপ্ৰকাৰক এই বিষয়ত একেটা প্ৰকাৰ হিচাপে গণ্য কৰি মতামত বিশ্লেষণ কৰা হৈছে।

মতামতৰ ভিত্তিত অনুষ্ঠানখিনি দুভাগত বিভক্ত কৰি বিশ্লেষিত তথ্য আৰু পৰ্যালোচনা পৰিৱেশন কৰা হৈছে।

## ক. বিহুতলীত অবাঞ্ছনীয় অনুষ্ঠান

উল্লেখনীয় যে ১৮ টা অনুষ্ঠানৰ ভিতৰত ৪ টা অনুষ্ঠানত ৫৮ গৰাকী মতদাতাৰ কেৱল ১১ গৰাকীয়ে কিছু নম্বৰ দিছে, বাকীসকলে '০' নম্বৰ দিছে বা নম্বৰ দিয়া নাই আৰু চাৰিও প্ৰকাৰৰ বিহুতলীৰ ক্ষেত্ৰতে এই অনুষ্ঠানকেইটিৰ গড় নম্বৰ সৰ্বাধিক ৪। সেয়ে নিম্নলিখিত এই চাৰিটা অনুষ্ঠানক বিহুতলীত অবাঞ্ছনীয় হিচাপে উল্লেখ কৰা হ'ল –

১। সাংস্কৃতিক সন্ধিয়াত হিন্দী-নৃত্য-গীতৰ অনুষ্ঠান;

২। সাংস্কৃতিক সন্ধিয়াত যশস্বী শিল্পীৰ হিন্দী গীতৰ অনুষ্ঠান;

৩। সাংস্কৃতিক সন্ধিয়াত স্থানীয় উদীয়মান শিল্পীৰ ভাৰত নাট্যম, উদীচী, কথকলি আদি নৃত্যৰ অনুষ্ঠান।

৪। সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত শিল্পীৰ ভাৰত নাট্যম, উদীচী আদি নৃত্যৰ অনুষ্ঠান।

**পৰ্যালোচনা ১ ঃ**

এই অধ্যয়নৰ এগৰাকী মতদাতায়ো হিন্দী গীত আৰু হিন্দী গীতৰ নৃত্যৰ অনুষ্ঠানত

নম্বৰ নিদিব বুলিয়েই মোৰ ব্যক্তিগত ধাৰণা আছিল। পিছে কাৰ্যতঃ সেইটো নহ'ল। সেয়ে বিষয়টো কিছু বিশ্লেষণ কৰা প্ৰয়োজন। প্ৰথমেই অতি স্পষ্টভাৱেই ক'ব খোজো যে এনে অনুষ্ঠান আয়োজন কৰিবলৈ অন্য বহুত উৎসৱ-পাৰ্বণ আছে; বিহুৰ গইনাত ইবিলাক অনুষ্ঠান অনুষ্ঠিত কৰিবৰ বিশেষ প্ৰয়োজন নাই। বিহু আৰু অন্য অসমীয়া অনুষ্ঠানৰ আকাল পৰা নাই; বৰং বিহুতলীত স্থান পোৱাহে যে নাই সেই বিষয়ে ইতিপূৰ্বে আলোচনা কৰি অহা হৈছে। এই বিষয়টো আৰু এক নিৰ্দিষ্ট পটভূমিতো আলোচনা কৰা প্ৰয়োজন।

যোৱা কেইবছৰমানত বিহুতলীবিলাকত হিন্দী গীতৰ অনুষ্ঠান আগৰ কিছুমান বছৰৰ তুলনাত ভালেখিনি কমিছে। আশী আৰু নব্বৈৰ দশকত যিবোৰ বিহুতলী হিন্দী গীতৰ উত্তাল বন্যাই টৌৱাইছিল সেইবোৰৰ প্ৰায়খিনিতে যোৱা কেইটামান বছৰত তেনে অনুষ্ঠান অনুষ্ঠিত হোৱা নাই। চিন্তাশীল সমালোকচসকলৰ বক্তব্য আৰু সাংস্কৃতিৱান বিহুতলী উদ্যোক্তাৰ তৎপৰতাই অলপ হ'লেও কাম দিছে এইক্ষেত্ৰত।

অন্যহাতে বিহুতলী আয়োজনৰ ক্ষেত্ৰত ক্ৰমান্বয়ে এক আদৰণীয় প্ৰক্ৰিয়াই গা কৰি উঠিছে। সেইটো হ'ল প্ৰধানতঃ অনা-অসমীয়াভাষীলোক বসবাস কৰা অঞ্চল গোটাচেৰেকত বিহুতলী আয়োজিত হ'বলৈ লৈছে। মুখ্যতঃ সেইসকলে উদ্যোগ লৈ বিহুতলী পাতিবলৈ লোৱাটো অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত এক সুদূৰপ্ৰসাৰী সুপ্ৰভাৱ পেলাব বুলি আশা কৰিব পাৰি। পিছে চিন্তনীয় বিষয় এই যে এনে বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত শিল্পীৰ হিন্দী গীতৰ অনুষ্ঠান আৰু হিন্দী গীতত নচা নাচৰ প্ৰতিযোগিতা চলাটো আদৰণীয় হ'ব নোৱাৰে। তেনে কৰাটোৱে প্ৰকাৰন্তৰে বিহু উৎসৱক তথা বিহুতলীক অপব্যৱহাৰ কৰাটোহে সূচাব। তেনে বিহুতলীত আনকি সেই ভাষা কোৱা লোকসকলৰ পৰম্পৰাগত নৃত্য-গীতৰ প্ৰতিযোগিতা অনুষ্ঠিতকৰণো আদৰণীয় হ'ব নোৱাৰে। তেনে কৰিবলৈ অন্য উৎসৱ বাছি ল'লেই হ'ল; বিহুক আৰু বিহুতলীক ব্যৱহাৰ কিয় কৰিব লাগে? আমি এখন বিহুতলীত অসমীয়া আৰু হিন্দী গীতৰ নৃত্য প্ৰতিযোগিতা অনুষ্ঠিত হোৱাটো নিজে দেখা পাইহে এইখিনি লিখিছোঁ। অন্যহাতে প্ৰধানতঃ বাংলা ভাষী লোকৰ উদ্যোগত অনুষ্ঠিত এখন বিহুতলীত বিহুৱেহে মুখ্য স্থান পোৱা প্ৰত্যক্ষ কৰি সন্তুষ্টি লভিছোঁ।

ভাৰত নাট্যম, উদীচী আদি নৃত্যৰ অনুষ্ঠানৰ সন্দৰ্ভতো একে সুৰতেই ক'ব খোজোঁ যে অসমীয়া জাতিৰ আটাইতকৈ আদৰৰ উৎসৱটোৰ নামত নিজৰখিনিলৈ পিঠি দি পৰৰখিনিক ৰঙা দলিচা পৰা কাৰ্যক সমৰ্থন কৰিব নোৱাৰি। অৱশ্যে অনাঅসমীয়াভাষী অধ্যুষিত অঞ্চলৰ বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াত তেওঁলোকৰ কোনোৱে এনে একোটি অনুষ্ঠান পৰিৱেশন কৰাটো অবাঞ্ছনীয় নহয় বুলিয়েই বোধ হয়। এই অধ্যয়নৰ মতদাতাসকলৰ অধিকাংশৰ মতামতো যে এনে সেই তথ্য পিছত আগবঢ়োৱা হৈছে।

**খ. বিভিন্ন প্ৰকাৰৰ বিহুতলীত বিভিন্ন অনুষ্ঠানৰ গুৰুত্ব**

নিম্নোলিখিত তালিকাত মুঠ ১৪ টি অনুষ্ঠানে বিভিন্ন প্ৰকাৰৰ বিহুতলীত কেনে গুৰুত্ব পাব লাগে বুলি মতদাতাসকলে মত দিছে তাৰ আভাস দাঙি ধৰা হৈছে।

## তালিকা ঃ বিভিন্ন প্ৰকাৰৰ বিহুতলীত বিভিন্ন অনুষ্ঠানৰ গুৰুত্ব

| ক্ৰ: স: | বিহুতলীৰ অনুষ্ঠান/উদ্দেশ্য | গুৰুত্ব ভিত্তিক গড় নম্বৰ | | |
|---|---|---|---|---|
| | | আঞ্চলিক বিহুতলী (গ্ৰাম্য) | আঞ্চলিক বিহুতলী (নগৰীয়া) | কেন্দ্ৰীয়/ প্ৰতিষ্ঠান পোষিত |
| ১। (ক) | মূলতঃ অঞ্চলটোৰ শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুৰ অংশগ্ৰহণৰ সুবিধাৰ উদ্দেশ্যে আয়োজিত আঞ্চলিক ভিত্তিক বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা (বিহুৱতী, জেং বিহু, মুকলিবিহু, হুঁচৰি আদি) | ১ম (১৭) | ১ম (১৫) | ২য়(১৩) |
| (খ) | সাংস্কৃতিক সন্ধিয়াত কমেও এযোৰা মানবিশিষ্ট হুঁচৰিৰ প্ৰদৰ্শনমূলক অনুষ্ঠান। | ২য় (১৪) | ২য় (১৪) | ১ম (১৪) |
| (গ) | সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত (যথাযোগ্য মানবিশিষ্ট) বিহুৱতী, পেঁপাবাদক, জেং বিহু দল, মুকলি বিহু দল, হুঁচৰি দল আদিৰ বিহু অনুষ্ঠান। | ৩য় (১৩) | ৩য় (১৩) | ৩য় (১৩) |
| ২. | অঞ্চলটোৰ বয়সস্থৰ প্ৰদৰ্শনমূলক হুঁচৰি (প্ৰয়োজন আৰু চাহিদা অনুযায়ী) | ২য় (১৪) | ৪ৰ্থ(১২) | ৫ম (১০) |
| ৩. | জিলাভিত্তিক বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা | ৪ৰ্থ(১০) | ৩য় (১৩) | ৫ম (১০) |
| ৪. | সদৌ অসম ভিত্তিত বিহু অনুষ্ঠানৰ প্ৰতিযোগিতা | ৬ষ্ঠ (৫) | ৬ষ্ঠ (১০) | ১ম (১৪) |
| ৫. | প্ৰতিযোগিতাৰ বাবে প্ৰয়োজনীয় দলৰ অভাৱৰ পৰিপ্ৰেক্ষিতত অঞ্চলটোৰ অন্ততঃ এযোৰ হুঁচৰি প্ৰদৰ্শন। | ৩য় (১৩) | ৫ম (১১) | ৪ৰ্থ (১১) |
| ৬. | সাংস্কৃতিক সন্ধিয়াত স্থানীয় উদীয়মান শিল্পীৰ (পাৰিশ্ৰমিক আৰু মাননি দিব নলগীয়া) লোকসংস্কৃতিৰ অনুষ্ঠান। | ২য়(১৪) | ৩য়(১৩) | ৪ৰ্থ (১১) |

| | | | | |
|---|---|---|---|---|
| ৭. | সাংস্কৃতিক সন্ধিয়াত স্থানীয় উদীয়মান শিল্পীৰ জ্যোতিগীত, ৰাভাগীত, পাৰ্বতী প্ৰসাদ বৰুৱাৰ গীত, অসমীয়া আধুনিক গীত আদিৰ অনুষ্ঠান। | ৪ৰ্থ(১০) | ৬ষ্ঠ(১০) | ৫ম(১০) |
| ৮. | সাংস্কৃতিক সন্ধিয়াত অঞ্চলটোৰ উদীয়মান শিল্পীৰ জ্যোতিগীত, ৰাভা গীত, পাৰ্বতী প্ৰসাদ বৰুৱাৰ গীত, অসমীয়া আধুনিক গীত আদিৰ আধাৰত নৃত্যৰ অনুষ্ঠান | ৪ৰ্থ(১০) | ৬ষ্ঠ(১০) | ৭ম(৮) |
| ৯. | ভালেসংখ্যক মাৰোৱাৰী, বেংগলী আদি সম্প্ৰদায়ৰ বাসিন্দা থকা অঞ্চলৰ বিহুতলীত তেওঁলোকৰ পৰম্পৰাগত নৃত্য-গীতৰ গোটাচেৰেক অনুষ্ঠান | | ৭ম(৯) | ৬ষ্ঠ(৯) |
| ১০. | সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত শিল্পীৰ অসমীয়া লোক সাংস্কৃতিক আৰু সত্ৰীয়া নৃত্য-গীতৰ অনুষ্ঠান। | ৫ম(৯) | ৭ম(৯) | ৫ম(১০) |
| ১১. | সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত স্থানীয় শিল্পীৰ আধুনিক/বিহুসুৰীয়া গীতৰ অনুষ্ঠান। | ৪ৰ্থ(১০) | ৬ষ্ঠ(১০) | ৫ম(১০) |
| ১২. | সাংস্কৃতিক সন্ধিয়াত নিমন্ত্ৰিত যশস্বী আৰু দামী শিল্পীৰ আধুনিক তথা বিহুসুৰীয়া গীতৰ অনুষ্ঠান। | ৭ম(২) | ৮ম(৬) | ৫ম(১০) |

**পৰ্যালোচনা ১ঃ**

তালিকাখনত মতদাতাসকলৰ বিহুতলী একোপ্ৰকাৰত কেনেকুৱা অনুষ্ঠানে বেছি আৰু কেনেকুৱাই কম গুৰুত্ব পাব লাগে বুলি বাঞ্ছা কৰে সেইটোহে প্ৰতিফলিত হৈছে। এইখিনি সিদ্ধান্ত নহয়। বিহুতলীৰ উদ্যোক্তাসকলে সেই সম্বন্ধে আলোচনাৰ জৰিয়তে সিদ্ধান্ত ল'বলৈ সহায়ক হ'ব পাৰে বুলি হোৱা ভাববোধতহে এইখিনি তথ্য যুগুতোৱা হৈছে। বিহুতলী একোখনে এনেকৈয়ে বিভিন্ন অনুষ্ঠান আয়োজন কৰাত গুৰুত্ব দিবই লাগিব বুলি ক'বৰ ধৃষ্টতা আমাৰ নাই। অন্যহাতে এই তথ্যখিনি বিষয়বস্তুৰ অন্যান্য আলোচনা তথা বিশ্লেষণতো কামত আহিব পাৰে বুলি বোধ হয়।

**পৰ্যালোচনা ২ঃ**

তালিকাখনৰ এটি আকৰ্ষণীয় তথ্য হ'ল এই যে তিনিও প্ৰকাৰৰ বিহুতলীতে আগস্থান পোৱা অনুষ্ঠানকেইটা বিহু অনুষ্ঠান। এইটো হোৱাটোৱেই স্বাভাৱিক, কাৰণ মতদাতাসকলেই বিহুপ্ৰেমী। অন্যফালৰ পৰা ক'বলৈ হ'লেও কবই লাগিব যে বিহুতলীত বিহুঅনুষ্ঠানে

অধিক গুৰুত্ব নাপাই অন্য অনুষ্ঠানে পাব লাগেনে? পিছে পাই আছে; অন্য অনুষ্ঠানবোৰেহে অধিক গুৰুত্ব পাই আছে কেইবাটাও দিশৰ পৰা : অনুষ্ঠান একোটাত কৰা ধনৰ খৰচৰ ফালৰ পৰা পাই আছে। অনুষ্ঠানৰ সংখ্যাৰ ফালৰ পৰা পাই আছে। সাংস্কৃতিক সন্ধিয়াত পৰিৱেশনৰ সময়ৰ পৰিমাণৰ দিশৰ পৰাও পাই আছে।

বিহুতলীৰ সংস্কৃতিবান উদ্যোক্তাসকলে কথাটো লক্ষ্য কৰিব বুলি আশা কৰিব নোৱাৰিনে?

**পৰ্যালোচনা ৩ :**

জিলাভিত্তিক বিহুঅনুষ্ঠানৰ প্ৰতিযোগিতা অনুষ্ঠিতকৰণে নগৰীয়া আঞ্চলিক বিহুতলীত বাকী দুখনতকৈ আগস্থান লাভ কৰিছে।

**পৰ্যালোচনা ৪ :**

স্থানীয় উদীয়মান শিল্পীৰ লোকসংস্কৃতিৰ অনুষ্ঠানে তিনিও প্ৰকাৰৰ বিহুতলীতে আগস্থান পোৱাটো মনকৰিবলগীয়া। এই প্ৰসংগটি ইতিমধ্যে বহলাই আলোচনা কৰি অহা হৈছে। উল্লেখনীয় যে উদীয়মান বুলি কেৱল কম বয়সীয়াসকলক বুজোৱা হোৱা নাই।

**পৰ্যালোচনা ৫ :**

গ্ৰামাঞ্চলৰ আঞ্চলিক বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াতো নিমন্ত্ৰিত স্থানীয় শিল্পীৰ আধুনিক/বিহুসুৰীয়া গীতৰ অনুষ্ঠানে চতুৰ্থ স্থান পোৱাটো বিশেষ মনকৰিবলগীয়া বুলি বোধ হয়। এইটো পৰিস্থিতিৰ লগত খাপখোৱা মতামত যেনেই লাগে। কাৰণ বৰ্তমান বিহুসুৰীয়া গীতৰ অনুষ্ঠান সৰ্বত্ৰ জনপ্ৰিয়। এইখিনিতে এই ক্ষেত্ৰত পৰিলক্ষিত হোৱা কেইটিমান কথা থোৰতে উত্থাপন কৰিব খুজিছোঁ :

বিহুসুৰীয়া গীতৰ অনুষ্ঠান পৰিৱেশনৰ ক্ষেত্ৰত এক উৎসাহজনক প্ৰক্ৰিয়া আজি দুবছৰমানৰ পৰা আৰম্ভ হোৱা পৰিলক্ষিত হৈছে। সেইটো হ'ল জনপ্ৰিয় যশস্বী শিল্পী কেইগৰাকীমানে এনে অনুষ্ঠানৰ প্ৰথমভাগত পাশ্চাত্য বাদ্যযন্ত্ৰৰ সংগতত বিহুসুৰীয়া গীত আৰু অসমীয়া আধুনিক গীত পৰিৱেশন কৰাৰ পাছত বিহুগীত পৰিৱেশন কৰোঁতে বিহুবাদ্য সংগত কৰিবলৈ লৈছে। মনকৰিবলগীয়া যে আজিৰ পৰা কিছুবছৰৰ আগলৈকে প্ৰতিষ্ঠিত যশস্বী শিল্পী এগৰাকীয়ে ঢোল, পেঁপা, তাল আদি সংগত কৰি মঞ্চত বিহুগীত গোৱাটো ভাবিব নোৱৰা কথা যেন আছিল। বিহুগীতৰ জনপ্ৰিয়তাৰ বাবেই এইটো সম্ভৱ হৈছে আৰু বিহুতলী আয়োজনৰ ই এক সুফল বুলি গণ্য কৰিব পাৰি। এনে হোৱাটো কেৱল উৎসাহজনকেই নহয়, কেইবাটাও দৃষ্টিকোণৰ পৰা জৰুৰী বুলি বোধ হয়।

গাঁও-চহৰ য'তেই নহওক, বৰ্তমান কালত সংগীত চৰ্চাত লাগি থকা প্ৰায়খিনি উদীয়মানৰ লক্ষ্য বা কাম্য হৈছে বিহুসুৰীয়া আৰু আধুনিক গীত আদি পৰিৱেশন কৰিব পৰা শিল্পী হোৱাটো। পাশ্চাত্য বাদ্যযন্ত্ৰ সংগতেৰে বিহুসুৰীয়া আৰু অন্যান্য গীত পৰিৱেশন কৰা শিল্পী হ'বলৈহে। এনে বাদ্যযন্ত্ৰ সংগতেৰে গীত পৰিৱেশন নকৰিলে উচ্চস্তৰৰ শিল্পী হিচাপে স্বীকৃতি পোৱা সম্ভৱ নহয় বুলিয়েই প্ৰায় সকলোৱেই সাধাৰণতে বিশ্বাস কৰে। এইটো হো টো তেনেই স্বাভাৱিক। কাৰণ বহু বছৰ ধৰি তেনে শিল্পীক সৰ্বত্ৰ আদৰ আৰু উচ্চ

স্থান দি থকা হৈছে। সাধাৰণতে তেনে শিল্পীসকলহে যশস্বী আৰু জনপ্ৰিয়। ফলস্বৰূপে বিহু আৰু লোক গীত-মাত চৰ্চা কৰা লোকৰ সংখ্যা দিনক দিনে কমিছে। আগেয়ে গাঁও একোখনৰ সুৰদি কণ্ঠৰ কিশোৰ বা কিশোৰীৰ অধিকাংশই তেওঁলোকৰ প্ৰতিভা সাধাৰণতঃ প্ৰকাশ কৰিছিল হুঁচৰি আদিত বিহুনাম গায়, আৰু অন্য অনুষ্ঠানত লোক-গীত-মাত গায়। আজি পৰিস্থিতি সলনি হৈছে। নগৰৰতো কথাই নাই, গাঁও একোখনৰ তেনে কিশোৰ-কিশোৰীয়েও আজি পাশ্চাত্য বাদযন্ত্ৰ সংগতেৰে বিহুসুৰীয়া আৰু অন্যান্য গীত পৰিৱেশন কৰা শিল্পী হ'বলৈহে যত্ন কৰে, আৰু তেনে কৰিবলৈ পৰিৱৰ্তিত পৰিৱেশত সুবিধাজনক আৰু আপাত দৃষ্টিত প্ৰয়োজনীয়ও। এনে পৰিস্থিতিত বিহুতলীৰ বিহু-সুৰীয়া গীতৰ অনুষ্ঠানৰ অন্ততঃ কোনো এক অংশবিশেষ বিহুবাদ্য সংগতেৰে পৰিৱেশন কৰাটো বাঞ্ছনীয় হিচাপে গণ্য হ'বলৈ ধৰিলেও, তেনে প্ৰতিভাৱান শিল্পীৰ যোগেদি বিহুগীত-বিহুবাদ্যৰ বিশেষ চৰ্চা হৈ থাকিব বুলি আশা কৰিব পাৰি। অন্যথাই সিবিলাকক চৰ্চা কেৱল প্ৰতিযোগিতাত অংশগ্ৰহণ কৰা হুঁচৰি দল আৰু বিহুদলৰ সদস্য আৰু সদস্যাৰ মাজতে সীমাবদ্ধ থাকিব বুলিহে ভাব হয়। সেয়ে বিহুসুৰীয়া গীতৰ শিল্পীসকলে প্ৰতিষ্ঠিত দুগৰাকীমান শিল্পীয়ে দেখুৱাই দিয়া বাটেৰে বাট বোলাটো কেৱল আদৰণীয়ই নহয় অতীব প্ৰয়োজনীয়ও। বিহুতলীত বিহুসুৰীয়া গীত পৰিৱেশনৰ অনুষ্ঠানত তেওঁলোকে কিছুসময় কেৱল বিহুবাদ্য সংগতেৰে বিহুগীত পৰিৱেশন অৱশ্যেই কৰিব লাগে। বিহুতলী উদ্যোক্তাসকলে এই কথাত জোৰ দিলে প্ৰক্ৰিয়াটোৱে অৱশ্যেই গা কৰি উঠিব।

বিহুগীত গাবলৈ বিহুবাদ্যৰ বাদে অন্য বাদযন্ত্ৰ প্ৰকৃতাৰ্থত যে প্ৰয়োজন নাই সেই কথা ইতিমধ্যে আলোচনা কৰি অহা হৈছেই। তাৰোপৰি কেৱল বিহুবাদ্য সংগতেৰে গালে বিহুগীতৰ স্বকীয় মৰ্যাদা আৰু মাধুৰ্যও অটুত ৰাখে।

বিহুতলীবোৰত বিহুসুৰীয়া গীতৰ অনুষ্ঠানত শিল্পীসকলে বিহুগীতো পাশ্চাত্য বাদ্যযন্ত্ৰৰ সংগতত পৰিৱেশন কৰা প্ৰক্ৰিয়াই প্ৰশ্ৰয় পাই থাকিবলৈ ল'লে বিহু সংস্কৃতিয়ে সেই পঞ্চাছৰ দশকৰ অৱহেলা আৰু অনাদৰৰ পৰা যে প্ৰকৃতাৰ্থত মুক্তি পোৱা নাই সেইটো পৰিস্ফুট হৈ উঠিব। অথচ বিহু উৎসৱৰ গইনা লৈয়ে বিহুনাচ-বিহুগীতৰ অমিয়া মাধুৰীক মূলধন কৰিয়েই সিবিলাকৰ স্বকীয়তা আৰু ঐতিহ্য ভৰিৰে মোহাৰি থকা আশ্চৰ্যজনক কাৰ্যই কালক্ৰমত বিহু সংস্কৃতি আৰু বিহু উৎসৱৰ গৰিমা মষিমূৰ কৰি পেলাব বুলিয়েই ভয় হয়।

**পৰ্যালোচনা ৬ঃ**

অনাঅসমীয়াভাষী লোকৰ বসতিপ্ৰধান অঞ্চলৰ বিহুতলীত তেওঁলোকৰ পৰম্পৰাগত অনুষ্ঠানক ঠাই দিয়াৰ সন্দৰ্ভত অধিকাংশ মতদাতাই নালাগে বুলি নকৈ কমকৈ হ'লেও নম্বৰ দিয়াটো এক মনকৰিবলগীয়া বিষয়। সেয়েহে এই বিষয়ক কিছু চিন্তা ব্যক্ত কৰিবৰ প্ৰয়াস কৰিছোঁহক ঃ তেনে বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াত এনে অনুষ্ঠানৰ দুই-তিনিটাতকৈ অধিক পৰিৱেশন হ'লে সিবিলাকৰ পয়োভৰতকৈ বিহু অনুষ্ঠানৰ পয়োভৰৰ সমান বা কম হ'ব পাৰে আৰু সেইটো হোৱা কোনো পৰিস্থিতিতে নিশ্চয় কাম্য নহয়।

অনাআসমীয়ালোকে বিহুতলীত বিহু অনুষ্ঠান পৰিৱেশন কৰাটো বা এনে অনুষ্ঠান পৰিৱেশনত আনৰ লগত ভাগ লোৱাটো সমন্বয়ৰ অন্য এটা দিশ। এইটো অসম্ভৱ বা অবাস্তৱ নহয়। এনে একোটা সম্প্ৰদায়ৰ দুই চাৰিয়ে বিহু মাৰিবলৈ নিশিকাকৈ থকা নাই। কোনো কোনো স্কুলৰ সাংস্কৃতিক অনুষ্ঠানত এনে সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীয়ে লগৰীয়াৰ লগত বিহু অনুষ্ঠান পৰিৱেশন কদাপি নকৰাকৈ থকা নাই। পিছে দুখৰ বিষয় যে এইক্ষেত্ৰত পৰিৱেশ, সুযোগ, উৎসাহ-উদ্দীপনা সৃষ্টি কৰিবৰ বাবে অদ্যাপি কোনো বিহুতলী, গোট সমিতি বা সংগঠনে বিশেষ ভূমিকা ল'বলৈ আগবাঢ়ি অহা নাই। আগবাঢ়ি আহিবলৈ আমি নিজৰ ভিতৰতে বিহুক কিমান মৰ্যাদা দিছোঁ? বিহুতলীত বিহুক দিছোঁ জানো মুখ্য স্থান?

**পৰ্যালোচনা ৭ ঃ**

কেন্দ্ৰীয় তথা প্ৰতিষ্ঠানপোষিত বিহুতলীত ১ নং অনুষ্ঠানটিয়ে অৰ্থাৎ অঞ্চল এটাৰ শিশু, কিশোৰ, কিশোৰী, ডেকা আৰু গাভৰুৱে অংশ ল'বলৈ বিহুঅনুষ্ঠানৰ আঞ্চলিকভিত্তিক প্ৰতিযোগিতাদি পতা সন্দৰ্ভৰ উক্তিটোৱে দ্বিতীয় স্থান পোৱাটো কিছু খাপচৰা হৈছে যেন বোধ হয়। কেন্দ্ৰীয় তথা প্ৰতিষ্ঠান পোষিত বিহুতলী এখন যেনে বুলি ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে, সেই মতে এনে বিহুতলীৰ সুনিৰ্দিষ্ট অঞ্চল এটা নিৰ্দিষ্ট কৰিব পাৰিয়েই বা নোৱাৰি? পাৰিলেও ই বৃহৎ বাবে উপৰিউক্ত ১ নং উক্তিৰ অনুষ্ঠান আয়োজনতকৈ জিলা আৰু ৰাজ্যিক পৰ্যায়ৰ বিহুঅনুষ্ঠানৰ প্ৰতিযোগিতাইহে উচ্চ স্থান পাব লাগিছিল। সেয়েহে এনে বিহুতলী বুলি আমি যি বুজাব খুজিছোঁ, ভালেমান মতদাতাই তাতকৈ অলপ বিভিন্নভাৱে বুজিলে যেন লাগে, আৰু এইবাবেই এনে মতামত পোৱা হ'ল বুলি ধাৰণা হয়।

**ষষ্ঠদশ অধ্যায়**

# বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহ আৰু ব্যয়

এই অধ্যায়টিত নিম্নলিখিত পাঁচটা বিষয়বস্তুৰ আলোচনা কৰা হৈছে ঃ

- বিহুতলী আয়োজনৰ বাবে অৰ্থ সংগ্ৰহ কৰোঁতে বৰ্তমান কিছুমান বিহুতলীৰ উদ্যোক্তাই অবলম্বন কৰি থকা অবাঞ্ছনীয় পন্থা গোটাচেৰেকৰ সন্দৰ্ভত কেইগৰাকীমান চিন্তাশীল ব্যক্তিৰ বক্তব্য।
- এই বিষয়ক কিছুমান কথাৰ আলোচনা সুনিৰ্দিষ্টকৈ কৰিবৰ সুবিধাৰ্থে কৰা বিহুতলীৰ তিনিটা প্ৰকাৰৰ চমু আভাস।
- বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহৰ সন্দৰ্ভত আহৰিত মতামতৰ বিশ্লেষিত তথ্য আৰু পৰ্যালোচনা।
- শিতান অনুযায়ী বিহুতলী আয়োজনৰ ব্যয়ৰ সন্দৰ্ভত চমু আলোচনা।
- গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হিৰ বিষয়ে প্ৰাসংগিক আলোচনা।

**বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহৰ অবাঞ্ছনীয় পন্থা**

প্ৰথম অধ্যায়তে উল্লেখ কৰি অহা হৈছে যে বিহুতলী আয়োজনৰ অৰ্থ সংগ্ৰহাৰ্থে চলি থকা গোটাচেৰেক পন্থাই বিহুতলী আয়োজনৰ যোগেদি ৰঙালী বিহু উদ্‌যাপন প্ৰক্ৰিয়াটোক তেনেই কলুষিত কৰি পেলাইছে। ইবিলাকে জাতীয় সংস্কৃতি, জাতীয় গৰিমা আৰু জাতীয় মূল্যবোধৰ বেয়াকৈ অৱক্ষয় ঘটাইছে বুলি সংস্কৃতিবান বহুতেই আজি কেইবা বছৰৰ পৰা কাকতে-আলোচনীয়ে, সভাই-সমিতিয়ে বক্তব্য ৰাখিছে। এনে বিহু সন্মিলনৰ প্ৰয়োজন নাই বুলিও আনকি মন্তব্য কৰিছে। তেনে বক্তব্যবোৰে কাৰোবাক পৰশিছে, কাৰোবাক চুবগৈ পৰা নাই, কোনোবা কোনোবাই এখন কাণেৰে সুমোৱাই সিখনেদি উলিয়াই দিছে। প্ৰসংগক্ৰমে যোৱা দুটামান বছৰত প্ৰকাশিত এনে ব্যক্তব্য তিনিটা তলত উল্লেখ কৰা হৈছে ঃ

"যি পদ্ধতিৰে বহুত বিহু সন্মিলনৰ উদ্যোক্তাই 'সংস্কৃতি' ৰক্ষা কৰিবলৈ অৰ্থ সংগ্ৰহ কৰে সি সাংস্কৃতিক মনৰ পৰিচয় নিদিয়ে। দোকানে দোকানে গৈ ব্যৱসায়ীক নিৰ্দিষ্ট পৰিমাণৰ ধন দাবী কৰা, বাছ, ব্যক্তিগত গাড়ী আদি ৰাস্তাত ৰাখি ধন বিচৰা কথাবোৰ ভাল বুলি ক'ব পাৰিনে? একাংশ লোকে বিহু সংস্কৃতিক চান্দা সংস্কৃতিলৈ ৰূপান্তৰিত

কৰিবলৈ যোবাটো উদ্বেগৰ কাৰণ হৈ পৰিছে।" — প্ৰফুল্ল ৰাজগুৰু
(চিন্তাশিল্প, প্ৰস্তাৱনা সংখ্যা, এপ্ৰিল ২০০৩, পৃ: ৬০)

"নগৰীয়া বিহুতলীবিলাকৰ ব্যয়বহুলতা কমাই স্থানীয় ৰাইজৰ যথাসাধ্য বৰঙণি আৰু সমৰ্থবান দাতাৰ ইচ্ছাকৃত দান-বৰঙণি সংগ্ৰহৰে বিহু উৎসৱ উদ্‌যাপনৰ উদ্যোগ কৰিব লাগিব।" (ৰেবনাথ ভট্টাচাৰ্য; 'কালৰ ধূলি-বালিৰ কবলত বিহু'; ব'হাগী, ২০০৫, পৃ: ৭৬)

"বিহু উৎসৱ আয়োজকসকললৈ বিনম্ৰ অনুৰোধ, তেখেতসকলে যেন এই কেইটা কথাৰ ওপৰত গুৰুত্ব দিয়ে।... তেখেতসকলে দান-বৰঙণিৰ নামত মানুহক অতিষ্ঠ কৰাতকৈ নিজৰ সামৰ্থ্য অনুসৰি বিহু পতাৰ চেষ্টা কৰিলে অনা অসমীয়াৰ হাঁহিয়াতৰ পাত্ৰ হ'ব নালাগিব।" - সুকন্যা দত্ত ('ৰঙালী বিহু উৎসৱ আয়োজকসকললৈ এটি অনুৰোধ'; প্ৰান্তিক, ১ এপ্ৰিল, ২০০৫ পৃ: ৪)

**বিহুতলীৰ প্ৰকাৰ**

আয়োজন কৰা ধৰণ আৰু অৰ্থ সংগ্ৰহৰ দিশৰ পৰা বিহুতলীবোৰক তিনিটা ভাগত বিভক্ত কৰিব পাৰি - ক) আঞ্চলিক বিহুতলী খ) কেন্দ্ৰীয় বিহুতলী আৰু গ) প্ৰতিষ্ঠান পোষিত বিহুতলী।

মনকৰিবলগীয়া যে আমি এনেকৈ প্ৰকাৰ কৰোঁতে প্ৰচলিত নামকৰণ ব্যৱহাৰ কৰিছোঁ যদিও মূলতঃ কিছুমান কথা নিৰ্দিষ্টকৈ আলোচনাৰ সুবিধাৰ্থেহে এইটো কৰা হৈছে। সেয়ে এনে একোটা প্ৰকাৰৰ আভাস তলত যিভাৱে দাঙি ধৰিছোঁ সেই অৰ্থতহে আলোচনাখিনি প্ৰযোজ্য।

**ক. আঞ্চলিক বিহুতলী**

আঞ্চলিক বিহুতলী বুলি নিম্নলিখিত তিনিটা ধৰণৰ (ক, খ, গ) যিকোনো এটা ধৰণেৰে পতা বিহুতলীক বুজোৱা হৈছে ঃ

ক) একোখন গাঁও অথবা দুই-চাৰিখন গাঁৱৰ সমষ্টিৰ একোটি গ্ৰাম্যাঞ্চলৰ ৰাইজে আয়োজন কৰা বিহুতলী।

অথবা, খ) নগৰ একোখনৰ একোটি নিৰ্দিষ্ট অঞ্চলৰ ৰাইজে আয়োজন কৰা বিহুতলী।

অথবা, গ) কোনোবা একোটা প্ৰতিষ্ঠানৰ বিষয়া-কৰ্মচাৰীৰ পৰিয়ালসমূহে প্ৰতিষ্ঠানৰ পুঁজি নোলোৱাকৈ অনুষ্ঠিত কৰা বিহুতলী।

সমুচিতভাৱে আয়োজিত আঞ্চলিক বিহুতলী একোখনৰ কেইটিমান মনকৰিবলগীয়া দিশ এনে ঃ

- আঞ্চলিক বিহুতলী একোখনক অঞ্চল একোটাৰ অধিকাংশ বাসিন্দাই নিজৰ বিহুতলী বুলি অনুভৱ কৰে, ইচ্ছা কৰিলেই বিহুতলী আয়োজনত ভাগ ল'বলৈ সুবিধা পায়; আৰু বিহুতলীত ব্যক্তিগত নহ'লেও দলীয় আনুষ্ঠান (অসমীয়া কলা-কৃষ্টিমূলক) একোটা ইচ্ছা কৰিলে প্ৰদৰ্শন কৰিবৰ সুবিধা সাধাৰণতে পায়।
- এনে একোখন বিহুতলী আয়োজনাৰ্থে গঠিত সমিতিবোৰত জাতি, ধৰ্ম, বৰ্ণ, বয়স,

দল, সংগঠন নিৰ্বিশেষে নিৰ্দিষ্ট অঞ্চলটোৰ লোকেহে সক্ৰিয় ভূমিকা লয় বা ল'বলৈ সুবিধা পায়।

- এনে একোখন বিহুতলী আয়োজনাৰ্থে সাধাৰণতে পহিলাতে একোখন সাধাৰণ সভা অনুষ্ঠিত কৰা হয় আৰু সেই সভালৈ পৰিস্থিতি অনুযায়ী অঞ্চলটোৰ সকলো অথবা অধিকাংশ অথবা ভালেসংখ্যক পৰিয়ালৰ সদস্য নিমন্ত্ৰিত হয়। এখন গাঁৱৰ ৰাইজে, অথবা নগৰীয়া সৰু অঞ্চল এটাৰ ৰাইজে অথবা প্ৰতিষ্ঠান এটাৰ চৌহদ একোটাত পাতোঁতে সকলো অথবা অধিকাংশ পৰিয়াল নিমন্ত্ৰিত হয়। অন্যহাতে দুই-তিনিখন গাঁৱৰ ৰাইজে পতাৰ ক্ষেত্ৰত কেউখন গাঁৱৰ সকলো ধৰণৰ সংগঠন আদিৰ বিষয়ববীয়া আৰু অঞ্চলটোৰ বিশিষ্ট ব্যক্তিসকল নিমন্ত্ৰিত হয়।

এইখিনিতে পুনৰ স্পষ্ট কৰি কৈ থোৱাৰ প্ৰয়োজন এই যে আঞ্চলিক বিহুতলী সন্দৰ্ভত আমাৰ উক্তি আৰু আলোচনাখিনি উপৰিউক্ত ধৰণেৰে আয়োজিত হোৱা বিহুতলীৰ ক্ষেত্ৰতহে মূলতঃ প্ৰযোজ্য। উক্ত ধৰণেৰে আয়োজন নকৰা কিন্তু আঞ্চলিক বিহুতলী বুলি নামকৰণ কৰা বিহুতলীৰ ক্ষেত্ৰত কিছুমান উক্তি আৰু আলোচনা খাপচৰা কিম্বা অবাস্তৱ যেন হ'ব পাৰে।

**খ. কেন্দ্ৰীয় বিহুতলী**

একোখন নগৰ অথবা নগৰ একোখনৰ এক বৃহৎ অংশ অথবা যিকোনো একোটা বৃহৎ অঞ্চলৰ 'বেনাৰ'ত একোটা সংগঠনে আয়োজন কৰা বিহুতলীক কেন্দ্ৰীয় বিহুতলী বুলি বুজোৱা হৈছে। এই বিহুতলীবোৰ তুলনামূলকভাৱে শকত অংকৰ বাজেটেৰে আয়োজিত কৰি থকা হৈছে।

**গ. প্ৰতিষ্ঠানপোষিত বিহুতলী**

'তেল আৰু প্ৰকৃতিক গেছ আয়োগ', 'অইল ইণ্ডিয়া' আদিৰ দৰে বৃহৎ প্ৰতিষ্ঠানৰ 'বেনাৰ'ত তথা মুখ্যতঃ এনে প্ৰতিষ্ঠানৰ উদ্যোগত আয়োজিত বিহুতলী। এই বিহুতলীবোৰ বৰ্তমান বৃহৎ অংকৰ বাজেটেৰে আয়োজিত কৰি থকা হৈছে।

## বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহৰ মূল উপাদেয় ব্যৱস্থা

অৰ্থ সংগ্ৰহৰ উপৰিউক্ত আবাঞ্ছনীয় পন্থাবোৰ গ্ৰহণ নকৰাকৈয়ে ভালেসংখ্যক বিহুতলী বৰ্তমান অনুষ্ঠিত হৈ আছে। তেনে বিহুতলীয়ে বিলোৱা আশাৰ কিৰণক সাৰথি কৰিয়েই এই বিষয়ত আমি মুঠ ছটা উক্তি আগবঢ়াইছিলো। কেউটা উক্তি প্ৰায় সকলো মতদাতাই সমৰ্থন কৰিছে। উক্তিকেইটা তলত উল্লেখ কৰা হৈছে আৰু তাৰ পাছত সিবিলাক সম্বন্ধীয় দুটিমান দিশত আলোচনা যুগুতাইছোঁ।

**প্ৰায় সৰ্বজন অসমৰ্থিত উক্তি**

১. আঞ্চলিক বিহুতলী কেৱল অঞ্চলটোৰ ৰাইজৰ নিজা বৰঙণিৰে পাতিব পাৰিব লাগে। গাঁওখন তথা অঞ্চলটোৰ বাহিৰৰ কাৰোবে পৰা বৰঙণি বিচাৰি যাব নালাগে আৰু যাবলৈ প্ৰয়োজন হ'বও নালাগে।

২. একোটি অঞ্চলত ৰাইজৰ নিজা বৰঙণিৰে প্রতি বছৰে বিহুতলী আয়োজন সম্ভৱ হ'ব;

ক) যদিহে অঞ্চলটোৰ ভালেসংখ্যক শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰুক বয়সস্থ, গাভৰু-বোৱাৰীয়ে বিহুতলীত অনুষ্ঠান পৰিৱেশন (প্রতিযোগিতাই হওক বা প্রদর্শনমূলকেই হওক) কৰিবলৈ আৰু /বা অন্যভাৱে সক্রিয় অংশ ল'বলৈ সুযোগ-সুবিধা পায়। কাৰণ নিজৰ তথা পৰিয়ালৰ সক্রিয় অংশগ্রহণৰ ফলত তেওঁলোকে বিহুতলীখন নিজৰ বুলি আদৰি ল'বলৈ আৰু মুক্তহস্তে দান-বৰঙণি দিবলৈ প্রেৰণা লাভ কৰাটো স্বাভাৱিক।

খ) যদিহে সুচিন্তিত পৰিকল্পনাৰে, উদ্দেশ্যধর্মীভাৱে আৰু সাধ্যানুসৰি মিতব্যয়ীভাৱে বিভিন্ন শিতানত খৰচ কৰা হয়।

গ) যদিহে বিহুতলী আয়োজনৰ বিভিন্ন সমিতিত বয়সস্থ, ডেকা-গাভৰু, বোৱাৰী, কিশোৰ-কিশোৰী সকলোৰে সাংগঠনিকভাৱে সুপ্রতিনিধিত্ব হয়।

ঘ) যদিহে বিভিন্ন সিদ্ধান্ত গ্রহণত প্রকৃতার্থত গণতান্ত্রিক পদ্ধতি আৰু মূল্যবোধক গুৰুত্ব দিয়া হয়।

৩. সকলো প্রকাৰৰ বিহুতলীয়েই সুচিন্তিত পৰিকল্পনা আৰু উদ্দেশ্যধর্মী মনোভাবেৰে সাধ্যানুযায়ী কম খৰচত আয়োজন কৰাত মনোনিৱেশ কৰা উচিত।

**পর্যালোচনা ১ ঃ**

**কেৱল আঞ্চলিক বিহুতলীৰ কথা কোৱা হৈছে কিয়?**

পাঠকৰ মনত প্রশ্ন জাগিব পাৰে যে কেৱল আঞ্চলিক বিহুতলীহে অঞ্চলটোৰ ৰাইজৰ নিজা বৰঙণিৰে পাতিব লাগে নেকি, কেন্দ্রীয় বিহুতলী একোখন এনেকৈ পাতিব নালাগে নেকি? আমাৰ বোধেৰে একেবাৰেই কৈ দিব পাৰি লাগে বুলি। পিছে এনে বিহুতলী একোখনৰ নির্দিষ্ট এক পৰিসীমা, অঞ্চল তথা নির্দিষ্ট ৰাইজ একোখন আছে বুলি ধৰিব পাৰিয়েই বা নোৱাৰি? নির্দিষ্ট ৰাইজ তথা পৰিসীমা থকা বুলি ক'লেও উল্লিখিত ২ নং উক্তিৰ 'ক' উক্তিটো এনে বিহুতলীৰ ক্ষেত্রত বাস্তৱসন্মত হ'ব জানো? উপৰিউক্ত 'ক' উক্তিটো এই বিষয়ৰ মূল উক্তিটোৰ ভেঁটি বুলি বোধ হয়।

**পর্যালোচনা ২ ঃ**

**কলা-কৃষ্টি-প্রতিভাদি প্রদর্শনৰ সুযোগ সৃষ্টি কৰাটো প্রভূত উপাদেয়**

বিহুতলী এখন অনুষ্ঠিত হোৱা অঞ্চল এটাত বাস কৰা পৰিয়ালসমূহৰ যিমান অধিক সংখ্যক পৰিয়ালৰ সদস্যই বিহুতলীত অনুষ্ঠান পৰিৱেশনৰ সুযোগ পাব সিমানেই বিহুতলীখন স্থানীয় ৰাইজৰ বেছিকৈ আপোন হ'ব। কোনো এটা পৰিয়ালৰ এজন বা ততোধিক সদস্যই এনে সুযোগ পোৱা মানেই তেনে পৰিয়াল একোটি বিহুতলী আয়োজন তথা তাৰ বাবে

বৰঙণি দিবলৈ সাধাৰণতে অধিক আগ্ৰহী হ'ব বুলি আশা কৰিব পাৰি। আনকি একোটা চুবুৰী প্ৰতিনিধিত্ব কৰা অনুষ্ঠানৰ প্ৰদৰ্শনে চুবুৰীটোৰ বাসিন্দাৰ আগ্ৰহো একেধৰণেৰেই তৰান্বিত কৰিব বুলিও আশা কৰিব পাৰি। কেৱল বিহুতলীৰ ক্ষেত্ৰতেই নহয় এনেধৰণৰ অন্য অনুষ্ঠানৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। সদস্য আৰু প্ৰতিনিধিৰ প্ৰতিভাদি পৰিৱেশনৰ সুযোগ সৃষ্টিক মূলধন কৰিয়েই বিভিন্ন ক্ষেত্ৰত অনেক অনুষ্ঠান সমগ্ৰ বিশ্বত চলি আছে। এই প্ৰক্ৰিয়াটো প্ৰতিষ্ঠান, সংগঠন আৰু অনুষ্ঠান একোটা স্বাৱলম্বী আৰু দীৰ্ঘায়ু হোৱাৰো এক বলিষ্ঠ কাৰক। ইতিপূৰ্বে উল্লেখ কৰি আহিছোঁ যে কেৱল ভাৱৰীয়াসকলৰ নিজা বৰঙণিৰেই আমাৰ বহুতো গাঁৱত বহুতো যুগ ধৰি প্ৰতি বছৰে ভাওনা পাতি আহিছে। একে কথাই বিহুতলীৰ ক্ষেত্ৰতো সাধাৰণভাৱে প্ৰযোজ্য। অৱশ্যে বিহুতলী একোখনৰ পৰিসৰ বহল। কেৱল ব্যক্তিগত অনুষ্ঠানৰ যোগেদি এখন বিহুতলীত অঞ্চল একোটাৰ কিমানকনো সুযোগ দিব পৰা যাব? সেয়ে ব্যক্তিগত আৰু দলীয় উভয় প্ৰকাৰৰ স্থানীয়লোকৰ দ্বাৰা পৰিৱেশিত অনুষ্ঠানত গুৰুত্ব দিয়াৰ প্ৰয়োজন অৱশ্যেই আছে। উদাহৰণ হিচাপে কেইবাখনো গাঁও মিলি পতা বিহুতলী এখনৰ সাংস্কৃতিক সন্ধিয়াত কেউখন গাঁৱৰে একোটি বা একাধিক দলীয় অনুষ্ঠান আৰু সিবিলাকৰ উদীয়মান শিল্পীৰ অনুষ্ঠান পৰিৱেশন হ'লে সেই বিহুতলীখন অথবা 'সাংস্কৃতিক সন্ধিয়া'খন কেউখন গাঁৱৰ ৰাইজৰ আপোন যেন লগাত প্ৰভূত অৰিহণা যোগাব আৰু বিহুতলীখন আয়োজনত দান- বৰঙণি দিয়াত কেউখন গাঁৱৰ ৰাইজ কিছুপৰিমাণে হ'লেও অধিক আগ্ৰহী হ'ব বুলি আশা কৰিব পাৰি।

উল্লিখিত দলীয় অনুষ্ঠান কেৱল বিহু অনুষ্ঠানহে হ'ব লাগিব বুলি নিশ্চয় কোনো কথা নাই। টোকাৰী গীত, দেহবিচাৰৰ গীত, নেগেৰা নাম, দিহানাম, বিয়ানাম, আইনাম, ওজাপালি. জিকিৰ আদি হ'ব পাৰে নিশ্চয়। সেইদৰে অসমীয়া আধুনিক গীত-নৃত্য, জ্যোতি সংগীত, ৰাভা গীত ইত্যাদিও হ'ব পাৰে নিশ্চয়। বয়সৰ কোনো হেঙাৰ নথকাকৈ স্থানীয় লোকসকলে বিহু অনুষ্ঠানৰ উপৰি অন্যপ্ৰকাৰৰ অনুষ্ঠানেৰে বিহুতলী তথা বিহুতলীৰ সাংস্কৃতিক সন্ধিয়াক মুখ্যতঃ স্ব-কলা-কৃষ্টি-প্ৰতিভা প্ৰদৰ্শনৰ আৰু সমূহীয়া অনুষ্ঠান পৰিৱেশনৰ স্থলী কৰিব পাৰে বুলি বোধ হয়।

এইখিনিতে উনুকিয়াই থওঁ যে বৰ্তমান বিহুতলীত লোক-গীত-মাতৰ পৰিৱেশন তেনেই কম বুলি অনুভৱ হয়। অনেকৰ মনত আকৌ এনে ধাৰণা থকা বুলি ভাব হয় যে সাংস্কৃতিক সন্ধিয়াত লোক-গীত-মাতৰ অনুষ্ঠানৰ মৰ্যাদা কম । এই ভাবৰ দ্বাৰা লোক-গীত-মাত ভালপোৱা আৰু সিবিলাক চৰ্চা কৰাসকলৰ বহুতেই বাৰুকৈয়ে প্ৰভাৱান্বিত যেন লাগে। নগৰে-চহৰে, ঘৰে-ঘৰে, দোকানে-বজাৰে কিশোৰৰ পৰা আদি কৰি বৃদ্ধলৈকে টোকাৰী গীত, দেহবিচাৰৰ গীত, জিকিৰ আদি কেছেট-ৰেডিঅ' আদি শুনি আপ্লুত হোৱা আজি বহু বছৰ ধৰি দেখি আহিছোঁ। বৰ্তমান এনে গীতৰ কেছেটৰ চাহিদায়ো ইবিলাকৰ জনপ্ৰিয়তা প্ৰতিপন্ন কৰে। ইবিলাকৰ অনুষ্ঠান একোটা পৰিৱেশন কৰিব পৰা গোট প্ৰায় প্ৰতিখন গাঁৱত থকাৰ উপৰি চহৰ অঞ্চলতো ওলাব বুলি ধাৰণা হয়। আনহাতে এনে গীত-মাতৰ প্ৰতিষ্ঠিত

শিল্পীও নোহোৱা নহয়। তথাপি কিন্তু বিহুতলীবিলাকত এনেবোৰ অনুষ্ঠানৰ পৰিৱেশন অতিকৈ কম।

প্ৰসংগক্ৰমে আমাৰ স্ব-অভিজ্ঞতা এটা কওঁ। মই শিল্পী নহয়; অতি প্ৰয়োজনত চলাই দিব পৰাকৈ বিহুনাম এফাঁকি, হৰিনাম এষাৰ, টোকাৰী গীত এটা গাব পাৰোঁ। ১৯৮০ চনৰ কথা। মই তেতিয়া যোৰহাটৰ কৃষি কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। কলেজ সপ্তাহৰ আৰম্ভণি দিনাখনৰ আবেলি ঘপকৈ মন গ'ল কলেজ সপ্তাহৰ সামৰণিৰ সাংস্কৃতিক সন্ধিয়াত নেগেৰা নামৰ অনুষ্ঠান এটা পৰিৱেশন কৰিবলৈ। মাজে মাজে আমি কেইজনমানে ছাত্ৰাবাসত গাওঁ। সেয়ে লগৰকেইটাক ক'লো; পহিলাতে দুটামানে হেঁহো-নেঁহো কৰিছিল, কিন্তু আমি বাকীকেইজনে জোৰ দিলত সন্মত হ'ল। সংগীত বিভাগৰ সম্পাদকক কৈ অনুষ্ঠানটোৰ পৰিৱেশন নিশ্চিত কৰাৰ দায়িত্ব পৰিল মোৰ ওপৰত। তেওঁ মোৰ ভাল বন্ধু। পিছে মই প্ৰস্তাবটো দিয়াৰ লগে লগে ভালেখিনি সময় চকুলৈ চাই ৰ'ল। আচৰিত হ'বৰে কথা। সেই সময়ত কলেজ সপ্তাহৰ সাংস্কৃতিক সন্ধিয়াত এনে অনুষ্ঠান নোহোৱা নোপোজা ঘটনা। মই পিছে জোৰ দি ধৰিলো। শেষত উপায়ন্তৰ হৈ চাম বুলি কথা দিলে। মই মাজতে দুদিনমান সম্পাদকক আকৌ লগ ধৰিলো; তেওঁ 'ৰহচোন' বুলিহে ফালৰি কাটিলে। আমাৰ গোটটো নিৰাশ হ'ল আৰু আখৰা কৰাটো হৈ নুঠিল। পিছে কি ঈশ্বৰৰ ইচ্ছা, সাংস্কৃতিক সন্ধিয়াৰ আগদিনাৰ গধূলি সম্পাদক বন্ধু নিজে আহি অনুষ্ঠান পৰিৱেশন কৰিবলৈ ক'লে। আখৰা হোৱা নাই বাবে আমাৰ গোটটোৰ দুটামানে কোঁচ খাইছিল যদিও আমি বাকীকেইটা দমি নগ'লো। অনুষ্ঠান পৰিৱেশন কৰাৰ পাছত ছাত্ৰ-ছাত্ৰীয়েই নহয়, ভালেকেইগৰাকী শিক্ষকেও প্ৰশংসা কৰিলে।

আমাৰ উক্ত অভিজ্ঞতা বৰ্ণনা কৰাৰ উদ্দেশ্য এয়ে যে চলাই দিব পৰাকৈ লোক গীত-মাত গাব পৰাসকলেও নিজৰ বিহুতলীত অনুষ্ঠান পৰিৱেশনৰ বাবে আগবাঢ়ি আহিব লাগে, সুযোগ ল'ব লাগে। নিজৰ বিহুতলীত সমূহীয়া অনুষ্ঠান পৰিৱেশনৰ সোৱাদ ল'ব লাগে। আজিকালি আইনাম, দিহানাম আদিৰ প্ৰতিযোগিতাই অনুষ্ঠিত হ'বলৈ ধৰিছে। গতিকে সুযোগ পালে নগৰ-চহৰ উভয়তে নিজৰ বিহুতলীত এনে অনুষ্ঠান পৰিৱেশন কৰিবলৈ দল যে ওলাব তাত কোনো সন্দেহ নাই।

এইখিনিতে অৱশ্যে উল্লেখনীয় যে বিহুতলীত যিকোনো অন্য অনুষ্ঠানৰ ভৰ বিহু-অনুষ্ঠানতকৈ অধিক হ'লে বিহুতলী আয়োজনৰ মুখ্য উদ্দেশ্যই ব্যাঘাত হ'ব পাৰে। সেয়ে এই কথালৈও লক্ষ্য ৰাখিহে এনেবোৰ অনুষ্ঠানৰ অন্তৰ্ভুক্ত হোৱা ভাল হ'ব বুলি বোধ হয়।

**পৰ্যালোচনা ৩ ঃ**

**বিহুতলীত সমূহীয়া নাম-নাচ**

এগৰাকী মতদাতাই বিহুতলীত সমূহীয়া নাম-নাচ অনুষ্ঠিতকৰণৰ এক প্ৰণিধানযোগ্য 'বিশেষ বক্তব্য' আমালৈ প্ৰেৰণ কৰিছে এইবুলি —

"সম্ভৱ হ'লে আয়োজক সমিতিৰ তৎপৰতাত সমূহ ৰাইজৰ উপস্থিতিত পুৱা অনুষ্ঠিত পতাকা উত্তোলনৰ বাবে আয়োজিত সভাত আবাল-বৃদ্ধ-বনিতাই একেলগে সমূহীয়াভাৱে জাতীয় সাজ পৰিধান কৰি নাচি-গাই বিহুমেলা শুভ উদ্বোধনৰ কাৰ্যসূচী ল'ব লাগে।" — লক্ষীনাথ গোহাঁই।

এনে ব্যৱস্থাই বিহুতলীক প্ৰকৃতাৰ্থত ৰাইজৰ অনুষ্ঠান হোৱাত প্ৰভূত অৰিহণা যোগাব বুলি বোধ হয়। কোনো কোনো বিহুতলীত হয়তো এনে আয়োজনৰ প্ৰচেষ্টাই সহজতে আৰু কোনো কোনো বিহুতলীত কিছু টিমাকৈ সঁহাৰি পাব পাৰে। কিন্তু ব্যৱস্থাটো প্ৰচলন কৰাত লাগি থাকিলে কেইবছৰমানৰ ভিতৰতে ই সৰ্বত্ৰ গা কৰি উঠিব বুলি আশা কৰিব পাৰি। তাৰবাবে বিহুতলীৰ উদ্যোক্তাসকলৰ তৎপৰতাতো লাগিবই, লগতে লাগিব বিহুপ্ৰেমী ৰাইজৰ সঁহাৰি ।আঞ্চলিক বিহুতলী এখনত আয়োজিত এনে উদ্বোধনী অনুষ্ঠানলৈ সমিতিৰ সদস্যসকল আৰু বিহু চৰ্চা কৰা বিশিষ্ট ব্যক্তিসকল আগে ভাগে ওলাই আহি সক্ৰিয় অংশগ্ৰহণেৰে অৱশ্যেই বাট দেখুৱাব লাগিব। এই ব্যৱস্থাকৰণ দুই-এক আঞ্চলিক বিহুতলীত চুৰ্চুৰীয়াকৈ হৈয়ো আছে বুলি শুনিবলৈ পাইছোঁ, দেখিবলৈও পাইছোঁ আৰু অংশগ্ৰহণ কৰি গাত বিহু-বিহু লগায়ো পাইছোঁহক।

এইখিনি লিখি থাকোঁতেই ঘপকৈ মনলৈ অহা ভাব এটি ব্যক্ত কৰোঁহক ঃ উদ্বোধনী অনুষ্ঠানৰ এক অংগ হিচাপে এক শোভাযাত্ৰাৰ ব্যৱস্থা কৰিলে উক্ত ব্যৱস্থাই সহজে সঁহাৰি পোৱাৰ লগতে মূল উদ্দেশ্য সফল হোৱাৰো সহায়ক হ'ব পাৰে। এই ভাবটো কিমান ব্যস্তৱসন্মত আৰু ইয়াৰ দোষ-গুণ কি কি সেই বিষয়ে সদ্যহাতে বিশেষ বিশ্লেষণ নকৰাকৈয়ে ব্যক্ত কৰিছোঁ। সংস্কৃতিপ্ৰেমীসকলে চালিজাৰি চাব আৰু দায়-দোষ হ'লে ক্ষেমিব বুলি আশা কৰিলো। ইতিমধ্যে দুই-চাৰিখন বিহুতলীয়ে এনে শোভাযাত্ৰা উলিওৱা পৰিলক্ষিত হৈছে ।

**পৰ্যালোচনা ৪ ঃ**

**বিহুতলী আয়োজনত বহুতক সাংগঠনিকভাৱে সুপ্ৰতিনিধিত্ব কৰাটো বাস্তৱত কঠিন নেকি ?**

এটা কথা অৱশ্যে ঠিক যে যিকোনো সামাজিক অনুষ্ঠানাদিৰ আয়োজনত মুষ্টিমেয় কেইগৰাকীমানে আনসকলতকৈ অধিক সময় আৰু শক্তি ব্যয় কৰাৰ উপৰি অনেক ধৰণৰ কষ্ট আৰু ত্যাগস্বীকাৰ কৰিবলগীয়া হয়। বিহুতলী আয়োজনৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। প্ৰায় সকলো বিহুতলীয়েই কেইগৰাকীমান ব্যক্তিয়ে বিশেষভাৱে আগভাগ তথা উদ্যোগ লৈ অনেকখিনি কষ্ট আৰু ত্যাগ স্বীকাৰ কৰাৰ কাৰণেহে অনুষ্ঠিত হৈ আছে ,আৰু এইটো হ'লেহে বিহুতলী অনুষ্ঠিতকৰণ সম্ভৱ হ'ব। সেয়েহে উপৰিউক্ত উক্তিবোৰ বাস্তৱত কাৰ্যকৰণ কৰিবলৈকো এনেদৰে আগভাগ লোৱাসকলেই চেষ্টা চলাব লাগিব। কোনো কোনো বিহুতলীৰ ক্ষেত্ৰত এনে চেষ্টাই পোনছাতে আশাব্যঞ্জক সঁহাৰি লাভ কৰিব বুলিয়েই আমাৰ বিশ্বাস। অন্য কিছুমানত হয়তো প্ৰথম অৱস্থাত আশানুৰূপ সঁহাৰি নাপাব পাৰে।

সেয়েহ'লেও বিহুতলীবিলাকত এনে প্ৰচেষ্টা আশাশুধীয়াকৈ চলাই যোৱাটো সময়োপযোগী হ'ব বুলি ধাৰণা হয়।

কিছুমান অঞ্চলত অনুষ্ঠিত বিহুতলী একোখনৰ বিভিন্ন সমিতিত অঞ্চলটোৰ বয়সস্থ, ডেকা-গাভৰু, বোৱাৰী, কিশোৰ-কিশোৰী আৰু বিভিন্ন সংস্থা-সংগঠনৰ প্ৰতিনিধিত্ব হৈ আহিছে; অৰ্থাৎ এই সকলো ধৰণৰ লোকৰ সক্ৰিয় অংশগ্ৰহণেৰে বিহুতলী আয়োজিত হৈ আহিছে। এনে বিহুতলীৰ সংখ্যা কিমান সেইটো আমাৰ জ্ঞাত নহয়; কিন্তু একেবাৰে আঙুলিৰ মূৰত লিখিব পৰা সংখ্যাৰ নহ'বও পাৰে। অন্যহাতে কিছুমান বিহুতলীত উপৰিউক্ত প্ৰতিনিধিত্ব আৰু স্থানীয়লোকৰ সক্ৰিয় অংশগ্ৰহণ পৰিলক্ষিত নহয়। এনে বিহুতলীৰ উদ্যোক্তাসকলে এই দিশত পদক্ষেপ লৈও ব্যৰ্থ হ'ব পৰাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি. আকৌ কোনো কোনো বিহুতলীৰ উদ্যোক্তাসকলৰ এই ক্ষেত্ৰত আন্তৰিকতাৰ অভাৱো হ'ব পাৰে। আমাৰ এই আলোচিত উক্তিৰ অন্তৰ্নিহিত ভাবটো এই যে এনে বিহুতলীৰ উদ্যোক্তাসকলে এই ক্ষেত্ৰত আন্তৰিকতাপূৰ্ণ আৰু বলিষ্ঠ পদক্ষেপ লোৱাৰ প্ৰয়োজন আছে। বিহুতলী একোখন প্ৰকৃতাৰ্থত ৰাইজৰ বিহুতলী কৰিবৰ ই যে এক ফলপ্ৰসূ পন্থা তাৰ বহুল ব্যাখ্যাৰ প্ৰয়োজন নিশ্চয় নাই। মনকৰিবলগীয়া যে প্ৰকৃতাৰ্থত ৰাইজৰ বিহুতলী হ'লেহে ৰাইজে খুচীমনেৰে দান-বৰঙণি আগবঢ়ায় আৰু অন্যপ্ৰকাৰে সহায়-সহযোগ প্ৰদান কৰিবলৈ কুণ্ঠাবোধ নকৰে।

প্ৰসংগক্ৰমে উনুকিয়াই থওঁ যে সুদীৰ্ঘদিন ধৰি সফল আৰু গৌৰৱান্বিতভাৱে আয়োজিত হৈ অহা বিহুতলী একোখনৰ সাফল্যৰ আঁৰৰ কথাবোৰ, সিবিলাকৰ সুউদ্দেশ্যধৰ্মী তথা সুসাংস্কৃতিক কাৰ্যাদিবোৰ প্ৰবন্ধ-পাতিৰ যোগেদি প্ৰকাশিত হ'লে অন্য বহুতো বিহুতলী উপকৃত হোৱাৰ স্থল আছে বুলি ভাব হয়।

**বিহুতলীৰ অৰ্থ সংগ্ৰহৰ এক নতুন ব্যৱস্থা**

আজি কেইবছৰমানৰ পৰা বিহুতলী আয়োজনৰ অৰ্থ সংগ্ৰহৰ দিশত এক বিশেষ ব্যৱস্থাই চেগা-চোৰোকাকৈ গা কৰি উঠিছে। সেইটো হ'ল একোটি পৰিয়াল নাইবা প্ৰতিষ্ঠান আদিয়ে বিহুতলী আয়োজনৰ এক নিৰ্দিষ্ট কাৰ্যৰ খৰচ বহন কৰা অথবা সেই কাৰ্যটোৰ ব্যৱস্থাপনা কৰা। এইটো আদৰণীয়নে? আমাৰ মতে আদৰণীয়। একোটা পৰিয়াল বা প্ৰতিষ্ঠানে বিহুতলীৰ একোটা নিৰ্দিষ্ট কাৰ্যৰ সমুদায় খৰচ বহন কৰা অৰ্থাৎ অন্য বহুততকৈ অধিক অৰিহণা আগবঢ়োৱাটো কোনো দোষৰ কথা বুলি ভবাটো বাস্তৱধৰ্মী চিন্তা নহ'ব। সকলোৰে পৰা সমান বৰঙণি সংগ্ৰহৰে বিহুতলীৰ দৰে বহুল পৰিসৰৰ ব্যৱস্থাপনা কৰা কঠিন। আনহাতে কলা-সংস্কৃতিৰ উত্তৰণত ৰজাঘৰীয়া আৰু বিত্তবানৰ পৃষ্ঠপোষকতাই অতীজৰে পৰা অৰিহণা যোগাই আহিছে। বিহু সংস্কৃতিয়েও আহোম ৰাজত্বৰ কালত ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰি বিশেষ মৰ্যাদা লাভ কৰিলে। অন্যহাতে স্বাধীনোত্তৰ কালৰ আৰম্ভণি বছৰবোৰত চৰকাৰ, বিষয়া-বৰ্গ, সম্ভ্ৰান্ত তথা শিক্ষিত শ্ৰেণীৰ পৃষ্ঠপোষকতা নোপোৱাত সেই কালছোৱাত বিহু সংস্কৃতিৰ উত্তৰণ বিশেষ নহ'ল বুলিবই পাৰি। আকৌ উল্লিখিত ধৰণৰ পৃষ্ঠাপোষকতা

অসমীয়া সমাজৰ অন্য সামাজিক অনুষ্ঠানৰ ক্ষেত্ৰতো চলি আছে। কিছুমান গাঁৱত কোনোবা একোটা বছৰত একোটি পৰিয়ালে একোখন ভাওনাৰ সমস্ত খৰচ আগবঢ়ায়। স্কুল, নামঘৰ আদিৰ খুঁটা, 'গেট' অথবা মাটি দান কৰাৰ পৰম্পৰা আছে। সেয়েহে বিহুতলী আয়োজনৰ সন্দৰ্ভতো উক্ত পৃষ্ঠপোষকতা অবাঞ্ছনীয় বুলি বোধ নহয়। অৱশ্যে এই ব্যৱস্থা প্ৰয়োগৰ সন্দৰ্ভত নিম্নলিখিত ভাবখিনি ব্যক্ত নকৰিলে ওপৰত আদৰণীয় বুলি কৈ অহা কথাটো ভুল প্ৰমাণিত হ'ব ঃ

- বিহুতলী উদ্যোক্তাই কাৰোবাক হেঁচা প্ৰয়োগ কৰি এনে পৃষ্ঠপোষকতা আদায় কৰিবলৈ ল'লে এই ব্যৱস্থা অনাদৰণীয় হ'ব।
- কোনোবা দানশীললোকে স্বইচ্ছাৰে আৰু ভক্তিভাবেৰে এনে পৃষ্ঠাপোষকতা আগবঢ়োৱাটোহে ব্যৱস্থাটোৰ মূল ধনাত্মক দিশ। গাঁও একোখনত পৰিয়াল একোটাই ভাওনা একোখনৰ খৰচ আগবঢ়াওঁতে যি শ্ৰদ্ধা-ভক্তিৰে আগবঢ়াই বিহুতলীৰ ক্ষেত্ৰতো সেইটোহে বাঞ্ছনীয়।
- অঞ্চলটোৰ বাহিৰৰ কোনো ব্যক্তি বা প্ৰতিষ্ঠানৰ পৰা এনে পৃষ্ঠপোষকতা বিচাৰি যোৱাটো আদৰণীয় নহ'ব বুলিয়েই বোধ হয়।
- এনে পৃষ্ঠপোষকসকলে তেখেতসকলৰ পৃষ্ঠাপোষকতা যাতে অসমীয়া সংস্কৃতি তথা বিহু সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ সহায়কহে হয়, কদাপি পৰিপন্থী নহয় সেই কথালৈ লক্ষ্য ৰাখি কাৰ্যাদি বাছি ল'লে ভাল হ'ব বুলি ভাব হয়।
- বিশেষ দান-বৰঙণিৰ বাবে এনে পৃষ্ঠপোষক ব্যক্তি তথা পৰিয়ালক বিহুতলীত ৰাজহুৱাকৈ স্বীকৃতি প্ৰদান কৰাটোৱে ব্যৱস্থাটোৰ প্ৰচলনৰ সহায়ক হ'ব বুলি আশা কৰিব পাৰি ।

সামাজিক অনুষ্ঠানাদিৰ লগত সাঙোৰ খোৱা এনে যিকোনো ব্যৱস্থা সাধাৰণতে সমালোচিত হয়। সমালোচিত হোৱাটো প্ৰয়োজনো; কাৰণ সমালোচনাই যিকোনো ব্যৱস্থা উন্নীত তথা পৰিশোধিত হোৱাত সহায় কৰে, যেনেকৈ জুয়ে পুৰি সোণক চিকচিকীয়া কৰে। সেয়েহে কওঁ, কোনো কোনো বিহুতলীত চলিবলৈ ধৰা এই ব্যৱস্থাটো সম্বন্ধীয় উক্ত ভাবখিনি আমাৰ নিজৰহে, গতিকে আলোচনা-বিলোচনাৰ যোগেদি ৰাইজে ব্যৱস্থাটোৰ দোষ-গুণ পৰ্যালোচনা কৰিহে আৰু পৰিস্থিতি সাপেক্ষেহে সিদ্ধান্ত ল'বলৈ গোহাৰি জনালো।

**বিহুতলীৰ আয়োজনাৰ্থে অৰ্থ সংগ্ৰহৰ অন্য এক পন্থা**

যোৱা বছৰ ব'হাগৰ কোনোবা এটা আবেলি বন্ধু সমীৰণ বৰদলৈয়ে কথা প্ৰসংগত দুদিনমানৰ আগৰ তিক্ত অভিজ্ঞতা এটা ব্যক্ত কৰিছিল। তলত অভিজ্ঞতাটোৰ চমু বিৱৰণ এটা দাঙি ধৰিছোঁ। পিছে তাৰ আগতে কৈ লোৱা প্ৰয়োজন যে আমি সেইজন সমীৰণ বৰদলৈৰ কথা কৈছোঁ যিজন অসম আন্দোলনৰ সময়ৰ বিশিষ্ট ছাত্ৰ নেতা। বৰ্তমান তেওঁ একাধাৰে ব্যৱসায়ী, ক্ৰীড়া সংগঠক আৰু কলা-সংস্কৃতিৰ জগতৰ ভালেমান অনুষ্ঠানৰ গুৰি ধৰোঁতা আৰু তেওঁ বিহু সংস্কৃতিক মনে-প্ৰাণে ভাল পায়, শ্ৰদ্ধা কৰে। বিহু সংস্কৃতিৰ

উত্তৰণৰ বাবে চিন্তা কৰে আৰু পদক্ষেপ লয়। অভিজ্ঞতাটো তেওঁ প্ৰায় এনেদৰেই কৈছিল—

"সন্ধিয়াপৰত ঘৰত সোমাই মুখ-হাত ধুই চাহ একাপ খাই উঠিছোঁহে, তেনেতে ডেকা-চেঙেলীয়া ল'ৰা কেইটামান ওলালহি। তাৰে এজন মোৰ চিনাকি; সাংস্কৃতিক মনৰ ল'ৰা। দুষাৰমান ইটো-সিটো কথা পতাৰ পিছত এজনে আচল কথাটো উলিয়ালে। মই তেওঁলোকৰ বিহুতলীৰ সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিব লাগে। তাৰিখটো চাই দেখিলো অন্য বিশেষ লেঠা নাই। গতিকে সানন্দে সন্মতি জনালো। তাৰপাছতো তেওঁলোক ভালেখিনি সময় বহিল। বিহু সংস্কৃতিৰ কথাই প্ৰধানকৈ চলিছিল বাবে বেয়া লগা নাছিল। পিছে যাবলৈ উঠি মোৰ চিনাকি ল'ৰাজনে একাষৰীয়াকৈ মাতি নি লাহেকৈ যেতিয়া ক'লে যে তেওঁলোকে মোৰ পৰা শকত বৰঙণি আশা কৰি আহিছে, লগে লগে মোৰ সমস্ত উলাহখিনি উৰি গ'ল। খংটোও উঠি আহিছিল। গতিকে পাছত ভাবি-চিন্তি কিবা এটা কৰিম বুলি কৈ বিদায় দিলো। এতিয়া কথা হ'ল, মোক সংস্কৃতি চৰ্চা কৰোঁ বাবে উদ্বোধন কৰিবলৈ মাতিলে নে চান্দাৰ বাবে মাতিলে? এতিয়া মই কি কৰা উচিত? সেইখন বিহুতলী মোৰ নিজ অঞ্চলৰ নহয়, গতিকে চান্দা দিম নে নিদিম? উদ্বোধক হৈ যাম নে নাযাম?"

দুয়ো কৰা আলোচনাৰ অন্তত তেওঁ উদ্বোধক হৈ গৈ অবাঞ্ছনীয় বুলি ভবা কথাবোৰ ফঁহিয়াই মুকলিকৈ আলোচনা কৰাই ভাল হ'ব বুলি সিদ্ধান্ত লোৱা হ'ল।

**বিহুতলী আয়োজনত ব্যয়**

সু-উদ্দেশ্যধৰ্মী আৰু উপযোগীকৈ বিহুতলী আয়োজন কৰিবলৈ হ'লে সুনিৰ্দিষ্ট উদ্দেশ্য আগত ৰাখি বিভিন্ন শিতানত খৰচ কৰিব লাগিব আৰু এনে হ'লেহে বিহুতলী আয়োজনৰ ক্ষেত্ৰত বৰ্তমান পৰিলক্ষিত অবাঞ্ছনীয় কাৰ্যকলাপ কিছুমানৰ চোক কমিব বুলি আশা কৰিব পাৰি। ওপৰত কৈ অহা অধিক গুৰুত্ব দিবলগীয়া অনুষ্ঠানৰ কাৰণে প্ৰয়োজনীয় ধন ব্যয় কৰিবলৈ কম গুৰুত্ব দিবলগীয়া অনুষ্ঠানৰ তুলনাত অধিক আগ্ৰহ কৰিব লাগিব। এইক্ষেত্ৰত আগ্ৰহ অধিক হোৱাৰ কথাহে কোৱা হৈছে, পৰিমাণ অনুষ্ঠান অনুযায়ী কম-বেছি অৱশ্যেই হ'ব; শিল্পীৰ মৰ্যাদা অনুসৰিও মাননি বা পাৰিশ্ৰমিক কম বেছি হ'বই। পিছে সেইবুলি বিহু আৰু লোক সংস্কৃতিৰ অনুষ্ঠানতকৈ অন্য অনুষ্ঠানতহে তুলনামূলকভাৱে ভালেখিনি অধিক ধন ব্যয় কৰাৰ মানসিকতা পৰিত্যাগ নকৰিলে প্ৰকৃতাৰ্থত বিহুতলীতে বিহু আৰু অসমীয়া লোক-গীত-মাত এলাগী হৈয়ে ৰ'ব। বিহু আৰু লোকশিল্পীৰ উত্তৰণত বিহুতলীয়ে বিশেষ অৰিহণা যোগাব নোৱাৰিব। মনকৰিবলগীয়া যে বৃহৎ বাজেটৰ কিছুমান বিহুতলীত বিহু আৰু লোক গীত-মাতৰ অনুষ্ঠানত যৎসামান্য আৰু অন্য আধুনিক অনুষ্ঠানত বৃহৎ অংকৰ ধন খৰচ হৈ আছে।

অন্যহাতে কম বাজেটৰ আঞ্চলিক বিহুতলীৰ উদ্যোক্তাসকলৰ মুখ্যতঃ মূৰ কামোৰণি ৰভা আৰু মঞ্চ প্ৰস্তুতৰ বাবে অৰ্থৰ জোৰা মৰাক লৈ। বিহুতলী আয়োজনাৰ্থে অৰ্থ সংগ্ৰহ কৰাৰ ক্ষেত্ৰত এনে বিহুতলীৰ আয়োজকসকলেই তুলনামূলকভাৱে অধিক সময় ব্যয় কৰিবলগীয়া হোৱাৰ উপৰি সহ্য কৰিবলগীয়া হয় বিভিন্ন ধৰণৰ উদ্বেগ আৰু বিতুষ্টি।

এইবোৰৰ হেঁচাত কিছুমান উদ্যোক্তাৰ বিহুতলী উদ্দেশ্যধৰ্মী কৰা সন্দৰ্ভত সুগভীৰ আলোচনা-বিলোচনা কৰিবলৈ যেন সময় আৰু মানসিকতাৰ অভাব ঘটে। নহ'লেই নোহোৱা ৰভা আৰু মঞ্চ প্ৰস্তুতৰ জোৰা মাৰিব পৰাকৈ অৰ্থ সংগ্ৰহ হ'লেই যেন ৰক্ষা পায়; বাকীখিনি চলি যাব — এই ভাবে স্বাভাৱিকতেই গা কৰি উঠে। এনেকৈ চলি থকা কাৰণে বিহুতলী পতাৰ মূল উদ্দেশ্যই বহুপৰিমাণে ব্যাঘাত হৈ আহিছে।

বিহুতলীৰ উদ্যোক্তা সমিতিয়ে কিছুমান প্ৰশ্ন আৰু বিষয়ত গভীৰভাৱে আলোচনা কৰিলে কিছুমান উপাদেয় সূত্ৰ তথা উপায় ওলাব পাৰে বুলি বোধ হয়। বিহুতলীৰ সংগ্ৰহীত অৰ্থ মিতব্যয়ীকৈ খৰচ কৰাৰ ক্ষেত্ৰত বিশেষ ধ্যান দিয়াৰ প্ৰয়োজনীয়তা মৰ্মে মৰ্মে উপলব্ধি হয়। এই বিষয়ত পুংখানুপুংখ পৰ্যালোচনাৰ দ্বাৰা উত্তৰ পাবলৈ অৱশ্যেই যত্ন কৰিবলগীয়া দুটিমান মূল প্ৰশ্ন এনে : কোন শিতানত কম আৰু ক'ত বেছি খৰচ কৰিব পাৰি ? কোনোবাটো খৰচ কমালেও বিহুতলী আয়োজনৰ মূল উদ্দেশ্য সাধনত বিশেষ হীন-ডেঢ়ি নহয় নেকি বা যৎকিঞ্চিৎহে হয় নেকি ? কোনোবাটো উদ্দেশ্য বা শিতানত তুলনামূলকভাৱে অধিক খৰচ কৰা সমুচিত নেকি ?

উপৰিউক্ত সকলোখিনি কথালৈ লক্ষ্য ৰাখি এই অধ্যয়নত এই বিষয়ৰ এটা দিশত মতদাতাসকলৰ পৰা কিছু উপাদেয় তথ্য আৰু ধাৰণাদি আহৰণ কৰিবৰ চেষ্টা কৰা হৈছিল। বিহুতলী একোখন আয়োজনৰ মুঠ দহ টি খৰচৰ শিতান নিৰ্ধাৰণ কৰি সিবিলাকৰ প্ৰত্যেকতে মুঠ ব্যয়ৰ বা বাজেটৰ কিমান শতাংশকৈ খৰচ কৰিবৰ আঁচনি ল'লে বিহুতলী এখন সুউদ্দেশ্যধৰ্মী, সু-সাংস্কৃতিক আৰু যথাৰ্থভাৱে আয়োজিত হ'ব বুলি ভাবিব পৰা যায়, সেই বিষয়ত মতদাতাসকলৰ মতামত আহৰণ কৰিবৰ প্ৰয়াস কৰা হৈছিল। পিছে ভালেসংখ্যক মতদাতাই এই বিষয়ত মতামত নিদিলে। অন্যহাতে প্ৰাপ্ত মতামতখিনিৰ বিশ্লেষণে নিৰ্দিষ্ট সিদ্ধান্তৰ ইংগিত প্ৰদান কৰিব নোৱাৰিলে। সেয়ে বিহুতলী এখন আয়োজন কৰোঁতে হোৱা খৰচৰ প্ৰধান শিতান বুলি আমি নিৰ্ধাৰণ কৰা শিতান দহটাকে এইখিনিতে উল্লেখ কৰা সমীচীন হ'ব বুলি ভাবিছোঁ।

**বিহুতলী আয়োজনৰ ১০ টা খৰচৰ শিতান**

১. ৰভা আৰু মণ্ডপ প্ৰস্তুত (সকলো ব্যৱস্থাপনা সামৰি)
২. ছাউণ্ড চিষ্টেম ইত্যাদি।
৩. প্ৰচাৰ আৰু যোগাযোগ।
৪. বিহু নৃত্য-গীতৰ প্ৰতিযোগিতাৰ পুৰস্কাৰ আৰু পাৰিশ্ৰমিক/মাননি।
৫. বিচাৰকৰ মাননি ইত্যাদি।
৬. সাংস্কৃতিক সন্ধিয়াৰ নিমন্ত্ৰিত বিহু অনুষ্ঠানৰ শিল্পীৰ পাৰিশ্ৰমিক/মাননি।
৭. সাংস্কৃতিক সন্ধিয়াৰ নিমন্ত্ৰিত লোক-সাংস্কৃতিক অনুষ্ঠানৰ শিল্পীৰ পাৰিশ্ৰমিক/মাননি।
৮. সাংস্কৃতিক সন্ধিয়াৰ নিমন্ত্ৰিত বিহুগীত, আধুনিক গীতৰ শিল্পীৰ পাৰিশ্ৰমিক/মাননি।

৯. নিমন্ত্ৰিত শিল্পী-অতিথিৰ খোৱা-থকা ইত্যাদিৰ খৰচ
১০. অন্যান্য সানমিহলি খৰচ।

উল্লেখনীয় যে বিষয়টো আলোচনা কৰাত, বিশেষকৈ বিহুতলীৰ উদ্যোক্তা সমিতিয়ে ওপৰত উনুকিয়াই অহা ধৰণৰ কথাবিলাক আলোচনা কৰাৰ ক্ষেত্ৰত কিঞ্চিৎ সহায়ক হ'বও পাৰে বুলি হোৱা ভাববোধতে এই শিতানকেইটি উল্লেখ কৰা হ'ল।

**হিচাপ-নিকাচ দাখিল**

আলোচিত শিতানৰ প্ৰসংগত অভিজ্ঞ বিহু-বিচাৰক অশোক বৰদলৈ ডাঙৰীয়াই নিম্নলিখিত বিশেষ বক্তব্য প্ৰেৰণ কৰিছে।

"বিহুতলীৰ সমিতিয়ে সদস্যসকলক অতি সোনকালে হিচাপ-নিকাচ দিলে বিহুতলীৰ বদনাম-নহয়। উদ্যোক্তাসকলৰ গাত চেকা নপৰে।"

অশোক বৰদলৈ ডাঙৰীয়াৰ এই উক্তি যে অতি প্ৰণিধানযোগ্য তাত কোনো সন্দেহ নাই। বিহুতলীকে আদি কৰি যিকোনো এনেধৰণৰ ৰাজহুৱা আয়োজনৰ পিছতে সদস্যসকলক তথা যাৰ পৰা দান-বৰঙণি লোৱা হয় সেই সকলকো হিচাপ-নিকাচ জানিবলৈ দিয়াৰ ব্যৱস্থাটোৱে সন্দেহ, বিভ্ৰান্তি আদি দূৰীকৰণত প্ৰভূত অৰিহণা যোগায়। তাৰোপৰি পিছৰবাৰত কোনোবা শিতানত বেছি বা কম খৰচ কৰিবলৈ সিদ্ধান্ত লোৱাৰ সহায়ক হয়। কোনো কোনোৱে এইটো বৰ টান কাম বুলি ভাবে। আচলতে কামটো বিশেষ টান নহয়, মনটোহে আচল কথা। আমাৰ স্ব-অভিজ্ঞতা এটাৰে কথাষাৰ অধিক স্পষ্টকৈ কওঁ— আমাৰ বিশ্ববিদ্যালয় চৌহদত ভালেসংখ্যক চৌহদবাসীয়ে আজি কেইবাবছৰো ধৰি সৰস্বতী পূজা অনুষ্ঠিত কৰি আহিছে। ৰাতিলৈ নিজস্ব অনুষ্ঠান পৰিৱেশনেৰে সাংস্কৃতিক অনুষ্ঠানো পতা হয়। পূজাৰ এসপ্তাহৰ পিছতে সমিতিয়ে প্ৰতিঘৰ সদস্যলৈ হিচাপ- নিকাচৰ খতিয়ান দাঙি ধৰা একোখিলা কাগজ প্ৰেৰণ কৰে। এইটো ব্যৱস্থা আঞ্চলিক বিহুতলী এখনৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিবলৈ বিশেষ কষ্টসাধ্য নহ'ব বুলিয়েই আমাৰ ধাৰণা। বিহুতলী আয়োজনৰ ভাগৰ আৰু এলাহক প্ৰশ্ৰয় নিদি বিষয়টো গুৰুত্ব সহকাৰে ল'লে কাৰ্যকৰণ কৰাত বিশেষ অসুবিধা নাই নিশ্চয়। বৰ বেছি ধন আৰু শক্তিৰ প্ৰয়োজনো নাই। আচল কথা মনকৰিব লাগিব। মুখীয়ালসকলে আগভাগ ল'ব লাগিব। কিছুমান বিহুতলীয়ে মুখপত্ৰ নাইবা স্মৰণিকাত আগৰ বছৰৰ হিচাপ-নিকাচৰ খতিয়ান দাঙি ধৰা দেখা যায়। ই নিঃসন্দেহে অতি আদৰণীয় আৰু প্ৰয়োজনীয় ব্যৱস্থা।

**গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হি আদৰিব পাৰি নেকি?**

এই পুথিখন লিখি থাকোঁতেই উক্ত প্ৰশ্নটোৱে মনত দোলা দিলেহি। এই মূল প্ৰশ্নটোৰ লগত সাঙোৰ খাই থকা প্ৰশ্নবোৰ এনে —

বিহুতলীৰ আধুনিক মঞ্চখনতে ভালেখিনি ধন যিহেতু খৰচ হয়, গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হি আদৰিব পাৰিলে বিহুতলী একোখন আয়োজনৰ ব্যয় ভালেখিনি কমিব

নেকি? মনকৰিবলগীয়া যে কম বাজেটেৰে আয়োজিত বিহুতলী একোখনৰ বাজেটৰ বুজন শতাংশ ধন আধুনিক মঞ্চখন প্ৰস্তুততে খৰচ হয়। সেয়েহে এনে বিহুতলীৰ আয়োজকসকলে নিম্নলিখিত গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হি অৱলম্বনৰ কথা চিন্তা কৰিব পাৰে বুলি বোধ হয়। এই সন্দৰ্ভত মনত সততে খুন্দিয়াই থকা প্ৰশ্ন কিছুমান এনে ঃ

গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হিত বৰ্তমান বিহুতলীবিলাকত অনুষ্ঠিত হৈ থকা কোনোবাটো অনুষ্ঠানৰ পৰিৱেশন সম্ভৱ নহয় নেকি? কিম্বা বৰ বেছি অসুবিধাজনক নেকি? পৰিৱেশনৰ ধৰণ অৱশ্যে কিছুপৰিমাণে সলনি হ'ব, কিন্তু তেনেই অসুবিধাজনক হ'ব জানো? ছাউণ্ড চিষ্টেমৰ ব্যৱহাৰত কিছু সমস্যা আছে নেকি? অলপমান চিন্তা কৰিলেই তেনে সমস্যা সমাধান কৰিব পৰা নাযায়নে? আধুনিক বা বিহুসুৰীয়া গীতৰ পৰিৱেশন কৰিব নোৱাৰিব নেকি? কোনোবা নৃত্যৰ অনুষ্ঠান অনুষ্ঠিত কৰিবলৈ বিশেষ কিবা অসুবিধা হ'ব জানো? ইত্যাদি।

গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হিত বিহুতলী জাকজমক কৰিব নোৱাৰি নেকি? আজিকালি ভাওনা অনুষ্ঠিত কৰোঁতে এনে ৰভা মণ্ডপ জাকজমকতাৰে সজোৱা নহয় জানো? দৰ্শক বহাৰ সুবিধাৰ বাবে আগৰ ব্যৱস্থাৰ সলনি চকীৰ ব্যৱস্থা কৰি পৰিস্থিতি উপযোগী কৰি লোৱা হোৱা নাই জানো? বিহুতলীতো এনে কৰিব নোৱাৰি নেকি?

গুৰুজনাই দি যোৱা ৰভা মণ্ডপৰ আৰ্হিত আটাইকেইটা বিহু অনুষ্ঠানৰ পৰিৱেশন সুচল নহ'ব জানো? বিহুৱা-বিহুৱতীয়ে আধুনিক মঞ্চত নাচোঁতে পাই অহা অসুবিধা দূৰ নহ'ব জানো? আকৌ স্থায়ী মঞ্চত পতা বিহুতলীৰ ক্ষেত্ৰত মঞ্চৰ খৰচ নাই বাবে এই ব্যৱস্থাই তেনে ক্ষেত্ৰত খৰচ কমোৱাৰ কথাটো প্ৰযোজ্য নহয়।

উনুকিয়াই থোৱা বোধকৰোঁ ভাল হ'ব যে গুৰুজনাই দি যোৱা ৰভা-মণ্ডপৰ আৰ্হিত বিহুতলী পাতিবলৈ হ'লে অনুষ্ঠান পৰিৱেশন কৰা ঠাইখিনি (গোটেইখন ৰভা নহয়) শুকান কৰি ৰখাৰ ব্যৱস্থা আগতীয়াকৈ ল'ব লাগিব; সুবিধা আৰু পৰিস্থিতি অনুযায়ী অকণমান ওখকৈ ভেটি কৰিবও পাৰি চাগে। অন্যহাতে নামঘৰত বিহুতলী পতাৰ লেখীয়া ভাব আমাৰ মনত কদাচিটো অহা নাই; কোনোবাই ভুল বুজিব পাৰে বুলি কথাটো কৈ থ'লো। আকৌ উল্লেখনীয় যে বিহুতলী আয়োজনৰ অভিজ্ঞতা মোৰ নাই। সেয়ে মই প্ৰশ্নবোৰহে উত্থাপন কৰিছোঁ। অভিজ্ঞসকলেহে সিবিলাক চালিজাৰি চাব পাৰিব।

সপ্তদশ অধ্যায়

# হুঁচৰি ৰাখোঁ কেনেকৰি

পৰিৱৰ্তিত পৰিস্থিতিত বৰ্তমান অসমৰ বহুতো গাঁৱত ঘৰে ঘৰে হুঁচৰি মৰা প্ৰথাৰ প্ৰচলন নোহোৱা হৈ পৰিছেই বুলিব পাৰি। হুঁচৰি মাৰি থকা গাঁওবোৰো অনেকত ব'হাগ বিহুৰ এই আটাইতকৈ মৰ্যদাসম্পন্ন আৰু শৃংখলাবদ্ধ নৃত্য-গীতমূলক অনুষ্ঠানটি নামতহে চলি আছে। ৰাইজে চোতালত ভৰি দিয়াৰ প্ৰায় লগে লগে নাইবা হুঁচৰি-ঘোষাৰ শেষতে গৃহস্থই শৰাই আগবঢ়ায় আৰু হুঁচৰি সিমানতে ইতি পৰে। গৃহস্থই ৰাইজৰ আশীৰ্বাদ লাভ কৰে আৰু মাননিৰ জৰিয়তে হুঁচৰি দলৰ অৰ্থ সংগ্ৰহ হয়। পিছে হুঁচৰি মৰাৰ আনন্দ উলাহৰ পৰা হুঁচৰি গোৱাসকল বঞ্চিত হয়; ৰাইজ বঞ্চিত হয় হুঁচৰি উপভোগৰ পৰা।

আজিৰ পৰিস্থিতিত হুঁচৰি মৰা প্ৰথাটোৰ উপৰিউক্ত বিৱৰ্তন প্ৰায় অৱশ্যম্ভাৱী বুলিব পাৰি। কাৰণ দিনে কেইবাঘণ্টাকৈ পষেকটো বা মাহটো হুঁচৰি মাৰিবলৈ আগৰ দৰে গাঁও একোখনৰ অধিকাংশ পৰিয়াল কেৱল কৃষিজীৱী নহয়। আজিৰ প্ৰতিযোগিতাৰ যুগত ছাত্ৰ-ছাত্ৰীৰ এটা দিনৰ ক্ষতিয়েই বহুত ক্ষতি। বিহুৰ বতৰত অনুষ্ঠিত হোৱা পৰীক্ষাৰ পৰীক্ষাৰ্থী থকা পৰিয়ালে দীৰ্ঘ সময় হুঁচৰি গোৱাবলৈ সাহস নকৰাটো অস্বাভাৱিক নহয়। পৰীক্ষাৰ্থী চুবুৰীত থাকিলেও আনকি চুবুৰীৰ আটাইবোৰ পৰিয়ালৰে একেই মানসিকতা হোৱা পৰিলক্ষিত হয়। ঘৰতে বহি টেলিভিছনত বিভিন্ন প্ৰকাৰৰ অনুষ্ঠান অনায়াসে উপভোগ কৰিবৰ সুবিধা হোৱাটোৱেও এই ক্ষেত্ৰত অৰিহণা যোগাইছে।

আজিৰ পৰিস্থিতিলৈ লক্ষ্য ৰাখি নিম্নোলিখিত উক্তি তিনিটাৰ আটাইতকৈ উপযোগী বুলি গণ্য কৰাটোত ৩ নম্বৰ আৰু বাকী দুটাত কম নম্বৰ দি মতদাতাসকলক মতামত ব্যক্ত কৰিবলৈ অনুৰোধ কৰা হৈছিল।

ক) আগৰ দৰেই পষেক অথবা এমাহ পূৰ্ণোদ্যমে ঘৰে ঘৰে হুঁচৰি মৰাৰ প্ৰথা বৰ্তাই ৰাখিব লাগে।

খ) গৃহস্থৰ ইচ্ছা অনুযায়ী কোনো ঘ বেছি সময় আৰু কোনো ঘৰত কম সময় মাৰি চাৰিদিনমানৰ ভিতৰত হুঁচৰি মৰ মৰিব লাগে।

গ) ঘৰে ঘৰে হুঁচৰি মৰাটো সম্ভৱ নোহে গাঁও একোখনত চৰকাৰী বিহু বন্ধৰ কোনোবা এদিন এক ৰাজহুৱা স্থানত দীৰ্ঘ সময় হুঁচৰি মাৰিব পৰা যায়। তাতে গাঁওখনৰ সকলো গৃহস্থই (অন্ততঃ ইচ্ছা কৰাসকলে) শৰাই আগবঢ়াই হুঁচৰিৰ আশীৰ্বাদ ল'ব। প্ৰয়োজন হ'লে খোৱা খোৱাকৈ কেইবাযোৰাও (ডেকা, বয়সস্থ আৰু শিশু প্ৰতিটো শাখাৰে এযোৰা বা দুযোৰাকৈ) হুঁচৰি মাৰিবও পৰা যায়।

মতামত বিশ্লেষণে দেখুৱায় যে অধিকাংশ মতদাতাই 'ক' উক্তিত আটাইতকৈ কম নম্বৰ দিছে। 'খ' উক্তিত ৪৮ গৰাকীয়ে ৩ নম্বৰ, ৩৩ গৰাকীয়ে ২ নম্বৰ আৰু মাত্ৰ ৫ গৰাকীয়ে ১ নম্বৰ দিছে। 'গ' উক্তিত ৩৪ গৰাকীয়ে ৩ নম্বৰ, ২৪ গৰাকীয়ে ২ নম্বৰ আৰু ১৫ গৰাকীয়ে ১ নম্বৰ দি মতামত ব্যক্ত কৰিছে। এই বিশ্লেষণে দেখুৱাই যে অধিকাংশ মতদাতাৰ মতে 'খ' উক্তিত উল্লিখিত ধৰণেৰে হুঁচৰি মৰাটো চলি থাকিব লাগে। অৰ্থাৎ গৃহস্থৰ ইচ্ছা অনুযায়ী কোনো ঘৰত বেছি সময় আৰু কোনো ঘৰত কম সময় মাৰি চাৰিদিনমানৰ ভিতৰত হুঁচৰি মৰা সামৰিব লাগে।

মনকৰিবলগীয়া যে 'গ' উক্তিৰ সমৰ্থকৰ সংখ্যাও ভালেখিনি। সেয়ে সেই উক্তিত উল্লিখিত ধৰণটোক এক বিকল্প হিচাপে গণ্য কৰিব পাৰি।

**পৰ্যালোচনা**

ভালেসংখ্যক মতদাতাই 'খ'-ত উল্লেখিত ধৰণেৰে হুঁচৰি চলি থকাটো যে মনে-প্ৰাণে বাঞ্ছা কৰে সেই কথা বিশেষ বক্তব্য হিচাপেও প্ৰকাশ কৰিছে। তেখেতসকলৰ দৰে সকলো বিহুপ্ৰেমীৰে ৰঙালী বিহুৰ এই পবিত্ৰ আৰু মোহনীয় অনুষ্ঠানটি চলি থকাটোৱেই একান্ত কাম্য বুলি আমাৰ বিশ্বাস আৰু ৰাইজে ইচ্ছা কৰিলে ই যিকোনো পৰিস্থিতিতে চলি থাকিব বুলি আমাৰ আশা। এগৰাকী মতদাতাই এই বিষয়ত আঞ্চলিক বিহুতলীৰ সমিতিয়ে উদ্যোগ ল'ব লাগে বুলি আহ্বান জনাই নিম্নলিখিত বক্তব্য প্ৰেৰণ কৰিছে।

"অসমৰ লোক-সংস্কৃতিৰ অন্যতম উপাদান হুঁচৰিৰ স্বকীয় পৰম্পৰাৰ গুৰুত্ব বুজি সৰু-বৰ, সুখী-দুখী, ডেকা-বয়সস্থ সকলোৰে সহযোগিতাৰে কমেও বিহুৰ দুই-চাৰিদিন নিজৰ নিজৰ চুবুৰী, গাঁও, নগৰৰ ৱাৰ্ড আদিত প্ৰচলিত ঘোষা-পদ সম্বলিত আশীৰ্বাদ, গৃহস্থৰ অনুমতি লৈ বিহুনাম-নাচেৰে উৎসৱৰ আনন্দ উৎসাহ প্ৰকাশেৰে এক নৱজাগৰণ সৃষ্টি কৰি হেৰাই যোৱাৰ উপক্ৰম হোৱা হুঁচৰি নিশ্চয় পৰম্পৰাগতভাৱে পুনৰ প্ৰচলিত হৈ আপুৰুগীয়া সংস্কৃতিৰ ভঁৰাল দুগুণ চহকী হ'ব। এই ক্ষেত্ৰত গ্ৰাম্য আৰু নগৰীয়া আঞ্চলিক বিহু সমিতিয়ে অধিক পদক্ষেপ ল'ব লাগিব।"- ৰণজিৎ কুমাৰ দাস।

উল্লেখনীয় যে ভালেমান গাঁৱত কমদিনীয়াকৈ হুঁচৰি গোৱাটো অদ্যাপি চলি আছে। অন্যহাতে নগৰীয়া আৰু গ্ৰাম্য উভয় পৰিবেশতে দুই-এঠাইত কমদিনীয়াকৈ অঞ্চলটোৰ গৃহস্থৰ চোতালত হুঁচৰি গাই সংগ্ৰহ কৰা ধনেৰে বিহুতলীও আয়োজিত হৈ আছে।

অন্যহাতে অগত্যা যদি গাঁও একোখনত ঘৰে ঘৰে হুঁচৰি মৰাটো হৈ নুঠে তেনেহ'লেহে 'গ' ধৰণেৰে হ'লেও হুঁচৰি বৰ্তাই ৰাখিব পৰাটো ভাল বুলি মতদাতাসকলৰ লগতে আমিও ভাবোঁ আৰু ৰাইজেও কথাটো গমি-পিটি চাব বুলি বিশ্বাস। এইখিনিতে এই উক্তিৰ সন্দৰ্ভত শেহতীয়াকৈ মনত খেলোৱা দুটিমান ভাব ব্যক্ত কৰোঁ বুলিছোঁ; দায়-দোষ হ'লে ক্ষেমিব।

গাঁও একোখনত ঘৰে ঘৰে হুঁচৰি মাৰিলেও এদিন ৰাজহুৱা স্থানত উল্লিখিত 'গ' উক্তিৰ ধৰণেৰে হুঁচৰি মাৰিব পাৰি নেকি? হুঁচৰিৰ উপৰি তাতে গাভৰু বিহু দুযোৰামান যোগ হ'লে বেয়া হ'ব নেকি? এনেকৈ এদিনীয়াকৈ বিহু উদ্‌যাপন কৰিলে দেখোন প্ৰতি গাঁৱতে

বিহুতলী নাপাতিলেও হ'ব। প্ৰসংগক্ৰমে উল্লেখনীয় যে গাঁও একোখনেও বেচ্ কিছুপৰিমাণৰ অৰ্থ ব্যয়েৰে একোখন বিহুতলী অনুষ্ঠিত কৰিবলৈ লোৱাটো ক্ৰমান্বয়ে বৃদ্ধি পাব ধৰিছে ।

উল্লিখিত ধৰণে এদিনীয়াকৈ বিহু উদ্‌যাপনৰ ক্ষেত্ৰত অৱশ্যে মাইক-মঞ্চ আদিৰ ব্যৱস্থা কৰিবলৈ হ'লে তাৰ স্বাভাৱিক ৰূপটো ব্যাঘাত হ'ব আৰু ই স্বৰূপাৰ্থত মঞ্চভিত্তিক বিহুতলীহে হ'বগৈ। প্ৰয়োজনবোধ কৰিলে হুঁচৰি মৰা ঠাইখিনি চাফ-চিকুণ কৰাৰ লগতে বোকা নহ'বৰ বাবে আগতীয়াকৈ ব্যৱস্থা কৰি থ'ব পাৰি। দৰ্শকৰ বহা-মেলাৰ ব্যৱস্থা নিশ্চয় নিষ্প্ৰয়োজন। আকৌ গাঁওখনৰ কিছুসংখ্যক গৃহস্থই ইচ্ছা অনুযায়ী পিঠা-পনা, চাহ-তামোল আদিৰে (যেয়ে যিমান পৰিমাণৰ আগবঢ়াবলৈ ইচ্ছা কৰে সিমান আনি) ৰাইজক অপ্যায়িত কৰাৰ স্থল নথকা নহয়। হুঁচৰি দলক পিঠা-পনা, চাহ-তামোল আদিৰে অপ্যায়িত কৰাৰ পৰম্পৰা আছেই।

এই প্ৰসংগত কুতুবুদ্দিন আহমেদ ডাঙৰীয়াই এনেদৰে বক্তব্য ৰাখিছে ঃ " 'খ' আৰু 'গ'-ৰ সমন্বয় কৰিব পাৰিলেও সমস্যাটোৰ কিছু জোৰা মাৰিব পৰা যায়।"

অষ্টাদশ অধ্যায়

# মতদাতাৰ বিশেষ আহ্বান আৰু প্ৰশ্ন

মতদাতাসকলে প্ৰেৰণ কৰা ভালেসংখ্যক বক্তব্য অন্য অধ্যায়বোৰত প্ৰসংগক্ৰমে উদ্ধৃত কৰি অহা হৈছে। অন্য কিছুসংখ্যক বক্তব্য, বিশেষকৈ মূলতঃ একে কথা একাধিক মতদাতাই প্ৰকাশ কৰা বক্তব্যখিনিৰ মূল কথা পৰ্যালোচনাবোৰত অন্তৰ্ভুক্ত কৰিবৰ যত্ন কৰা হৈছে। এই অধ্যায়ত ভালেসংখ্যক মতদাতাৰ এক বিশেষ আহ্বানৰ চমু আলোচনা আৰু কেইগৰাকীমান মতদাতাৰ দুটিমান বিশেষ প্ৰশ্ন আৰু আহ্বান সন্দৰ্ভত আলোচনা আগবঢ়োৱা হৈছে —

**ক) বিহু প্ৰতিযোগিতাৰ নিয়মাৱলী এখন লাগে**

ভালেসংখ্যক মতদাতাই সদৌ অসম ভিত্তিত কৰ্মশালা বা অভিৱৰ্তন অনুষ্ঠিতকৰণৰ যোগেদি বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবোৰৰ নিয়মাৱলী এখন জৰুৰী বুলি বক্তব্য প্ৰেৰণ কৰিছে। সেয়ে তলত এই প্ৰসংগৰ কিছু চিন্তা দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে।

'বিহু কৃষ্টি চৰ্চা আৰু বিকাশ সমিতি', যোৰহাটৰ সৌজন্যত আশীৰ দশকৰ আৰম্ভণিতে অনুষ্ঠিত হোৱা এখন কৰ্মশালাত বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবোৰৰ নিয়মাৱলী এখন প্ৰস্তুত হৈছিল। সেইখন বৰ্তমান কিমান গৰাকী বিচাৰকে অনুসৰণ কৰি আছে সেইটো আমাৰ জ্ঞাত নহয়। উক্ত অভিৱৰ্তনৰ এক সম্প্ৰসাৰণ হিচাপে একে বছৰতে নগাঁৱৰ 'কিশলয় সাংস্কৃতিক গোষ্ঠী'ৰ সৌজন্যত এখন সদৌ অসম ভিত্তিত কৰ্মশালা অনুষ্ঠিত হৈছিল। আনহাতে তাৰ পাছৰ পৰা বিহু অনুষ্ঠানৰ প্ৰতিযোগিতাবোৰৰ নিয়মাৱলী প্ৰস্তুতৰ বহুলভিত্তিক অভিৱৰ্তন বা কৰ্মশালা অনুষ্ঠিত হোৱা নাই। ক'ৰবাত ক'ৰবাত এই উদ্দেশ্যে কৰ্মশালা অভিৱৰ্তন হ'লেও সিবিলাক স্বল্পপাৰ্থত ৰাজ্যিকভিত্তিক হোৱা নাই অথবা ৰাজ্যিক ভিত্তিত গৃহীত নিয়মাৱলী আদি প্ৰদান কৰিব পৰা নাই। গতিকে বৰ্তমান এনে উদ্দেশ্যেৰে সদৌ অসমভিত্তিক অভিৱৰ্তন বা কৰ্মশালা অনুষ্ঠিতকৰণ যে জৰুৰী তাত কোনো সন্দেহ নাই। চাবলৈ গ'লে এনে একোখন কৰ্মশালা চাৰি-পাঁচ বছৰৰ মূৰে মূৰে হৈ থকাৰেই প্ৰয়োজন আছে।

অন্যহাতে বৰ্তমান সময়ত এনে কৰ্মশালাত নিয়মাৱলী প্ৰস্তুত কৰা প্ৰচেষ্টাত বিহুনাম, বিহুনাচ আৰু বিহুবাদ্য-বাজনাৰ লিখিত বৰ্ণনাৰ উপৰি দৃশ্য-শ্ৰব্য বিবৰণ (ভি. চি.ডি.-ৰ মাধ্যমত) সন্নিৱিষ্ট হোৱা প্ৰয়োজন বুলি বোধ হয়। কুৰিবো অধিক বছৰ ধৰি এই উদ্দেশ্যত বিশেষ একো নোহোৱাৰ পৰিপ্ৰেক্ষিতত প্ৰস্তাৱটো অত্যধিক আশাবাদী হৈছে বুলি ভবাৰ

স্থুল আছে। সেয়ে হ'লেও কাম এটা কৰোঁতে, পৰাপক্ষত যিমান পাৰি ভালকৈ উদ্দেশ্য সাধন হোৱাকৈ কৰিবলৈ মন মেলাটো শ্ৰেয়। সেয়ে আজিৰ পৰিস্থিতিত নিয়মাৱলী প্ৰস্তুত প্ৰচেষ্টাত সহজলভ্য প্ৰযুক্তি কৌশলৰ সদ্ব্যৱহাৰ কৰাটো সমুচিত হ'ব বুলি ভাব হয়। প্ৰচেষ্টাটো বৰ বিশেষ কঠিন হ'ব বুলিও মনে নধৰে। বিভিন্ন জিলাত বিভিন্নভাৱে বিহু চৰ্চাৰ লগত জড়িত বিভিন্ন পৰ্যায়ৰ প্ৰতিনিধিৰ অংশগ্ৰহণেৰে সু-পৰিকল্পনা আৰু সু-আঁচনিৰে তিনি-চাৰিদিনীয়া কৰ্মশালা আয়োজন কৰি আৰু কিছুমান বিষয়ৰ প্ৰস্তুতি কৰ্মশালাখন অনুষ্ঠিত হোৱাৰ আগেয়েই কৰি ৰাখিলে উপৰিউক্ত উদ্দেশ্য আশানুৰূপভাৱে সাধন হ'ব পাৰে বুলি আমাৰ বিশ্বাস। এনে কৰ্মশালা আয়োজন কৰিবলৈ বিশেষ কোনো সংগঠন, প্ৰতিষ্ঠান বা বিভাগ আগবাঢ়ি অহাটোহে আচল কথা।

কলাক্ষেত্ৰ আৰু সাংস্কৃতিক সঞ্চালকালয়ে উদ্যোগ ল'লে ৰাইজৰ দান-বৰঙণিৰ অবিহনেও উদ্দেশ্য সাধন হ'ব পাৰে; নিয়মাৱলীখন সৰ্বত্ৰ গ্ৰহণযোগ্য হোৱাৰো সম্ভাৱনা অধিক।

গণভিত্তি থকা যিকোনো সংগঠন আগবাঢ়ি আহিলে ৰাইজ, প্ৰতিষ্ঠান আদিৰ পৰা সঁহাৰি পাব বুলিয়েই আমাৰ বিশ্বাস। চাবলৈ গ'লে কোনো কোনো বিহুতলী ইমান বৃহৎ অংকৰ বাজেটেৰে বছৰে বছৰে অনুষ্ঠিত হৈ আছে যে, তেনে বিহুতলীৰ উদ্যোক্তাই এবছৰ বিহুতলী অনুষ্ঠিত নকৰি সেইখিনি অৰ্থ এনে এখন কৰ্মশালা অনুষ্ঠিতকৰণত ব্যয় কৰাৰ কথাও ভাবিব পাৰে বুলি ধাৰণা হয়। এনে কৰিলে বিহুতলীখনে বিহু সংস্কৃতিৰ ক্ষেত্ৰত এক যুগমীয়া অৱদানো দিব পাৰিব। প্ৰয়োজনত অন্য কোনো সংগঠনৰ লগত যুটীয়াভাৱে কৰাৰ কথাও চিন্তা কৰি চাব পাৰে। উদাহৰণ স্বৰূপে তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ বেনাৰত প্ৰতিবছৰে বৃহৎ বাজেটৰ বিহুতলী আয়োজিত হৈ আহিছে; এবছৰ সেই বিহুতলী পতাৰ পৰিবৰ্তে উদ্যোক্তাসকলে আৰু শিৱসাগৰ জিলা ছাত্ৰ সন্থাই (অৱশ্যে কেন্দ্ৰীয় সমিতিৰ অনুমতি সাপেক্ষে) যুটীয়াভাৱে উক্ত কৰ্মশালা আয়োজন কৰিব পাৰে। এই উদ্দেশ্যত স্থানীয় ৰাইজৰ সহায়-সহযোগ পাব বুলিয়েই আশা কৰিব পাৰি। সদৌ অসম ছাত্ৰ সন্থাৰ যিহেতু সমগ্ৰ অসমত সবল গণভিত্তি আছে, গতিকেই বিভিন্ন জিলাৰ প্ৰতিনিধি নিৰ্বাচন, অংশগ্ৰহণ আৰু বিভিন্ন ঠাইত কৰণীয় অন্য কাৰ্য সমাপন কৰাত সহজ হ'ব। মনকৰিবলগীয়া যে লিখিত আৰু ভি চি ডি-ৰ ৰূপত নিয়মাৱলীৰ কপি বিক্ৰীৰ পৰাও অৰ্থৰ বোজা ভালেখিনি লাঘৱ হ'ব বুলি বোধ হয়। সাংস্কৃতিক সঞ্চালকালয় আদিৰ পৰাও কিছুপৰিমাণে অনুদান পাব পাৰি কিজানি?

উল্লেখ্য যে আমি উপৰিউক্ত বিহুতলী আৰু ছাত্ৰ সন্থাৰ প্ৰসংগ উদাহৰণস্বৰূপেহে উল্লেখ কৰিছোঁ। যিকোনো সংগঠন বা সমিতিয়েই আগবাঢ়ি আহিব পাৰে। সদৌ অসমত গণভিত্তি থকা সংগঠন হ'লে প্ৰচেষ্টাটো অৱশ্যাই অধিক সুচল হ'ব; নিয়মাৱলীখন সৰ্বত্ৰ গ্ৰহণযোগ্য হোৱাৰো সম্ভাৱনা অধিক। যোৰহাটৰ 'বিহু কৃষ্টি চৰ্চা আৰু বিকাশ সমিতি'য়ে পদক্ষেপ লোৱাৰ কথাও চিন্তা কৰি চাব পাৰে।

## খ. কেইগৰাকীমান মতদাতাৰ দুটিমান বিশেষ প্ৰশ্ন আৰু আহ্বান

মুঠ চাৰিগৰাকী মতদাতাই লিখি পঠোৱা নিম্নলিখিত প্ৰশ্ন কেইটাৰ বিষয়বস্তু অন্য অধ্যায়ত আলোচিত হোৱা নাই। ইবিলাক ভৱিষ্যতে হোৱা আলোচনা-অধ্যয়নৰ বিষয়বস্তু হোৱাৰ স্থল আছে বাবে এইখিনিতে উল্লেখ কৰা হ'ল—

১। "সদায় বিহু নাচি থকা ছোৱালী এজনীয়ে বিয়া হৈ যোৱাৰ পিছত অৰ্থাৎ 'বোৱাৰী' হিচাপে 'বিহুৱতী' বা 'বৰ বিহুৱতী' প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিব পাৰিব নে নোৱাৰে?"— কল্পনা কলিতা।

২। "বিহুৱতীৰ সাজপাৰৰ ক্ষেত্ৰত প্ৰশ্নাৱলীত প্ৰায়খিনি বস্তুৰেই উল্লেখ আছে। কিন্তু (কাঁকৈ) ফণি (ম'হৰ শিঙৰ) খনিৰ উল্লেখ নাপালোঁ। ফণি উৎসৱৰ সময়ত ডেকাই গাভৰুক দিয়াৰ কথা উল্লেখ আছে, ড° মহেশ্বৰ নেওগদেৱৰ 'অসমীয়া গীতি সাহিত্য'ত।"— দীপা দাস হাজৰিকা।

৩। "সৰুবিহুৱতী আৰু বৰবিহুৱতীৰ বয়সৰ সীমা নিৰ্ধাৰণ কৰিব লাগে।"— দীপা দাস হাজৰিকা।

৪। "বিহুৱতীয়ে কপালত সেন্দূৰৰ ফোট লোৱাটোহে নে সেন্দূৰৰ ফোটৰ পৰিবৰ্তে অন্য ৰঙা ৰং অথবা কিনিবলৈ পোৱা ফোট ব্যৱহাৰ কৰাটো, নে দুয়োটাই গ্ৰহণযোগ্য? বিহুৱতীয়ে ওঁঠত ৰহমথুৰিৰ বোল বোলোৱাটোত বিশেষভাৱে বিশিষ্টতা আছেনে?"— সোণধৰ গঁগৈ।

৫। "বিহুতলীত কণী যুঁজ, আৰু পিঠা-পনাৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰাটো বাঞ্ছনীয় নে?"— সোণধৰ গঁগৈ।

**পৰ্যালোচনা ঃ**

উপৰিউক্ত প্ৰথম চাৰি দফা প্ৰশ্নৰ বিষয় কেইটাত ভৱিষ্যতে বহল আলোচনাদিৰ জৰিয়তে সিদ্ধান্ত হ'ব বুলি আশা কৰি আমি ব্যক্তিগত চিন্তা দাঙি ধৰাৰ পৰা বিৰত থকাটোৱেই উচিত হ'ব বুলি বোধ কৰিছোঁ। শেষৰ প্ৰশ্নটিৰ সন্দৰ্ভত দুটিমান ভাববোধ তলত দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে।

আজিকালি কণী যুঁজ, পিঠা-পনা আদিৰ প্ৰতিযোগিতাৰ উপৰি কোনো কোনো বিহুতলীত চিত্ৰাংকন প্ৰতিযোগিতাও অনুষ্ঠিত হয়। কণী যুঁজ আৰু পিঠা-পনা বিহুৰ উপাদান, কিন্তু চিত্ৰাংকন তেনে নহয়। তথাপি দুই-এক আঞ্চলিক বিহুতলীত চিত্ৰাংকন প্ৰতিযোগিতা অনুষ্ঠিতকৰণৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছে বিহুতলীৰ উদ্যোক্তাসকলে। এই প্ৰয়োজনৰ মূল কাৰণ, তেনে অঞ্চল একোটাৰ অধিকাংশ কিশোৰ-কিশোৰীয়ে সাধাৰণতে বিহু আৰু লোকগীত-মাত চৰ্চা নকৰাটো বুলি ধাৰণা হয়। বৰ্তমান নগৰীয়া অঞ্চল একোটাত বিহু অনুষ্ঠান একোটা পৰিৱেশন কৰিবলৈ কিশোৰ-কিশোৰীৰ দল এটা স্ব-উদ্যোগেৰে ওলোৱাটো আশা কৰিবকে নোৱৰাৰ অৱস্থা নহয় জানো? সেয়ে তেনে একোটা অঞ্চলত আঞ্চলিক

বিহুতলী একোখনত কিশোৰ-কিশোৰীহঁতৰ অংশগ্ৰহণৰ স্বাৰ্থত অগত্যা চিত্ৰাংকন প্ৰতিযোগিতা পতাটোও অযুক্তিকৰ বুলিব নোৱাৰি যেন লাগে। অন্যহাতে কণী যুঁজ, পিঠা-পনা আদি বিহুৰ লোকাচাৰ আধাৰিত প্ৰতিযোগিতাদিয়ে বিহুতলীত অধিক সংখ্যকক সক্ৰিয়ভাৱে জড়িত হ'বলৈ সুযোগ দিয়ে। পিঠা-পনাৰ প্ৰতিযোগিতাই জীয়ৰী-বোৱাৰীৰ উপৰি বয়োবৃদ্ধা আইসকলকো সক্ৰিয় অংশগ্ৰহণৰ সুযোগ দিয়ে। কণী যুঁজৰ প্ৰতিযোগিতাই ল'ৰাৰ পৰা বুঢ়ালৈকে বিহুতলীলৈ আকৰ্ষণ কৰে। গতিকেই পৰিস্থিতি সাপেক্ষে ইবিলাক প্ৰতিযোগিতা চলিছে আৰু এনে হোৱাটোৱে বিহুতলী, বিহু সংস্কৃতি আৰু অসমীয়া সংস্কৃতিক বিজতৰীয়া কৰা নাই বুলিয়েই ভাব হয়। সেয়ে হ'লেও পিছে ইবিলাকৰ প্ৰতিযোগিতা অনুষ্ঠিতকৰণৰ সিদ্ধান্ত লওঁতে কেইটিমান কথালৈ লক্ষ্য ৰখা উচিত বুলি বোধ হয়।

ইবিলাকৰ প্ৰতিযোগিতাতকৈ বিহুনাচ-বিহুনামৰ আৰু লোকগীত-মাতৰ প্ৰতিযোগিতা আৰু অন্য প্ৰকাৰৰ পৰিৱেশনে যাতে কম গুৰুত্ব নাপায় তাৰ প্ৰতি লক্ষ্য ৰখা প্ৰয়োজন।

পৰাপক্ষত কিশোৰ-কিশোৰীহঁতক বিহু অনুষ্ঠান আৰু লোকগীত-মাতৰ প্ৰতিযোগিতা আৰু অন্য প্ৰকাৰৰ পৰিৱেশনত ভাগ ল'বলৈ উৎসাহ আৰু সহায়-সহযোগ আগবঢ়োৱাৰ প্ৰয়োজন। বিহুতলীৰ উদ্যোক্তা আৰু অভিজ্ঞ বিহুপ্ৰেমীসকলে এই ক্ষেত্ৰত যথাযোগ্য পদক্ষেপ আৰু উদ্যোগ ল'লে, সিবিলাকৰ চৰ্চাই কিছুমান অঞ্চলত হ'লেও ঠন ধৰি উঠাৰ সম্ভাৱনা আছে বুলিয়েই আমাৰ বিশ্বাস। চৰ্চা নকৰে বাবে অন্য কোনো কম খাপখোৱা ব্যৱস্থাৰে তেওঁলোকৰ অংশগ্ৰহণৰ সুযোগ সৃষ্টি কৰাটো এক সাময়িক ব্যৱস্থাপনা হিচাপে গণ্য কৰি মূলতঃ বিহুতলীৰ যোগেদি বিহুনাচ-বিহুগীতৰ সামূহিক চৰ্চাক উদগণি দিব পাৰিলে বিহুতলী একোখনে বিহু সংস্কৃতিৰ উত্তৰণত বিশেষ অৰিহণা যোগাব পাৰিব বুলি আশা কৰিব পাৰি।

কোনো বিহুতলীত যদি পিঠা-পনাৰ প্ৰতিযোগিতাই মহিলাসকলক বিহু আৰু লোক গীত-মাতৰ অনুষ্ঠানত অংশ লোৱাৰ ক্ষেত্ৰত অসুবিধাজনক পৰিৱেশ সৃষ্টি কৰে, তেনেহ'লে পিছৰটোহে অধিক বাঞ্ছনীয় বুলি ভাব হয়। তথাপি কওঁ, কথাটো নিৰ্দিষ্ট বিহুতলীৰ উদ্যোক্তাসকলৰ বিবেচনাধীন।

উনবিংশ অধ্যায়

# সামৰণিৰ চিন্তা

পুথিখনি লিখি থাকোঁতে কেতিয়াবা কেতিয়াবা এক বিশেষ প্ৰশ্নই মনত হেন্দোলনি তুলি আছিল। সেই প্ৰশ্নটি মতদাতাৰ বিশেষ মন্তব্যৰ শিতানত প্ৰেৰণ কৰিছিল গোলাঘাটৰ দীনেশ গগৈদেৱে। এই অধ্যায়ত সেই বিশেষ প্ৰশ্নটো সম্বন্ধীয় কিছু চিন্তা থোৰতে দাঙি ধৰিবৰ প্ৰয়াস কৰা হৈছে।

**মূল প্ৰশ্ন ঃ এইবোৰ কৰি কিবা লাভ আছে জানো?**

বিহুৰ বিষয়ে অধ্যয়ন কৰা, গ্ৰন্থ-প্ৰবন্ধাদি লিখা-মেলা কৰা, নিয়মাৱলী প্ৰস্তুত কৰা আৰু বিহুতলীত বক্তৃতা দিয়াৰ পৰা কিবা লাভ আছে জানো? ইবিলাকে প্ৰতিযোগিতাৰ বিহুনাচ, বিহুনাম, বিহুবাদ্য-বাজনা তথা বিহু অনুষ্ঠানৰ পৰিৱেশনত কিছুপৰিমাণে প্ৰভাৱ পেলাব বুলি আশা কৰিব পাৰিলেও বিহুতলী আয়োজন সন্দৰ্ভত, বিহুতলীৰ অনুষ্ঠান নিৰ্বাচন আৰু সিবিলাকৰ পৰিৱেশনৰ ক্ষেত্ৰত, আৰু কেছেট, ভি. চি. ডি. আদিৰ বিহুনাচ, বিহুনামৰ ক্ষেত্ৰত কিবা প্ৰভাৱ পেলাব বুলি আশা কৰিব পাৰি জানো? এই অধ্যয়নৰ প্ৰশ্নাৱলীত সন্নিৱিষ্ট বিহুতলীৰ অনুষ্ঠান সম্বন্ধীয় দফাটোত সেয়ে এগৰাকী মতদাতা হিচাপে দীনেশ গগৈদেৱে স্পষ্টভাৱেই আলোচিত বিশেষ প্ৰশ্নটি উত্থাপন কৰিছে ঃ "এইবোৰ কৰি কিবা লাভ আছে জানো?"

বাস্তৱিকতেই বিশেষ লাভ নহ'ব, যদিহে বিহু সংস্কৃতিপ্ৰেমীসকল সুউদ্দেশ্যধৰ্মীভাৱে বিহুতলী আয়োজন তথা বিহু উদ্‌যাপন কৰিবলৈ প্ৰকৃতাৰ্থত আগ্ৰহী নহয় আৰু বিহু সংস্কৃতিৰ সমুচিত চৰ্চাত বাস্তৱসন্মত পদক্ষেপ লোৱাত উদ্যোগী নহয়। অন্যহাতে অন্ততঃ কিছুসংখ্যক বিহু সংস্কৃতিপ্ৰেমীও যদি প্ৰকৃতাৰ্থত আগ্ৰহী হৈ সমুচিত পদক্ষেপ ল'বলৈ আগবাঢ়ি আহে, তেনেহ'লে বৰ্তমানৰ ভালেখিনি অতুষ্টি ক্ৰমান্বয়ে আঁতৰ হ'ব বুলি আশা কৰাটো নিশ্চয় অযুক্তিকৰ নহ'ব। আমি মনে-প্ৰাণে আৰু আৱেগিকভাৱে আঁতৰ হ'ব বুলিয়েই আশা কৰোঁ। এই বিষয়ৰ ধাৰণা গোটাচেৰেক তলত দাঙি ধৰিবৰ প্ৰয়াস কৰিছোঁ।

সমুচিতভাৱে বিহুতলী আয়োজিত হ'ব, সম্যকভাৱে বিহু উদ্‌যাপন সম্ভৱ হ'ব, আৰু বিহু সংস্কৃতিৰ আশানুৰূপ বিকাশ তথা উত্তৰণ হ'ব যদিহে—

যদিহে বিহুৰ বিষয়ে গ্ৰন্থ-প্ৰবন্ধাদি লেখা-মেলা কৰা আৰু বিহুতলীত উদ্বোধক, নিৰ্দিষ্ট বক্তা আদি হোৱা বিশিষ্ট ব্যক্তিসকলে, বিহু বিচাৰকসকলে, বিহু প্ৰতিযোগিতাৰ বৰ্তমানৰ

আৰু প্ৰাক্তন প্ৰতিযোগীসকলে, বিহু শিল্পীসকলে, লোক-শিল্পীসকলে আৰু প্ৰকৃত অসমীয়া সংস্কৃতিপ্ৰেমীসকলে নিজে বসবাস কৰা অঞ্চলৰ বিহুতলী আয়োজনৰ পৰা নিজকে নিলগাই নাৰাখি সক্ৰিয় অংশ ল'বলৈ যথাপৰিমাণৰ স্ব-উদ্যোগেৰে আগবাঢ়ি যায়। সুবিধা অনুযায়ী যদি তেখেতসকলে বিহুতলীত সমূহীয়া অনুষ্ঠান পৰিৱেশনত আগ ভাগ লয় । কিশোৰ-কিশোৰীহঁত বিহু চৰ্চাৰ প্ৰতি আগ্ৰহী হোৱাত আৰু সমুচিতভাৱে বিহু শিকাৰ উদ্দেশ্যত আগ-ভাগ লয়। বৰ্তমান বিহু নাচিব-গাবলৈ অথবা বিহু মাৰিবলৈ জনা আৰু আগ্ৰহ থকা কিশোৰ-কিশোৰী আৰু ডেকা-গাভৰু দিনক দিনে কমি আহিছে। এনে পৰিস্থিতিত বিহু চৰ্চা কৰা আৰু বিহুক ভালপোৱাসকলে উপৰিউক্ত পদক্ষেপ লোৱাৰ ক্ষেত্ৰত যে বিশেষভাৱে মনোনিৱেশ কৰাটো জৰুৰী হৈ পৰিছে সেই কথাৰ বহল ব্যাখ্যাৰ প্ৰয়োজন নিশ্চয় নাই। সময় এতিয়াও ওকলি যোৱা নাই, কিন্তু জোৰ পুৰি হাত পাওঁ পাওঁ। এগৰাকী মতদাতাই এই ভাব এনেকৈ প্ৰকাশ কৰিছে—

"কেৱল আলোচনা-বিলোচনাই আমাৰ শেষ কথা নহয়। কালৰ বুকুত ক্ৰমে হেৰাই যাবলৈ ধৰা আমাৰ জাতীয় মেৰুদণ্ড স্বৰূপ ৰঙালী বিহুটিক জীয়াই ৰাখিবলৈ বিহু ভালপোৱা প্ৰতিজন অসমীয়াই কঁকালত টঙালি বান্ধি বিহু পথাৰত নামিব লাগিব। তেতিয়াহে বিহুৰ মান-ঐতিহ্য ৰক্ষা পৰিব।" — প্ৰভাত শইকীয়া।

বিহুতলী একোখন অধিক সাংস্কৃতভাৱে আয়োজিত অৱশ্যেই হ'ব যদিহে সংস্কৃতিৱান বয়সীয়াল বিহুপ্ৰেমীসকলে বিহুতলী আয়োজনৰ দায়িত্ব কেৱল ডেকা-চেমনীয়াহঁতৰহে বুলি ভাবি প্ৰক্ৰিয়াটোৰ পৰা নিজকে আঁতৰাই নাৰাখি যথাসম্ভৱ সক্ৰিয় অংশ ল'বলৈ মন মেলে। তাকে নকৰি, কেৱল বাটে-ঘাটে, ঘৰে-পৰে, দোকানে-পোহাৰে অতুষ্টিৰ আলোচনা কৰিলেই, প্ৰবন্ধ-পাতি লিখিলেই, তেখেতসকলৰ অতুষ্টিবোৰ আঁতৰ হ'ব বুলি আশা কৰিব পাৰি জানো ? 'মন কৰিলেই চন'; বয়সস্থসকল বিহুতলী আয়োজনত সক্ৰিয় অংশ ল'বলৈ আগবাঢ়ি যোৱাত বিশেষ অসুবিধা আছে বুলি মনে নধৰে; বিশেষকৈ আঞ্চলিক বিহুতলী একোখন আয়োজনৰ ক্ষেত্ৰত। মনকৰিবলগীয়া যে নগৰ আৰু গ্ৰাম্যাঞ্চল উভয়তে কিছুমান বিহুতলী আবাল-বৃদ্ধ-বনিতা সবৰে সক্ৰিয় অংশগ্ৰহণেৰে আয়োজিত হৈ আহিছে আৰু এনে বিহুতলীত বয়সীয়ালসকলৰ অতুষ্টিকৰ কাৰ্যকলাপ তুলনামূলকভাৱে ভালেখিনি কম বুলি উপলব্ধি হয়।

এইখিনিতে অৱশ্যে উনুকিয়াই থোৱা ভাল হ'ব যে বিভিন্ন লেঠাত বয়সস্থ বিহুপ্ৰেমী তথা বিহুসংস্কৃতি চৰ্চা কৰা ব্যক্তি একোজনৰ বিহুতলী আয়োজনত তেনেই কম সময় দিব পৰা পৰিৱেশ -পৰিস্থিতি হ'ব পাৰে। সেয়েহে ব্যক্তি একোগৰাকীয়ে পৰাপক্ষত যিমান সম্ভৱ সিমানখিনি সক্ৰিয় অংশগ্ৰহণ কৰাৰ কথাহে কোৱা হৈছে। স্ব-ইচ্ছাৰে নিলগে নাথাকি প্ৰয়োজন সাপেক্ষে আৰু সুবিধা বুজি নিজেই আগবাঢ়ি যোৱাত গুৰুত্ব দিয়াৰ কথাহে বিশেষভাৱে কোৱা হৈছে। আকৌ,বাস্তৱিকতে আগৰ পৰা বিহুতলী আয়োজনত লাগি

থকাসকলে যে মুখ্যভাৱে উদ্যোগ ল'বই লাগিব সেই কথা আগেয়ে উনুকিয়াই অহা হৈছেই।

বিহুতলী একোখন অধিক সাংস্কৃতভাৱে আয়োজিত হ'বলৈ গ'লে জড়িত সকলো পক্ষৰ ব্যৱহাৰ-পাতি, আলাপ-আচৰণ আদি সাংস্কৃত আৰু দূৰদৰ্শী হোৱাৰো বিশেষ ভাৱে প্ৰয়োজন বুলি উপলব্ধি হয় । বিশেষকৈ অভিজ্ঞসকল আৰু নৱ-প্ৰজন্মৰ সমন্বিত প্ৰচেষ্টাত বিহুতলী একোখন আয়োজন হোৱাটো সম্ভৱ হ'ব যদিহে নবীনে প্ৰবীণক, অনুজে অগ্ৰজক যথাযোগ্য মান-সন্মান দিয়াত কুণ্ঠাবোধ নকৰে আৰু প্ৰবীণ তথা বয়সস্থসকলে যুগসাপেক্ষ দৃষ্টিভংগীৰে ন-প্ৰজন্মৰ মূল্যবোধকো যথাযোগ্য সমৰ্থন দিয়াৰ ক্ষেত্ৰত উদাৰ মনোভাব গ্ৰহণ কৰে।

সামাজিক সংস্কাৰৰ গতি অতিশয় লেহেমীয়া । এইকথা এনে সংস্কাৰ সাধনত ব্ৰতী হোৱাজনে মৰ্মে মৰ্মে হৃদয়ংগম কৰাৰ উপৰি সততে মনত ৰাখি চলিব পাৰিব লাগিব। বিহুসংস্কৃতিৰ কিবা এটা সংস্কাৰ সাধন কৰিবলৈ লওঁতে সংস্কৃতিপ্ৰেমীসকলে ভুকুতে কলটো পকাবলৈ চেষ্টা নকৰি ধৈৰ্যসহকাৰে অগ্ৰসৰ হোৱাৰ বাদে অন্য গত্যন্তৰ নাই। একোটা বিষয়ৰ আমূল পৰিৱৰ্তন হয়তো একে বছৰতে সম্ভৱ নহ'বও পাৰে। একোবাৰৰ চেষ্টা একোটা আনকি সম্পূৰ্ণ বিফল হ'বও পাৰে। আকৌ কোনো কোনো ক্ষেত্ৰত একোগৰাকী চিন্তাশীল ব্যক্তিৰ প্ৰস্তাৱ একোটা আলোচনাত গৃহীত নহ'বও পাৰে। সেয়ে এনে ক্ষেত্ৰত ধৈৰ্য, সহিষ্ণুতা আৰু নম্ৰতা যে অতীব প্ৰয়োজনীয় সেই কথা সকলো পক্ষই বিশেষভাৱে মনত ৰখাৰ প্ৰয়োজন। নিজৰ মত গ্ৰাহ্য নহ'ল বুলিয়েই ধৈৰ্য হেৰুৱাই বা ওফোন্দ পাতি বিহুতলী আয়োজনৰ পৰাই নিজকে নিলগাই পেলালে হ'ব জানো?

সকলোবোৰ সমূহীয়া সিদ্ধান্ত-সকলোৰে সমানে মনঃপূত হোৱাটো কঠিন। আকৌ যিমানেই যুক্তিপূৰ্ণ নহওক লাগে, কেতিয়াবা একোজনৰ একোটা যুক্তি বাকীসকলৰ বোধগম্য অথবা মনঃপূত নহ'ব পাৰে। তেনেক্ষেত্ৰত আলোচনা চলি যোৱাৰ খাতিৰত অমতত মত দিয়াটোও আনকি কেতিয়াবা সমীচীন হ'ব পাৰে। ইংৰাজীত এইকথা বুজোৱা সচৰাচৰ প্ৰচলিত কথা এষাৰ আছেঃ 'Agree to disagree'। অৰ্থাৎ কেতিয়াবা নিজৰ মতৰ লগত মত নিমিলা কথাতো সন্মত হৈ আলোচনা তথা কাম চলাই নিয়াটো সমীচীন হ'ব পাৰে। অৱশ্যে প্ৰয়োজন হ'লে যথাসময়ত চেগ বুজি যুক্তিসংগত মত পুনৰ উত্থাপনেৰে বাকীসকলক পতিয়ন নিয়াবলৈ যত্নপৰ হোৱাটোও যে প্ৰয়োজন সেই কথা পাহৰি যাব নালাগে। অমতত মত দিয়াটো সাময়িকভাৱে অগত্যা চলাই নিয়াৰ প্ৰয়োজনতহে প্ৰযোজ্য।

বিহুসংস্কৃতিৰ উত্তৰণ আৰু বিহুতলী আয়োজনৰ ধাৰাটোৰ পৰিশোধনৰ বাবে সাহসিক পৰীক্ষামূলক পদক্ষেপৰো প্ৰয়োজন আছে । চিন্তাশীল ব্যক্তিসকলে নিজে সমুচিত বুলি বোধ কৰা একোটা কাৰ্য অথবা ব্যৱস্থা পৰীক্ষামূলকভাৱে প্ৰৱৰ্তন কৰাৰ প্ৰস্তাৱ যথাসময়ত সাহসেৰে ব্যক্ত কৰি আলোচনাৰ পাতনি মেলিব লাগিব। পৰীক্ষামূলক প্ৰচেষ্টাৰ বাবে

পুঙ্খানুপুঙ্খ বিশ্লেষণৰ প্ৰয়োজন আৰু প্ৰয়োজন সাহসী সিদ্ধান্ত আৰু আনক পতিয়ন নিয়াব পৰা দক্ষতা আৰু বুদ্ধিমত্তাৰ।

অধিকাংশ বিহুৱা-বিহুৱতীয়ে বিহুক কেৱল সাময়িকভাৱে চৰ্চা কৰা বিষয় বুলি গণ্য কৰাৰ যি মানসিকতা তাৰো পৰিৱৰ্তন জৰুৰী হৈ পৰিছে। বৰ্তমানৰ পৰিস্থিতিত বিহুসংস্কৃতিৰ বিকাশ তৰান্বিত হ'বলৈ হ'লে বিহুৱা-বিহুৱতীসকলে প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ এৰা মানেই বিহু চৰ্চা শেষ বুলি ধৰি লোৱা মানসিকতাৰ সলনি হ'ব লাগিব। বিহু নাচিব-গাব আৰু বিহুবাদ্য বজাব পৰা দক্ষতাক বিশেষ দক্ষতা হিচাপে যিমানদিনলৈ পাৰি বিভিন্নভাৱে চলাই নিয়াত মনোনিৱেশ কৰিব লাগিব।

বিহু-শিল্পীসকল নীচাত্মিকা ভাববোধৰ গ্ৰাসৰ পৰা মুক্ত হোৱাটো অন্য এক আৱশ্যকতা। বিহু-শিল্পী আৰু লোক-শিল্পীসকল অন্য যিকোনো ধাৰাৰ শিল্পীতকৈ নিজকে হীন বুলি ভবা ভাববোধৰ দ্বাৰা প্ৰভাৱান্বিত নহ'বলৈ সচেষ্ট হোৱা উচিত। কাৰণ নিজৰ মনতে এনে ভাবে ক্ৰিয়া কৰিলে আনৰ পৰা উচ্চস্থান লাভ কৰাটো কঠিন হয়। পৰিৱেশ, পৰিস্থিতি আৰু অভিজ্ঞতাই নিজৰ তথা নিজে চৰ্চা কৰা কলা-সংস্কৃতিৰ মানদণ্ড বুজাত প্ৰভাৱ বিস্তাৰ কৰিবই। সেয়ে হ'লেও অন্ততঃ নিজে চৰ্চা কৰা কলা-কৃষ্টিক অন্য কলা-কৃষ্টিতকৈ হীন বুলি গণ্য কৰাটো কেইবাটাও দিশৰ পৰা অযুক্তিকৰ আৰু অপকাৰী। এনে ভাববোধত ভোগাজনে সম্পূৰ্ণ সত্তা আৰু সৰ্বশক্তিৰে কলা-কৃষ্টি চৰ্চাত আত্মনিয়োগ কৰিব নোৱাৰে। পৰিৱেশনৰ সময়তো আনকি এনে হীনমন্যতাই কুপ্ৰভাৱ পেলাব পাৰে। আনকি কেতিয়াবা স্ব-দ্বিধাগ্ৰস্ততাৰ বাবেই আনে দিব বিচৰা উচ্চস্থান তথা সম্ভাষণ যথাপৰিমাণে ল'ব নোৱাৰিব পাৰে।

আকৌ সাধাৰণতে যিকোনো সংস্কাৰ সাধন তথা নতুন ব্যৱস্থাকৰণৰ বাবে বাটকটীয়া ব্যক্তি বা গোটৰ বলিষ্ঠ পদক্ষেপৰ প্ৰয়োজন। বাট দেখুউৱা ব্যক্তি বা গোট হ'বলৈ কিছুসংখ্যকে হ'লেও মন মেলিব লাগিব; সাহস কৰিব লাগিব। চলি আছে চলি থাকক বুলিলে সংস্কাৰ নহয়, বিকাশৰ গতিও লেহেমীয়া হয়।

এই প্ৰসংগত সংঘবদ্ধতা তথা সফল সংঘবদ্ধ প্ৰচেষ্টাৰ আৱশ্যকতাৰ কথা উনুকিয়াবই লাগিব। বিহু সংস্কৃতি চৰ্চা কৰাসকলে নিজকে এক পৰিয়াল বুলি গণ্য কৰা মনোভাবৰে উদ্বুদ্ধ সংঘবদ্ধ প্ৰচেষ্টা কিছুমান আজিৰ পৰিস্থিতিত অত্যন্ত জৰুৰী হৈ পৰিছে। বিহু সংস্কৃতি চৰ্চা কৰাসকল বোলোতে বিহুৱা, বিহুৱতী, বিহু বিচাৰক, বিহুতলী উদ্যোক্তা, বিহুগীত-বিহুনাচৰ কেছেট-ভি চি ডি-ৰ লগত জড়িতসকল, বিহুতলীত বিহুসুৰীয়া গীত পৰিৱেশন কৰা সকলো পৰ্যায়ৰ শিল্পীসকল, লেখক-সমালোচক আৰু সকলো অসমীয়া সংস্কৃতিপ্ৰেমীক সামৰা হৈছে। প্ৰসংগতঃ উল্লেখনীয় যে পৰিয়াল এটি মিলিজুলি থাকি উন্নতিৰ জখলাত উত্তৰণ কৰিবৰ বাবে অনেক কথাৰ প্ৰয়োজন। তাৰে কেইটামান থোৰতে এনেঃ

- ইজনে সিজনৰ দোষতকৈ গুণক অধিক গুৰুত্ব দিয়া।
- ইজনে সিজনৰ পৰিস্থিতি, পৰিবেশ, বল, শক্তি, মানসিকতা, সীমাবদ্ধতা ইত্যাদি সহৃদয়তাৰে অনুধাৱন কৰি সমুচিত মনোভাব গ্ৰহণ কৰা। ভায়েক-ককায়েকৰ এজন অধিক আৰু এজন কম অৰ্থৱান হ'লে ইটোৱে সিটোক হিংসা অথবা হেয় জ্ঞান কৰিলে দুয়োৰে ক্ষতি নহয় জানো?
- ব্যক্তিগত স্বাৰ্থতকৈ সমূহীয়া স্বাৰ্থত গুৰুত্ব দি সিদ্ধান্ত লোৱা, মতামত ব্যক্ত কৰা আৰু সমুচিত পদক্ষেপ লোৱা।
- ডাঙৰে সৰুক প্ৰয়োজন অনুযায়ী সময়োপযোগী পৰামৰ্শ দিয়া আৰু সৰুৱে মানি চলা। সৰুৱে নামানিলেই খঙত তিঙিৰিতুলা নোহোৱা আৰু সৰু যিমানেই উদণ্ড নহওক লাগিলে ডাঙৰে ত্যাজ্যপুত্ৰ যেন জ্ঞান নকৰা, ঘৰ এৰি যাবলৈ কোৱা অথবা নিজেই ঘৰ এৰি যোৱাৰ মনোভাব পোষণ নকৰা।
- প্ৰয়োজনত সৰুৱে ডাঙৰৰ কাষ চপা, সহায়-সহযোগ বিচৰা আৰু দৰকাৰ হ'লে ডাঙৰক যুক্তিৰে বুজাবলৈ চেষ্টা কৰা।
- দোষ-গুণ আঙুলিয়াওঁতে মন্তব্যৰ লগত যথাপৰিমাণৰ তথ্য, যুক্তি আৰু গঠনমূলক পৰামৰ্শ দাঙি ধৰা।
- এজন আপদত পৰিলে সিজনে তৎপৰতাৰে সহায়ৰ হাত আগবঢ়োৱা। প্ৰয়োজনীয় ত্যাগ আৰু কষ্ট স্বীকাৰ কৰা।
- অহংভাৱে যাতে ক্ৰিয়া নকৰে তাৰ প্ৰতি সকলোৱে সজাগ হোৱা।
- প্ৰেম-ভালপোৱাৰ আদান-প্ৰদান। ইত্যাদি ইত্যাদি।

এইখিনিৰ ভিতৰত মূলতঃ তথা সৰ্বোপৰি প্ৰয়োজন প্ৰেম-ভালপোৱাৰ। যিকোনো গোট, সংঘ অথবা পৰিয়ালৰ সদস্যকলৰ ইজনে সিজনক, বা ইচামে সিচামক প্ৰকৃতাৰ্থত ভাল পাব পাৰিলেহে বাকীখিনি সম্ভৱ। প্ৰেমেই সকলো কথাৰে আদি মূল। ইজনে সিজনক, ইখিনিয়ে সিখিনিক ভাল নেপাই হিংসা-দ্বেষ আদি পুহি থাকিলে পৰিয়াল হিচাপে সুফল পোৱা কঠিন; এইবোৰেহে অধিক ক্ৰিয়া কৰি থাকিলে মানুহৰ সামাজিক ব্যৱস্থাপনাৰ মূল ভেটি 'পৰিয়াল'ৰ পৰা বিশেষ সুফল পোৱা কঠিন।

উল্লেখনীয় যে একো একোগৰাকী ব্যক্তি আৰু একো একোটা গোটে স্ব-উন্নতিৰ হকে নিজস্ব ভাগে চিন্তা-চৰ্চা, কৰ্ম আদি অৱশ্যেই কৰিবই লাগিব। সেইখিনিৰ উপৰি পৰিয়াল হিচাপে থকা দায়িত্বৰ কথা পাহৰি যোৱা উচিত নহয়। ইতিমধ্যে উল্লেখ কৰি অহা বিভিন্ন ধৰণেৰে বিহু সংস্কৃতিৰ লগত জড়িতসকলৰ ভিতৰত কোনো কোনোৰ বাবে আপাতদৃষ্টিত আৰু হ্ৰস্বম্যাদী উদ্দেশ্যত উল্লিখিত পৰিয়ালভিত্তিক ভাববোধৰ ছত্ৰছাঁয়া কম প্ৰয়োজনীয় যেন বোধ হ'ব পাৰে। পিছে দূৰদৰ্শীতাৰে চিন্তা কৰিলে অপ্ৰয়োজনীয় নহয়। অন্ততঃ আকস্মিক ধুমুহা আদিৰ ক্ষতিৰ পৰা হাত সাৰি সুদীৰ্ঘকাল সুষমভাৱে বিহু সংস্কৃতিৰ উত্তৰণ

হৈ থকাৰ লগতে, এই সংস্কৃতি চৰ্চাৰ দ্বাৰা স্ব-লাভালাভ আশানুৰূপভাৱে পাই থাকিবলৈ হ'লে এনে মানসিকতা আৰু প্ৰচেষ্টাৰ প্ৰয়োজন নিশ্চয় আছে।

**অপৰাধ মৰিষণ**

অতি পৱিত্ৰ, সুবিশাল, অসমীয়াৰ প্ৰাণৰো প্ৰাণ বিহু সংস্কৃতিৰ এইখিনি চৰ্চা কৰোঁতে অজানিত ভুল-ভ্ৰান্তি ৰৈ যোৱাৰ স্থূল স্বাভাৱিকতেই আছে। জ্ঞাতে-অজ্ঞাতে অনেকখিনি দায়-দোষ-অপৰাধ হ'ব পাৰে। আকৌ সমগ্ৰ প্ৰচেষ্টাটোত অনেকজনক অনেকভাৱে আমনি কৰা হৈছে । কষ্ট আৰু ত্যাগ স্বীকাৰ কৰোৱাব লগাত পৰিছে। সেয়েহে সদৌ শেষত পুনঃসকলোলৈকে কৃতজ্ঞতা আৰু শলাগৰ শৰাই আগবঢ়াই সামৰণিত প্ৰভুৰ চৰণত মিনতি জনাওঁ ঃ

"অপৰাধ বিনাশন তযু নাম নাৰায়ণ<br>
জানি নামে পশিলো শৰণে,<br>
আন গতি নাহিকে মৰণে।<br>
অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি<br>
মোক ৰক্ষা কৰিয়ো চৰণে।।"

# পৰিশিষ্ট

**ক) মতদাতাসকলৰ নাম-ঠিকনা**

বিঃ দ্রঃ— প্রতি জিলাৰ মতদাতাসকলৰ নাম বর্ণমালা অনুসৰি আৰু জিলা কেইখন উজনিৰ পৰা নামনিলৈ একাদিক্রমে সজোৱা হৈছে—

**জিলা ঃ তিনিচুকীয়া**

**শ্রীঅমিয় কুমাৰ বুঢ়াগোহাঁই**
সেউজ নগৰ, ডাক : চপাখোৱা; শদিয়া
(বিহু বিচাৰক)

**শ্রীজয়কান্ত গন্ধীয়া**
জ্যোতি নগৰ; বৰবিল
ডিগবৈ : ৭৮৬১৭১
ফোন : (০৩৭৫১) ২৬৫৫৫১
(বিহু সমালোচক)

**শ্রীবীৰেন্দ্র হাজৰিকা**
জ্যেষ্ঠ প্রবক্তা
ডুমডুমা কলেজ
পিন : ৭৮৬১৫৩
ফোন : (০৩৭৫৯) ২৪০৯৪৬
(লেখক, বিহু বিচাৰক)

**শ্রীমতী ভাৰতী ফুকন (দত্ত)**
চলিহা নগৰ, তিনিচুকীয়া - ৭৮৬১২৫
(বিহু বিচাৰক)

**শ্রীমদন দত্ত**
কাকপথাৰ ফৰেষ্ট গেট
ডাক ঃ কাকপথাৰ
(বিহু বিচাৰক; পুৰস্কাৰপ্রাপ্ত বিহুৱা)

**শ্রীমনটি মোহন চাংমাই**
বৰদলৈ নগৰ, তিনিচুকীয়া
তিনিচুকীয়া - ৭৮৬১২৫
(বিহু বিচাৰক)

**শ্রীমতী মণিকা হাজৰিকা**
বৰদলৈ নগৰ,
তিনিচুকীয়া
তিনিচুকীয়া - ৭৮৬১২৫
ফোন : (০৩৭৪) ২৩০৫৯১৩
(বিহু বিচাৰক; পুৰস্কাৰপ্রাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্রীমৃগেন শইকীয়া**
আজাদ ৰোড, ডুমডুমা
ফোন : (০৩৭৫৯) ২৪০৩৭০
(বিহু বিচাৰক)

**শ্রীযজ্ঞেশ্বৰ চেতিয়া**
ন-হাট পথাৰ,
পানীতোলা - ৭৮৬১৮৩
ফোন : (০৩৭৪) ২৮৫৫৭০২
(লেখক; বিহু বিচাৰক)

**শ্রীলীলাকান্ত বৰা**
গেলাপুখুৰী পথ
তিনিচুকীয়া ঃ ৭৮৬১২৫
ফোন : ৯৪৩৫০-৩৬৭৯০
(বিহু বিচাৰক; পুৰস্কাৰপ্রাপ্ত বিহুৱা)

**শ্রীশিৱীষ বৰুৱা**
লাচিত নগৰ
ডাক : ৰূপাইচাইডিং,
পিন - ৭৮৬১৫৩
(বিহু বিচাৰক)

## জিলা ঃ ডিব্ৰুগড়

**শ্ৰীমতী উত্তৰা শেনচোৱা**
মিলন নগৰ, ডিব্ৰুগড়
ডাক - চি. আৰ. বিল্ডিং
ফোন : (০৩৭৩) ২৩১৫৮৪৮
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীকিৰণ অভয়পুৰীয়া**
অসম চিকিৎসা মহাবিদ্যালয়
পেথলজী বিভাগ, ডিব্ৰুগড়
ফোন (০৩৭৩) ২৩০২৮৪২
(বিহু বিচাৰক; লেখক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীজিতেন দাস**
টিংখাং গাঁও
ডাক : মোহনাঘাট
ফোন : ৯৮৬৪২-৩০৯৬০
(বিহু বিচাৰক, পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীদুৰ্লভ বুঢ়াগোহাঞি**
জীৱন ফুকন নগৰ, ডিব্ৰুগড়
ফোন (০৩৭৩) ২৩১৭৫০৪
(লেখক, বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা, বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী পৰী হাজৰিকা**
অমৰাগুৰি গাঁও
ডাক : ডিব্ৰুগড়
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমুক্তিনাথ বৰগোহাঁই**
আৰক্ষী ছাউনী,
ডিব্ৰুগড়
ফোন : ( ০৩৭৩) ২৩২০৯৯৫
(লেখক, বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী ৰুবী সন্দিকৈ**
চিৰিং চাপৰি
ডিব্ৰুগড়
(বিহু বিচাৰক; পৰিস্কাৰপ্ৰাপ্ত বিহুৱতী)
ফোন : ৯৪৩৫১-৩০০৮৯

## জিলা ঃ শিৱসাগৰ

**শ্ৰীকুলধৰ কোঁৱৰ**
মাহমৰা কোঁৱৰ গাঁও
ডাক : ভৰালী পুখুৰী
শিৱসাগৰ
(বিহু বিচাৰক)

**শ্ৰীগহীন গগৈ**
এম জি ৰোড,
মেলাচকৰ
শিৱসাগৰ - ৭৮৫৬৪০
(বিহু বিচাৰক)

**শ্ৰীমতী চুমী গগৈ**
সোণাৰি, পাৰ্বতিপুৰ
ডাক : পাৰ্বতিপুৰ
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী চুমি দাস**
ন-আলি, শিৱসাগৰ
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী জীনাৰাণী দত্ত ভূঞা**
বেজবৰুৱা হাইস্কুল
শিৱসাগৰ -৭৮৫৬৪০
(বিহু বিচাৰক)

**শ্ৰীমতী দীপশিখা দত্ত**
ফণীধৰ চলিহা পথ
শিৱসাগৰ - ৭৮৫৬৪০
ফোন - (০৩৭৭২) ২৪৮১৯৮
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীপুলিন চন্দ্ৰ ভৰালী**
ডাক আৰু গাঁও - মেটেকা
শিৱসাগৰ - ৭৮৫৬৪০
(লেখক; বিহু বিচাৰক)

**শ্ৰী পুষ্পেন্দ্ৰ গগৈ**
মঠাদাং গাঁও, ঢুলীয়াপাৰ
ডাক : শিৱসাগৰ
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীপ্ৰদীপ ভূঞা**
বেজবৰুৱা হাইস্কুল
শিৱসাগৰ - ৭৮৫৬৪০
(বিহু বিচাৰক)

**শ্ৰীমতী প্ৰাৰ্থনা ভূঞা**
পুৰণা আমোলাপট্টি,
কৃষ্ণনগৰ, শিৱসাগৰ
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীবাণী বাইলুং**
সাপেখাঁতী
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী; সংগীত পৰিচালক)

**শ্ৰীবীৰেণ গোহাঁই**
পুৰণা আমোলাপট্টি
শিৱসাগৰ - ৭৮৫৬৪০
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী; সংগীত পৰিচালক)

**শ্ৰীমতী মুনমুন বৰা হাজৰিকা**
অ' এন জি চি কলনি
শিৱসাগৰ - ৭৮৫৬৪০
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী ৰীতুমণি বৰুৱা**
সোণাৰি, পাৰ্বতিপুৰ
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰী ৰূপম লাচিত**
ডাক : নমাটি
নাজিৰা - ৭৮৫৬৮৫
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰী সোণধৰ গগৈ**
কাকপথাৰ গাঁও
ডাক - বানমুখ
শিৱসাগৰ - ৭৮৫৬৪০
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

## জিলা ঃ যোৰহাট

**শ্ৰী অশোক বৰদলৈ**
কাকতী গাঁও, যোৰহাট
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰী আনন্দ চন্দ্ৰ দত্ত**
চিনামৰা, যোৰহাট
(বিশিষ্ট লেখক; বিহু বিচাৰক; উদ্ভিদবিদ)

**শ্ৰী কমলেশ্বৰ বৰা**
কুশল কোঁৱৰ পথ, যোৰহাট
(বিহু বিচাৰক)

**শ্ৰী কুতুবুদ্দিন আহমেদ**
পুলিবৰ, যোৰহাট
পিন - ৭৮৫০০৬
(বিশিষ্ট লেখক-সমালোচক)

**শ্ৰী গিৰীন্দ্ৰ নাথ কোঁৱৰ**
ৰবৈয়া; যোৰহাট - ১৩
ফোন - ৯৮৬৪২-৫১৩৩৩
(বিহু বিচাৰক)

**শ্ৰী জিতেন্দ্ৰ সোণোৱাল**
অ' এন জি চি নেৰভি অফিচ, পণ্ডিচেৰী
(লেখক)

**শ্ৰীজীৱন চক্ৰৱৰ্তী**
জেইল ৰোড, যোৰহাট - ১
(লেখক; বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীমতী জোৎস্না শইকীয়া বৰদলৈ**
ন-আলি; বৰছৈকটা
ডাক ঃ জালুকনিবাৰী
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীদিগন্ত শইকীয়া**
ৰবি বৰুৱা গাঁও
ডাক - ৰবি গাঁও
যোৰহাট - ৭৮৫৬৮৩
(লেখক; বিহু বিচাৰক, পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীদেৱ প্ৰসাদ দত্ত**
ফুকন নগৰ
ডাক - ধলৰ সত্ৰ
যোৰহাট - ১
(লেখক, বিহু বিচাৰক)

**শ্ৰীপবিত্ৰ শইকীয়া**
কাকডোঙা
ডাক - কাকডোঙা
যোৰহাট ( বিহু বিচাৰক)

**শ্ৰীপ্ৰদীপ কুমাৰ চেতিয়া**
ঘৰফলীয়া গাঁও
ডাক - ঢেকৰগড়া
যোৰহাট
(লেখক, বিহু বিচাৰক)

**শ্ৰীপ্ৰবীণ শইকীয়া**
আতিলা গাঁও,
যোৰহাট
ফোন - ০৩৭৬-২৩০০১২৫
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীপ্ৰবীৰ দত্ত**
ধেনুচোঁচা
ডাক - গড়আলি
যোৰহাট - ২
ফোন - ৯৪৩৫২-৪৮৩৩৪
(লেখক; বিহু বিচাৰক)

**শ্ৰীপ্ৰভাত শইকীয়া**
অসম কৃষি বিশ্ববিদ্যালয়
যোৰহাট - ৭৮৫০১৩
ফোন - ৯৮৫৪১-৬০৫৭৭
(লেখক, পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীবাবুল বৰা**
গোহাঁই টেকেলা গাঁও, যোৰহাট
(বিহু বিচাৰক)

**শ্ৰীবিপুল দুৱৰা**
ঘৰফলীয়া গাঁও
ঢেকৰগড়া, যোৰহাট - ১
(বিহু বিচাৰক)

**শ্ৰী বীৰেন বৰা**
বাপুজী নগৰ, যোৰহাট - ৬
ডাক : পুলিবৰ
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীভবেন্দ্ৰ নাথ দত্ত**
কুশল কোঁৱৰ পথ
যোৰহাট - ৭৮৫০০১
(বিহু বিচাৰক)

**শ্ৰীমহেন্দ্ৰ চুতীয়া (ওজা)**
ডাক - নামচুংগী
গাঁও - ভগনীয়া
পিন - ৭৮৫৬১৬
ফোন - ০৩৭৬-২৩৯০১২৩
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমাঘিৰাম বৰা**
আতিলা গাঁও, যোৰহাট
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমাধৱ শৰ্মা**
উপাধ্যক্ষ, কাকজান মহাবিদ্যালয়
কাকজান - ৭৮৫১৯৭
(লেখক; বিহু বিচাৰক)

**শ্ৰীমতী মীনা বৰুৱা**
কুশল কোঁৱৰ পথ
যোৰহাট
(বিহু বিচাৰক)

**শ্ৰীমতী মৌচুমী চক্ৰৱৰ্তী**
জেইল ৰোড
যোৰহাট - ১
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী মৃদুলা বৈশ্য**
নাওশলীয়া গাঁও
ডাক - পুলিবৰ
যোৰহাট - ৭৮৫০০৬
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীযোগেন্দ্ৰনাথ বৰা**
আতিলা গাঁও, যোৰহাট - ১
(পুৰস্কাৰপ্ৰাপ্ত বিহুদলৰ অভিজ্ঞ সদস্য)

**শ্ৰীৰাজুমণি গঁগৈ**
কুশল কোঁৱৰ পথ
যোৰহাট - ১
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী শেৱালী বৰুৱা**
এ টি ৰোড, তৰাজান
যোৰহাট - ৭৮৫০০১
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

## জিলা ঃ গোলাঘাট

**শ্ৰীমতী অমি সন্দিকৈ**
পুলিবৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়
ডাক - পুলিবৰ
ফোন - ৯৪৩৫১-৫০৪৭৮
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীদীনেশ গঁগৈ**
ডি আৰ কলেজ
গোলাঘাট
ফোন - ৯৪৩৫০-৫৪০৪৬
(লেখক; বিহু বিচাৰক)

**শ্ৰীমতী নিৰদা বৰা**
শিয়ালেখাতি ভকত গাঁও
ডাক - কছাৰীহাট; গোলাঘাট
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী প্ৰপিতা প্ৰাপ্তি চুতীয়া**
মাৰফৎ - গগনা বিহু দল
দেৰগাঁও
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

## জিলা ঃ ধেমাজি

**শ্ৰী পবিত্ৰ সন্দিকৈ**
চুকাফা পথ
ডাক ঃ গোগামুখ
ধেমাজি - ৭৮৭০৩৪
(লেখক; বিহু বিচাৰক)

## জিলা ঃ উত্তৰ লখিমপুৰ

**শ্ৰীমতী গীতালি হাজৰিকা**
মিলন নগৰ; ৱাৰ্ড নং ৭, উত্তৰ লখিমপুৰ
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী জোনালী শইকীয়া**
ডাক - মৈদমীয়া
উত্তৰ লখিমপুৰ
(বিহু বিচাৰক)

**শ্ৰীমতী দীপা দাস হাজৰিকা**
কোঁৱৰ গাঁও
উত্তৰ লখিমপুৰ - ৭৮৭০০১
(বিহু বিচাৰক)

**শ্ৰীটংকেশ্বৰ বৰগোহাঁই**
টেকেলা বৰ গাঁও,
ডাক - লালুক
লখিমপুৰ, (বিহু বিচাৰক)

**শ্ৰীনিত্যানন্দ সেনাপতি**
নাহৰবাৰী গাঁও, ডাক - নাওবৈচা
লখিমপুৰ, (বিহু বিচাৰক)

**শ্ৰীমতী মীনা কুমাৰী ৰাজখোৱা**
ৰাজ এণ্টাৰপ্ৰাইজ, এ টি ৰোড
উত্তৰ লখিমপুৰ - ৭৮৭০০১
(বিহু বিচাৰক পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী ৰীণা শইকীয়া**
ডাক - গাভৰু টুনিজান
উত্তৰ লখিমপুৰ - ৭৮৪১৬০
(লেখিকা; বিহু বিচাৰক)

**শ্ৰীলক্ষীনাথ গোহাঁই**
ডাক - লালুক, উত্তৰ লখিমপুৰ
ফোন (০৩৭৫২) ২৫৬১৬৫
(লেখক, বিহু বিচাৰক)

## জিলা ঃ নগাঁও

**শ্ৰীমতী চুমী দাস**
বেবেজীয়া, নগাঁও, ডাক - বালিগাঁও
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী, বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীজগন্নাথ মহন্ত**
সৰুভগীয়া গাঁও
ডাক - জখলাবন্ধা, নগাঁও
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীদীপক কুমাৰ দাস**
বুঢ়াগোহাঁই গাঁও
ডাক - দেউৰী গাঁও, নগাঁও
ফোন - (০৩৭৬২)২৪৮১৯৮
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীমতী ৰবী দাস**
হাঁহচৰা গাঁও, ডাক - চামগুৰি; নগাঁও
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমহৎ চন্দ্ৰ বৰা**
চলচলি নলবৰা গাঁও
ডাক - চলচলি; নগাঁও
ফোন - (০৩৭৬২) ২৮১৪২০
(বিহু বিচাৰক; চলচ্চিত্ৰ অভিনেতা; নাট পৰিচালক)

**শ্ৰীৰঞ্জিত কুমাৰ বৰা**
ডাক - হাটবৰ; নগাঁও
পিন - ৭৮২১৩৬
(লেখক, বিহু বিচাৰক)

## জিলা ঃ মৰিগাঁও

**শ্ৰীমতী মালা ৰাজবংশী**
জাজৰি শিমলুতল
মোলান কমুৰা গাঁও
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

## জিলা ঃ শোণিতপুৰ

**শ্ৰীইন্দ্ৰভূষণ নাথ**
দক্ষিণ হজৰাপাৰ, তেজপুৰ
(লেখক; বিহু বিচাৰক)

**শ্ৰীমতী কল্পনা কলিতা**
কুমাৰ গাঁও
ডাক -তেজপুৰ
পিন - ৭৮৪০০১
(লেখিকা; বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**মঃ কালামুদ্দিন আনচাৰী**
গৰৈমাৰী গাঁও
ডাক - হলেশ্বৰ; শোণিতপুৰ
(বিহু বিচাৰক)

**শ্ৰীঘনশ্যাম বৰা**
কমাৰ চুঁবুৰী
ডাক - তেজপুৰ
(লেখিকা; বিহু বিচাৰক)

**শ্ৰীপ্ৰবীণ গগৈ**
মাজগাঁও - বৰুৱা চুবুৰী
ডাক -নিকামূল; তেজপুৰ
(লেখিকা; বিহু বিচাৰক)

**শ্ৰীবিপুল শইকীয়া**
(প্ৰবক্তা) ছয়দুৱাৰ মহাবিদ্যালয় গহপুৰ, শোণিতপুৰ
পিন - ৭৮৪১৬৮
(লেখিকা; বিহু বিচাৰক)

**ড° বিশ্বৰঞ্জন কলিতা**
কুমাৰগাঁও, তেজপুৰ - ৭৮৪০০১
(বিহু বিচাৰক)

**শ্ৰীমতী মনোমতী কুৰ্মী**
উষানগৰ, তেজপুৰ
ফোন - ৯৮৩৫০-৮২৫২২
(লেখিকা; বিহু বিচাৰক)

**শ্ৰীমতী ৰুমা দেৱী**
দা-ধৰা, মাজগাঁও
ডাক - তেজপুৰ, পিন - ৭৮৪০০১
(লেখিকা; বিহু বিচাৰক)

**শ্ৰীহীৰেণ নাথ**
ঢেকীয়াজুলি, শোণিতপুৰ - ৭৮৪১১০
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

## জিলা : দৰং

**শ্ৰীপলাশ কলিতা**
কলেজ ৰোড (উপাহপাৰা)
ডাক - মংগলদৈ
(লেখক; বিহু বিচাৰক)

**শ্ৰীপ্ৰশান্ত কুমাৰ বৰদলৈ**
সাহিত্য নগৰ (লেঙেৰী পাৰা)
ডাক - মংগলদৈ; ৱাৰ্ড নং - ২
(বিহু বিচাৰক; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীলক্ষ্মণ হাজৰিকা**
বেগামুখ ৱাৰ্ড নং - ২
ডাক - মংগলদৈ
(বিহু বিচাৰক)

**শ্ৰীহৰগোবিন্দ শৰ্মা**
টেঙাবাৰী, ৱাৰ্ড নং - ৭, মঙলদৈ
(লেখক; বিহু বিচাৰক)

## জিলা : ওদালগুৰি

**শ্ৰীঅৰুণ দাস**
পুৰণি গৰৈমাৰী
ডাক - ওদালগুৰি
পিন - ৭৮৪৫০৯
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীৰণজিৎ কুমাৰ দাস**
শংকৰদেৱ নগৰ,
ৱাৰ্ড নং - ৫
ডাক - ওদালগুৰি - ৭৮৪৫০৯
ফোন - (৯৫৩৭১১) ২২৪০৬২

## জিলা : গুৱাহাটী

**শ্ৰীইছমাইল হোছেইন**
অসম ইঞ্জিনিয়াৰিং ইনষ্টিটিউট
চানমাৰি, গুৱাহাটী -৩
ফোন - ৯৪৩৫১-০৯৭৬৪
(লেখক, বিহু বিচাৰক, সংগঠক)

**শ্ৰীদেবেন্দ্ৰনাথ কোঁৱৰ**
• নয়নপুৰ পথ, গণেশগুৰি
গুৱাহাটী - ৫
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**শ্ৰীদেৱভূষণ বৰা**
গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী - ৭৮১০১৪
(লেখক)

**শ্ৰীমতী দীপিকা পাটৰ**
অসম ৰাজ্যিক চিৰিয়াখানা, গুৱাহাটী
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী দীপালী হাজৰিকা**
গণেশগুৰি, গুৱাহাটী
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী নীলাক্ষী বৰগোহাঁই**
কুশল নগৰ, বামুণীমৈদাম, গুৱাহাটী
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীবলিন বৰা**
মিলনপুৰ, গুৱাহাটী - ৩
(বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী মিলি কোঁৱৰ বুঢ়াগোহাঁই**
নয়নপুৰ পথ, গণেশগুৰি, গুৱাহাটী -৫
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা)

**ডাঃ ৰাজীৱ বৰবৰা**
জ্যোতিনগৰ,
ডাক - বামুণীমৈদাম, গুৱাহাটী - ২১
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা, বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীমতী লাৱণ্য ফুকন**
গণেশগুৰি, কছাৰীবস্তি, গুৱাহাটী
(লেখিকা; পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীমতী শ্ৰুতিমালা মেধি**
চান্দমাৰি, মিলন নগৰ
বামুণীমৈদাম, গুৱাহাটী - ২১
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীসুৰেন্দ্ৰনাথ বৰুৱা**
মন্দাকিনী পথ
জটীয়া, গুৱাহাটী - ৬
(বিহু বিচাৰক)

**শ্ৰীমতী সংগীতা হাজৰিকা**
গণেশগুৰি, কছাৰীবস্তি
ৰাজবাৰী পথ, গুৱাহাটী
(পুৰস্কাৰপ্ৰাপ্ত বিহুৱতী)

**শ্ৰীহেম বৰা**
নন্দী নগৰ, জাপৰিগোগ
(বিহু বিচাৰক; পুৰস্কাৰপ্ৰাপ্ত বিহুৱা; বিহুগীতৰ কেছেট আদিৰ শিল্পী)

**শ্ৰীহেৰম্ব প্ৰসাদ বৰুৱা**
জোনাক নগৰ
ৰ'দালী পথ,
ডাক - কাহিলীপাৰা, গুৱাহাটী
ফোন - ৯৮৬৪০-৬২২৭০
(লেখক; বিহু বিচাৰক)

## খ) সহযোগীসকল

শ্ৰীখগেন বৰা, কৃষি উন্নয়ন বিষয়া, লখিমপুৰ; শ্ৰীসুশীল গগৈ, কৃষি উন্নয়ন বিষয়া, চাবুৱা; শ্ৰীদীপক তামুলী, কৃষি উন্নয়ন বিষয়া, নগাঁও; শ্ৰীনৱজ্যোতি বায়ন, কৃষি উন্নয়ন বিষয়া, ওদালগুৰি; ড° বাৰীন্দ্ৰ কুমাৰ শৰ্মা, জিলা কৃষি তথ্য বিষয়া; শ্ৰীভবেন্দ্ৰনাথ শইকীয়া, গোলাঘাট; ডাঃ প্ৰশান্ত বৰুৱা, গোলাঘাট; শ্ৰীমতী উষা গোস্বামী, মংগলদৈ; শ্ৰীমতী জোনালী শইকীয়া, লখিমপুৰ; শ্ৰীলক্ষীপ্ৰসাদ দেউৰী, চলচলি; শ্ৰীডালিম ফুকন, মৰিগাঁও; শ্ৰীমতী মিনতি চলিহা দাস, শিৱসাগৰ; শ্ৰীললিত গগৈ, যোৰহাট; শ্ৰীমহেন্দ্ৰ চুতীয়া, নামচুঙী; শ্ৰীপ্ৰবীন শইকীয়া, যোৰহাট, শ্ৰীচিৰঞ্জিত বৰুৱা, যোৰহাট; শ্ৰীপ্ৰণৱ বৰঠাকুৰ, যোৰহাট। অসম কৃষি বিশ্ববিদ্যালয়ৰ ড° অৰূপ কুমাৰ ভট্টাচাৰ্য; ড° জয়ন্ত ডেকা; ড° তুলসী পাঠক শৰ্মা, ড° ভবেশ চন্দ্ৰ গগৈ, ড° ৰাজুমণি বৰদলৈ, ড° বিনয় ৰয় আৰু সৰ্বশ্ৰী অসীম পাঠক, ৰেৱ কলিতা, নবাব মহিবুল দৌল্লা, অনিল গোস্বামী, বিমান শইকীয়া, জিতেন বৰা, মদন দাস

## গ) প্ৰচেষ্টাটোত মতদাতাৰ অভিমত

অধিকাংশ মতদাতাই সহৃদয়তাৰে অতি উৎসাহজনক মন্তব্য একোষাৰ লিখি পঠিয়াই আমাক এই অধ্যয়ন তথা পুথি প্ৰণয়নত আত্মনিয়োগ কৰি থাকিবলৈ অনুপ্ৰাণিত কৰিলে। তেখেতসকলে অত্যন্ত উদাৰ হৃদয়েৰে এনে মন্তব্য প্ৰেৰণ নকৰা হ'লে আমাৰ তৎপৰতা, অধ্যৱসায় আৰু আত্মবিশ্বাস বহুখিনি কম হ'লহেঁতেন বুলি মনে-প্ৰাণে অনুভৱ কৰোঁ। আমি তেখেতসকলৰ আশীৰ্বাদ, শুভেচ্ছা, উদগণি, আশা, সঁহাৰি, কষ্টস্বীকাৰ আৰু মতামতৰ কিমানখিনি সদ্ব্যৱহাৰ কৰিবলৈ সক্ষম হৈছোঁ তাৰ বিচাৰ তেখেতসকলেহে কৰিব পাৰিব। এইখিনি অতি পৱিত্ৰ সম্পদ বুলি গণ্য কৰি আমি মাত্ৰ তেখেতসকলক অন্তৰৰ নিভৃত কোণৰ পৰা ধন্যবাদ জ্ঞাপন কৰিছোঁ। লগতে জনাইছোঁ ভগৱানক সহস্ৰ ধন্যবাদ। মন্তব্যখিনি কৃতজ্ঞতাৰে তলত উল্লেখ কৰা হ'ল।

১. " পুথি আকাৰত প্ৰকাশ হ'লে আমাৰ সংস্কৃতিৰ ধ্বজাবাহী বিহুৰ স্থায়িত্বৰ ক্ষেত্ৰত যথেষ্ট উপকৃত হ'ব পৰা যাব বুলি মই ভাবোঁ। " — পলাশ কলিতা, মঙলদৈ

২. " আপোনাৰ এনে কঠিন প্ৰচেষ্টাই আগন্তুক বিহুপ্ৰেমীক আপ্লুত কৰিব।"
— জীৱন চক্ৰৱৰ্তী, যোৰহাট

৩. " আপোনাৰ এই প্ৰচেষ্টা সঁচাকৈয়ে বৰ প্ৰশংসনীয় আৰু সময়সাপেক্ষ হৈছে।"
— কল্পনা কলিতা, তেজপুৰ।

৪. "অতি উত্তম আৰু সু-প্ৰচেষ্টাৰ বাবে ধন্যবাদ। " — মনোমতী কুৰ্মী, তেজপুৰ।

৫. "অসমীয়াৰ জাতীয় উৎসৱ বিহুৰ সম্পৰ্কে আপুনি লোৱা প্ৰচেষ্টাক শলাগ নলৈ নোৱাৰিলো। এই প্ৰচেষ্টা সফল হোৱাটোকে কামনা কৰিছোঁ।"

— টংক শইকীয়া, লখিমপুৰ।

৬. "প্ৰচেষ্টা অতি উত্তম হৈছে। শলাগ ল'বলৈ ভাষা নাই।"

—লক্ষীনাথ গোহাঁই, লখিমপুৰ

৭. "আপোনাৰ এই প্ৰচেষ্টা অতি প্ৰশংসনীয়।" —নিত্যানন্দ সেনাপতি, লখিমপুৰ।

৮. "এনে মহৎ প্ৰচেষ্টা সফল হওক। একমাত্ৰ তাৰ কামনাৰে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা।"

— সোণধৰ গগৈ, শিৱসাগৰ।

৯. "আপোনাৰ এই চেষ্টাত মই শলাগ লৈছোঁ আৰু ভগৱানে আপোনাক সহায় কৰক।"

— মীনা কুমাৰী ৰাজখোৱা, লখিমপুৰ

১০. "সুন্দৰৰ আৰাধনা জীৱনৰ খেল; আপোনাৰ এই প্ৰচেষ্টা সফল হওক।"

—বিপুল শইকীয়া, শোণিতপুৰ।

১১. "প্ৰচেষ্টা প্ৰশংসনীয়। যদি পাৰে সদৌ অসম ভিত্তিত অভিৱৰ্তন এখন পাতি বিহু, হুঁচৰি প্ৰতিযোগিতাৰ সংবিধান এখন প্ৰস্তুত কৰাৰ ব্যৱস্থা কৰক।"

—সুৰেন্দ্ৰনাথ বৰা, গুৱাহাটী।

১২. "আপোনাৰ এই প্ৰচেষ্টা প্ৰশংসনীয়।" —জীনাৰাণী দত্ত ভূঞা, শিৱসাগৰ।

১৩. "আপোনাৰ এই প্ৰচেষ্টা সফল হওক।" —ৰুবি সন্দিকৈ, ডিব্ৰুগড়।

১৪. "এই প্ৰচেষ্টাৰ বাবে আপোনাক ধন্যবাদ।" — মনটি মোহন চাংমাই, তিনিচুকীয়া।

১৫. "প্ৰচেষ্টাটো সময় উপযোগী হৈছে।" —শিৰীষ বৰুৱা, ৰুপাইচাইডিং।

১৬. "আনন্দৰে শলাগিছোঁ; অসমৰ লোক কলা-সংস্কৃতিৰ প্ৰতি আপুনি যিদৰে জৰ্জৰিত, ময়ো ঠিক একেদৰেই মৰ্মান্তিক দুখ পাই থাকোঁ।"—কিৰণ অভয়পুৰীয়া, ডিব্ৰুগড়।

১৭. "অসমৰ বিহু সংস্কৃতিৰ সম্পৰ্কত আপোনাৰ এই প্ৰচেষ্টাক আমি শলাগ ল'লোঁ।"

—ৰাজুমণি গগৈ, যোৰহাট।

১৮. "প্ৰচেষ্টা ভাল হৈছে; সন্তোষ পাইছোঁ।" —দেৱ প্ৰসাদ দত্ত, যোৰহাট।

১৯. "আপোনাৰ এই মহৎ প্ৰচেষ্টাৰ বলতে বিহুৱে ৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰক।"

—প্ৰবীন শইকীয়া, যোৰহাট।

২০. "আপোনাৰ এই মহৎ প্ৰচেষ্টাই বিহু সংস্কৃতি জিলিকাই ৰাখক।"

—মাঘিৰাম বৰা, যোৰহাট।

২১. "এনে প্ৰচেষ্টা অতি আদৰণীয়। চেষ্টা অব্যাহত ৰখাটো বাঞ্ছনীয়।"

— পবিত্ৰ সন্দিকৈ, ধেমাজি।

২২. "প্ৰচেষ্টাৰ শলাগ ল'লো। সমগ্ৰ অসমৰ বাবে সৰ্বসন্মত নিয়মাৱলী প্ৰস্তুতৰ চেষ্টা কৰিব বুলি আশা কৰিলো।" —গহীন গগৈ, শিৱসাগৰ।

২৩. " অতি উত্তম হৈছে। বিহুৰ স্বকীয় বৈশিষ্ট্য তথা পৰম্পৰাৰ প্ৰতি যত্নবান হোৱাটো নিত্যান্তই বাঞ্ছনীয়।" — জিতেন্দ্ৰ সোনোৱাল, যোৰহাট।

২৪. "সু-স্বাস্থ্যৰ অধিকাৰী কৰি আপোনাৰ এই বহুমূলীয়া প্ৰচেষ্টা সফল হোৱাত ভগৱানে সহায় কৰক। এয়ে কামনা।" —মুক্তিনাথ বৰগোহাঁই, ডিব্ৰুগড়।

২৫. "আপোনাৰ চিন্তা-বিশ্লেষণে এক সুচল অপিছল আলিৰ সৃষ্টি কৰিব। —অশোক বৰদলৈ, যোৰহাট।

২৬. "বৰ্তমান পৰিস্থিতিত আপুনি যি পুৰণি অসমীয়া কৃষ্টিৰ ওপৰত জৰীপ কৰিছে তাক সফল হ'বলৈ মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।" — ৰবী দাস, চামগুৰি, নগাঁও।

২৮. "আপুনি জাতীয় সংস্কৃতি উৎকৰ্ষ সাধনৰ হেতু যি প্ৰচেষ্টা হাতত লৈছে ই সঁচাকৈয়ে প্ৰশংসনীয়; কিয়নো বিহু সংস্কৃতিৰ বিভিন্ন বিষয়ত সমূহীয়া মতামত এটা হোৱাটো জৰুৰী হৈ পৰিছে।" —মদন দত্ত, কাকপথাৰ।

২৯. " বিহু বিষয়ক আপোনাৰ এনে পৰীক্ষা-নিৰীক্ষামূলক চৰ্চাই ভৱিষ্যতে অসমবাসীক উপকৃত কৰিব। আপোনালৈ আমাৰ সশ্ৰদ্ধ নমস্কাৰ।" —মৌচুমী চক্ৰৱৰ্তী, যোৰহাট।

৩০. " এই বিষয়ত বিচাৰ-বিশ্লেষণ কৰি আভাস দাঙি ধৰিবলৈ বিচৰাৰ উপলক্ষ্যত মই আপোনাক আন্তৰিক ধন্যবাদ জনালো।" —গিৰীন্দ্ৰনাথ কোঁৱৰ, যোৰহাট।

৩১. "বহুত ধন্যবাদ; আমি এক হ'ব লাগে। বিচাৰ ধাৰা একে হ'ব লাগে।" —দিগন্ত শইকীয়া, বনাই।

৩২. আপোনাৰ এই কাম সোনকালে হৈ উঠক। পুথিখন বিহুৱা-বিহুৱতীৰ হাতত পৰাকৈ প্ৰচাৰ কৰক।" —জিতেন দাস, টিংখাং।

৩৩. " বিহুৰ ওপৰত আপোনাৰ এই প্ৰচেষ্টা সঁচাকৈয়ে সময় উপযোগী হৈছে। তাৰ বাবে আপোনালৈ আমাৰ ফালৰ পৰা অশেষ ধন্যবাদ থাকিল।" — মণিকা হাজৰিকা, তিনিচুকীয়া।

৩৪. "এই প্ৰচেষ্টাটো প্ৰশংসনীয়। বৰ্তমানৰ পৰিস্থিতিত এনেকুৱা এটা প্ৰচেষ্টাই অসমীয়া জনসমাজলৈ সজাগতাৰ লগতে প্ৰতিজন ব্যক্তিৰ মনলৈ সমন্বয়ৰ ভাব প্ৰদান কৰাত সহায়ক হ'ব বুলি আশা কৰিলো।" —প্ৰশান্ত কুমাৰ বৰদলৈ, মঙলদৈ।

৩৫. "বৰ্তমান সময়ত বিহু সংস্কৃতিয়ে যি ৰূপ পাইছে আপুনি ঠিক সময়তেই উপযুক্ত আঁচনি হাতত লোৱা বাবে ধন্যবাদ জনাইছোঁ। আপোনাৰ এই প্ৰচেষ্টাই কৃতকাৰ্যতা লাভ কৰক। এয়ে আমাৰ কাম্য।" —দীপা দাস হাজৰিকা, লখিমপুৰ।

৩৬. "আপোনাৰ এই প্ৰচেষ্টাই বিহুক বজৰুৱা সংস্কৃতিৰ পৰা আঁতৰাই ৰখাত সহায় কৰিব। তদুপৰি বিহুৰ সাধাৰণ শিকাৰুৰ বাবে উপযোগী হাতপুথিৰ দৰে কাম কৰিব।"

৩৭. "অতি সুন্দৰ প্ৰচেষ্টা" —জয়কান্ত গন্ধীয়া , ডিগবৈ

৩৮. "বিহু সংস্কৃতিৰ স্বকীয়তা আৰু মৌলিকতা বজাই ৰখাৰ স্বাৰ্থত আপোনাৰ প্ৰচেষ্টা অতিকৈ আদৰণীয় আৰু শলাগিবলগীয়া।" —অমিয় কুমাৰ বুঢ়াগোহাঞি , শদিয়া

৩৯. " বিহু সংস্কৃতিত বিশেষ অৰিহণা যোগাব বুলি আশা ৰাখিলো আৰু আপোনাক এই প্ৰচেষ্টাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিলো।" —পৰী হাজৰিকা, ডিব্ৰুগড়

৪০. " আপোনাৰ অসমীয়া বিহু সংস্কৃতিৰ প্ৰতি থকা আগ্ৰহ আৰু আন্তৰিকতা ভৰা প্ৰচেষ্টাৰ

বাবে প্ৰথমতে শতেক ধন্যবাদ জ্ঞাপন কৰাৰ লগতে শুভাশিস পঠাই সফলতা কামনা কৰিছো।" — কুলধৰ কোঁৱৰ, মাহমৰা, শিৱসাগৰ

৪১. "এই প্ৰচেষ্টাৰ দ্বাৰা বিভিন্ন বিচাৰকৰ মতামতসমূহে সৃষ্টি কৰা সমস্যাসমূহ সমাধান কৰিব বুলি আশা ৰাখি কৃতজ্ঞতা জনালো।" —চুমি দাস , শিৱসাগৰ

৪২. "এনে প্ৰচেষ্টা অতি আদৰণীয়। সৰ্বসম্মত নিয়মাৱলী এখন প্ৰস্তুত কৰাত সহায়ক হ'ব।" —পবিত্ৰ সন্দিকৈ, ধেমাজি ।

৪৩. "অতি সুন্দৰ আৰু লাগতীয়াল প্ৰচেষ্টা" —আনন্দ চন্দ্ৰ দত্ত , যোৰহাট

৪৪. "জাতীয় সংস্কৃতি ৰক্ষাৰ ক্ষেত্ৰত আপোনাৰ এই প্ৰচেষ্টা প্ৰশংসনীয়। আপোনালৈ শলাগ।" —জগন্নাথ মহন্ত , জখলাবন্ধা, নগাঁও

৪৫. "আপোনাৰ সজ প্ৰচেষ্টাত আমি নথৈ আনন্দিত হ'লো। সজ কৰ্মৰ প্ৰতি নিখুঁত বিবেচনা ভগৱানে আপোনাক দিয়ক; এয়ে আমাৰ আশা।" —মহৎ চন্দ্ৰ বৰা , চলচলি, নগাঁও

৪৬. "বিহু সংস্কৃতিৰ চৰ্চা সম্পৰ্কে যি প্ৰচেষ্টা হাতত লৈছে, ই আদৰণীয় আৰু প্ৰশংসনীয়। কাৰণ বিভিন্ন ঠাইত বিহু বৰ্তমান প্ৰকৃত সংস্কৃতিৰ পৰা ফালৰি কাটি যোৱা যেন লাগে।" —জোনালী শইকীয়া, লখিমপুৰ

৪৭. "আপোনাৰ এই প্ৰচেষ্টা ফলপ্ৰসূ হওক আৰু অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত বিশ্বত এক চিনাকি হওক।" —হীৰেণ নাথ, তেজপুৰ

৪৮. "অসমীয়া জাতিৰ বহু প্ৰতীক্ষিত এটি অভাৱ পূৰণত আপোনাৰ প্ৰচেষ্টা সৰ্বতোপ্ৰকাৰে সফল হোৱাৰ আশাৰে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো।" — ৰণজিৎ কুমাৰ দাস, ওদালগুৰি

৪৯. "ই এক অন্যতম মহান প্ৰচেষ্টা। বৰ্তমান সময়ত এনে প্ৰচেষ্টাই বিহুক এক শুদ্ধৰূপত উপস্থাপন কৰিব পাৰিব তাত সন্দেহ নাই।" —দেৱভূষণ বৰা, গুৱাহাটী বিশ্ববিদ্যালয়

৫০. "এই প্ৰচেষ্টা প্ৰয়োজনীয়, লগতে প্ৰশংসনীয় হৈছে।" —ৰুমা দেৱী, শোণিতপুৰ

৫১. "আপুনি যিখিনি সজ প্ৰচেষ্টা হাতত লৈছে তাৰ বাবে অন্তৰৰ পৰা ধন্যবাদ আৰু ওলগ জনাইছোঁ। আপোনাৰ এই মহান প্ৰচেষ্টা সফল হওক তাকেই কামনা কৰিছো।" — বীৰেন গোহাঁই, শিৱসাগৰ

৫২. "সংস্কৃতিৰ জগতখন নানা বেমেজালিৰে ভৰি পৰিছে। আপোনাৰ এই প্ৰচেষ্টাৰ সফলতাই নিশ্চয় বিহুৰ এটা ৰেহা লগাব।" —মাধৱ শৰ্মা, কাকজান, যোৰহাট

৫২. "বিহু সংস্কৃতিৰ ক্ষেত্ৰত লোৱা এনে পদক্ষেপৰ বাবে ধন্যবাদ। মই কৃতজ্ঞতা জ্ঞাপন কৰাৰ লগতে দীৰ্ঘায়ু কামনা কৰিছো।" —গীতালি হাজৰিকা, লখিমপুৰ

**ঘ) লেখকৰ বিহু সংস্কৃতি চৰ্চাৰ ৰেঙণি**

১. 'দৈনিক জনমভূমি' কাকতত ধাৰাবাহিকভাৱে 'ঢোলৰ চেও-চাপৰৰ বৈজ্ঞানিক বিশ্লেষণ - বিহুনাচ-বিহুনামৰ পৰ্যালোচনা' নামৰ এলানি ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ। (১৯৮৪)

২. 'ৰঙালী বিহুৰ নৃত্য-গীত' নামৰ পুথি প্ৰকাশ (১৯৯৭ চন)
৩. জয়কান্ত গন্ধীয়াৰ 'বিহু গ'লে বিনাবা কাক' গ্ৰন্থত 'ৰঙালী বিহু সংস্কৃতিৰ কিছু কাৰ্যকৰী সংজ্ঞা' নামৰ এক অধ্যায় প্ৰকাশ।
৪. কাকত-আলোচনীত একুৰিমান প্ৰবন্ধ প্ৰকাশ।
৫: 'কেতেকী', 'বিহুতলী', 'জাংফাই' আৰু 'কেঁচাসোণ ঐ' নামৰ বিহুগীত আৰু বিহুসুৰীয়া গীতৰ শ্ৰব্য কেছেট পৰিচালনা।
৬. 'বাপতি সাহন' নামৰ শিক্ষামূলক বিহুনামৰ কেছেট পৰিচালনা।
৭. শ্ৰব্য কেছেটত বাণীবদ্ধ হোৱা একুৰিমান বিহুগীত আৰু এমুঠি বিহুসুৰীয়া গীতৰ ৰচনা।
৮. আশীৰ দশকত যোৰহাটত অনুষ্ঠিত বিহু সম্পৰ্কীয় কৰ্মশালত বিহু প্ৰতিযোগিতাৰ নিয়মাৱলী প্ৰস্তুতিত সক্ৰিয় অংশগ্ৰহণ।
৯. 'অসম বিজ্ঞান সমিতি'ৰ 'কলাৰ মাধ্যমত বিজ্ঞান' শীৰ্ষক প্ৰকল্পৰ অংশ হিচাপে বিজ্ঞানৰ বতৰা সম্বলিত ঢুলীয়া হাতৰ মালিতা প্ৰস্তুত আৰু পৰিচালনা।